**অনুশোচ, অনুশোচনা** বি. অনুতাপ repentance.

**অনুষঙ্গ, অনুসঙ্গ** বি. সম্বন্ধ, সংলগ্নতা close connection, adherence or attendance.

**আনুষঙ্গিক, আনুসঙ্গিক** বিণ. ফল স্বৰূপে হোৱা, লগতে হোৱা following as a necessary result, consequent, connected with.

**অনুষ্টুপ, অনুষ্টুভ** বি. সংস্কৃতৰ এবিধ অষ্টাক্ষৰী ছন্দ, ই চাৰি চৰণত গঠিত, প্ৰত্যেক চৰণতে ৮ টাকৈ আখৰ থাকে।

**অনুষ্টুপীয়া** বিণ. অলপীয়া অনুৰূপীয়া, সংক্ষেপ of an inferior degree, brief. ক্ৰি. বিণ. **অনুষ্টুপীয়াকৈ**।

**অনুষ্ঠাতা** বি. কোনো কাম আৰম্ভ কৰোঁতা the first originator.

**অনুষ্ঠান** বি. আৰম্ভ commencement, সম্পাদন performance, ধৰ্ম্ম, কৰ্ম্ম, শিক্ষা আদিৰ স্থান institution, উৎসৱ আদি কাৰ্য্য celebration, function.

**অনুষ্ঠিত** বিণ. যাক সম্পন্ন কৰা হয়, কৃত সম্পাদিত, আৰব্ধ begun, performed. **অনুষ্ঠেয়**, অনুষ্ঠানযোগ্য।

**অনুসন্ধান** বি. বিচাৰি চোৱা, অন্বেষণ enquiry, search, খবৰ, ভু clue information.

**অনুসন্ধিৎসা** অনুসন্ধান বা বিচাৰ কৰি চাবৰ ইচ্ছা। বিণ. **অনুসন্ধিৎসু** অনুসন্ধান কৰাৰ ইচ্ছুক।

**অনুসৰণ** বি. পাছত যোৱা বা গমন the act of going after, অৱজ্ঞা বা উপদেশ মতে চলা the act of obeying. **অনুসৰি** অস. ক্ৰি. অনুসৰণ কৰি following. ক্ৰি. বিণ মতে, অনুযায়ী according to. **অনুসাৰে** ক্ৰি. বিণ. মতে, অনুযায়ী according to, পৰিমাণে in proportion to. **অনুসাৰী** অনুসৰণকাৰী।

**অনুস্বাৰ** বি. নাকেদি মতা আখৰ 'ং' the nasal letter. "ং"।

**অনুক্ষণ, অনুক্ষণে** ক্ৰি. বিণ. প্ৰতি মুহূৰ্ত্তে, সদায় always.

**অনূঢ়** বি. অবিবাহিত। স্ত্ৰী. **অনূঢ়া** unmarried.

**অনূদিত** কৃদ. বিণ. অনুবাদ বা তৰ্জ্জমা কৰা translated.

**অনৃত** বিণ. অসত্য, মিছা untruth, false.

**অনেক** বি. এটাতকৈ অধিক, সৰহ many, much. ক্ৰি. বিণ. সৰহকৈ, বেছি পৰিমাণে in a great degree.

**অনৈক্য** বি. এক নোহোৱা, অমিল want of unity.

**অন্ত** বি. শেষ ভাগ, মৰণ, শেষ the end, death, finish.

**অন্তঃকৰণ** বি. মন, চিত mind, the heart.

**অন্তঃপুৰ** বি. ভিতৰ ঘৰ বা চোৱা, ঘৰৰ ভিতৰোতা থকা ভাগ the

inner apartment. **অন্তসপুৰ, অন্তেষপুৰ,** শব্দৰ ব্যৱহাৰো আছে।

**অন্তঃপ্ৰবাহ** বি. ভিতৰুৱা গতি internal motion.

**অন্তস্থ, অন্তঃস্থ** বিণ. যি মাজত থাকে, মধ্যবৰ্ত্তী, স্পৰ্শবৰ্গ আৰু উষ্ম বৰ্গৰ মাজত থকা বাবে ব্যাকৰণত য, ৰ, ল, ৱ, অন্তত থকা, শেষত থকা। **অন্তঃসত্ত্বা** যাৰ গৰ্ভত জীৱ আছে pregnant woman, গৰ্ভৱতী। **অন্তঃসলিলা** যাৰ তলত পানী আছে।

**অন্তঃসাৰ** বিণ. যাৰ ভিতৰত সাৰ পদাৰ্থ আছে। বি. ভিতৰৰ সাৰ পদাৰ্থ internal quality or substance.

**অন্তঃসাৰশূন্য** শূন্যগৰ্ভ, গুণহীন, অপদাৰ্থ।

**অন্তক** বি. যি শেষ বা নাশ কৰে, যম, মৃত্যু death, destroyer. **অন্তকৰী** বিণ. সংহাৰকাৰী destroying.

**অন্তকাল** বি. জীৱনৰ শেষকাল, মৰিবৰ সময় the time of death. **অন্তকালে** ক্ৰি. বিণ. জীৱনৰ শেষ সময়ত at the hour of death. **অন্ততঃ** অব্য. কম পক্ষেও, বেছি নহলেও at least.

**অন্তৰ** বি. মাজ, ভিতৰ, মন, দূৰঠাই midst, mind, distance, প্ৰভেদ difference.

**অন্তৰঙ্গ** বিণ. মুখ্য, প্ৰধান main, chief.

**অন্তৰতম** বিণ. বৰ গভীৰ, অতিশয় অন্তৰ বা ভিতৰুৱা very deep, inner most.

**অন্তৰা-অন্তৰি** বিণ. আঁতৰা-আঁতৰি। ক্ৰি. বিণ. অন্তৰা-অন্তৰিকৈ at a distance from one another.

**অন্তৰাত্মা** বি. জীৱাত্মা, বিবেক conscience.

**অন্তৰায়** বি. বাধা, প্ৰতিবন্ধক obstacle, hindrance.

**অন্তৰাল** বি. আঁৰাল, ব্যৱধান intermediate space or time, interval.

**অন্তৰি** ক্ৰি. বিণ. ভিতৰি inwardly.

**অন্তৰিত** লুকাইয়া থকা, আবৃত, দূৰীভূত, ৰাজাজ্ঞাত নিৰ্দ্দিষ্ট স্থানত আবদ্ধ interned, internee. বি. **অন্তৰণ**।

**অন্তৰিন্দ্ৰিয়** বি. মন, অন্তঃকৰণ, অন্তৰাত্মা mind, heart, soul.

**অন্তৰিক্ষ, অন্তৰীক্ষ** বি. আকাশ sky.

**অন্তৰীণ** বিণ ৰাজ আজ্ঞামতে নিৰ্দ্দিষ্ট ঠাইত আবদ্ধ interned, internee.

**অন্তৰীপ** বি. ক্ৰমশঃ সৰুহৈ সাগৰৰ ভিতৰলৈ আগ বাঢ়ি যোৱা মাটি, আগীয়াঠুঁটি cape.

**অন্তৰ্গত** বিণ ভিতৰৰ, মাজত থকা included.

**অন্তৰ্জগৎ** মনোজগৎ।

**অন্তৰ্জ্জাতীয়** বিণ. অনেক জাতি সম্পৰ্কীয়, অনেক জাতিৰ ভিতৰত হোৱা international.

**অন্তদৃ´ষ্টি** বি. আত্মাৰে দেখা কাৰ্য্য, আধ্যাত্মিক দৃষ্টি spiritual or internal vision. **অন্তৰ্দৰ্শন** নিজৰ মনৰ নাইবা চিন্তাৰ পৰীক্ষা introspection.

**অন্তৰ্দ্দাহ** বি. সন্তাপ, অতিশয় মানসিক দুখ internal heat, sorrow, mental affliction.

**অন্তৰ্দ্ধান** বিণ. নেদেখা বা অদৃশ্য হোৱা, তিৰোধান vanished, out of sight.

**অন্তৰ্নিহিত** বিণ. হৃদয়ত থকা, অন্তৰত লুকাই থকা situated in the heart, hidden.

**অন্তৰ্ব্বত্নী** বিণ. সগৰ্ভা pregnant.

**অন্তৰ্ব্বৰ্ত্তী** বিণ. মধ্যবৰ্ত্তী, অন্তৰ্গত।

**অন্তৰ্ব্বিপ্লৱ** বি. দেশৰ নিজৰ মানুহৰ ভিতৰত হোৱা কাজিয়া civil war.

**অন্তৰ্ভু´ক্ত** বিণ. ভিতৰত নাইবা মাজত থকা included in.

**অন্তৰ্মু´খী** বিণ. বাহিৰৰ কথা এৰা, আত্মা নাইবা ঈশ্বৰৰ ফালে মন লগোৱা introspective.

**অন্তৰ্য্যামী** বি. যি অন্তৰৰ কথা জানে, ঈশ্বৰ, মনৰ সকলো ভাব বুজা knowing the heart, heart-searching.

**অন্তৰ্হিত** বিণ. নাইকিয়া বা নেদেখা হোৱা vanished.

**অন্তিম** বিণ. শেষ, মৰিবৰ সময় final, last.

**অন্ত্য** বিণ. শেহত থকা last, final. অতি নীচ inferior, lowest. **অন্ত্যজ** হীন জাতিৰ of a low caste.

**অন্তেবাসী** বি. যি গুৰুৰ ওচৰত থাকে, শিষ্য।

**অন্ত্যেষ্টিক্ৰিয়া** বি. মৰাক খৰি দিয়া আদি কাম, প্ৰেতকাৰ্য্য, মৃতকৰ সংকাৰ funeral ceremonies.

**অন্ত্ৰ** বি. পেটৰ নাড়ী ভুঁৰি the intestines.

**অন্দৰ** ( ফা. ) ভিতৰ, অন্দৰমহল, অন্তঃপুৰ।

**অন্ধ** বিণ. সমূলি নেদেখা, দুয়োটা চকুৰে নেদেখা totally blind. **অন্ধক** দুচকু কণা মানুহ a totally blind person.

**অন্ধতামিস্ৰ** গাঢ় অন্ধকাৰ, ঘোৰ অজ্ঞানতা।

**অন্ধকাৰ** বি. আন্ধাৰ, পোহৰ নথকা dark.

**অন্ধকূপ** বি. অন্ধকাৰময় স্থান very dark place, dungeon.

**অন্ধঘোপ** চাৰিওফালে ঘোপ মাৰি ধৰা আন্ধাৰ pitch darkness.

**অন্ধবিশ্বাস** বি. কণাৰ দৰে, অৰ্থাৎ বিবেচনা নকৰাকৈ কৰা বিশ্বাস blind faith, bigotry. **বিণ.** **অন্ধবিশ্বাসী**।

**অন্ধলা** বি. অন্ধ মানুহ a totally blind man. **স্ত্ৰী. আন্ধলী**।

**অন্ধি-সন্ধি** বি. সন্তেদ, মৰ্ম্ম, ৰন্ধ্ৰ,

ভিতৰৰ খবৰ purport, the pith of a matter.

**অন্ধ্ৰ** প্ৰাচীন জাতি বিশেষ, তেওঁ-লোকৰ দেশ, পশ্চিম কলিঙ্গ, আধুনিক মাদ্ৰাজ প্ৰদেশৰ উত্তৰ পূৰ্ব্বাংশ, তেলেগুভাষীৰ দেশ।

**অন্ন** বি. ভাত, চাউল, আহাৰ rice, food. **অন্নকষ্ট, অন্নাভাৱ** খাদ্যৰ অভাৱ, দুৰ্ভিক্ষ।

**অন্ন-জল** জীৱিকা means of livelihood.

**অন্নদাতা** জীৱিকা বা পোহপাল দিওঁতা, প্ৰতিপালক supporter.

**অন্নপূৰ্ণা** দুৰ্গাদেৱী, আহাৰ দিয়া গোসানী।

**অন্নপ্ৰাশন** ল'ৰাক প্ৰথমতে ভাত-খুওৱা ক্ৰিয়া। **অন্নসংস্থান** জীৱিকাৰ ব্যৱস্থা।

**অন্য** সৰ্ব্ব. বেলেগ, পৰ different, other. বি. আন লোক another person.

**অন্যতম** বিণ. বহুতৰভিতৰত এজন।

**অন্যত্ৰ** আন ঠাইত, আন ঠাইলৈ।

**অন্যথা** বি. আন প্ৰকাৰৰ, লৰচৰ, বিপৰীত changed, modified. অব্য. নকৰিলে, নহ'লে, অন্তৰকম কৰিলে otherwise. **অন্যথাচাৰী** বিপৰীত আচৰণ। **অন্যান্য** আন আন, কোনো কোনো some other.

**অন্যমনস্ক, অন্যমনা** বিণ. যাৰ মন অন্য বিষয়ত নিযুক্ত থাকে engaged elsewhere, unmindful.

**অন্যায়** বিণ. অযুগুত, অনুচিত wrong, improper. বি. অনুচিত কাম, অনিষ্ট injustice, injury. ক্ৰি বিণ. **অন্যায়কৈ, অন্যায়ৰূপে।**

**অন্যূন** বিণ. কম নোহোৱা, সম্পূৰ্ণ not less than, entire.

**অন্যোন্যে,** পৰস্পৰে, ইটোৱে সিটোৱে mutually.

**অন্বয়** বি. বাক্যৰ কৰ্ত্তা, কৰ্ম্ম, ক্ৰিয়া আদি পদ বিলাকৰ পৰস্পৰ মিল connection or order of words in a sentence, সৰল অৰ্থ নিৰ্ণয় simple explanation, সম্বন্ধ, relation, connection, বংশ race, lineage.

**অন্বৰ্থ** বি. যথাৰ্থ, অৰ্থ সঙ্গত true to the sense, significant.

**অন্বিত** বিণ. সংলগ্ন, যুক্ত, সম্পন্ন joined by, possessed of.

**অন্বেষণ** বি. অনুসন্ধান, বিচৰা কাৰ্য্য search, looking after, **অন্বেষ, অন্বেষা** অনুসন্ধান, **অন্বেষক** অনু-সন্ধানকাৰী। **অন্বেষণীয়, অন্বেষ্টব্য** অন্বেষণযোগ্য।

**অপ** উপস. হীন, নীচ inferior, অপ-ভাষা, বেয়া ugly, অপবাদ, অপকৰ্ম্ম, বিপৰীত—অপমান, বিৰুদ্ধ—অপলাপ, চুৰি—অপহৰণ, আচৰিত অপৰূপ।

**অপ্**—বি পানী water.

**অপকৰ্ম্ম** বি. বেয়া কাম, কুকৰ্ম্ম vicious act, misdeed.

**অপকৰ্ষ** বি. ওচৰলৈ বা তললৈ টানি

অনা act of pulling near or of lowering, হীনতা, অবনতি, বেয়া হৈ যোৱা degradation.

**অপকলঙ্ক** বি. মিছা অপবাদ বা দোষাৰোপ, অপযশ wrong or false accusation, disgrace.

**অপকাৰ** বি. অনিষ্ট, অহিত, হানি harm, injury, loss. **অপকাৰক, অপকাৰী**—অনিষ্টকাৰী injurious.

**অপকীৰ্ত্তি** বি. দুৰ্যশ, অকীৰ্ত্তি bad reputation, ill fame.

**অপকৃত** বিণ. যাৰ অপকাৰ কৰা হৈছে, ক্ষতিগ্ৰস্ত injured.

**অপকৃষ্ট** বিণ. নিকৃষ্ট, নীচ low, inferior.

**অপক্ক** বিণ. নপকা, কেঁচা unripe, uncooked.

**অপঘাত** বি. অকস্মাৎ হোৱা ডাঙৰ আঘাত বা দুৰ্ঘটনা, দুৰ্ঘটনা জনিত মৃত্যু an evil accident which may prove fatal. **অপঘাতী**—অপঘাত কৰি ফুৰা, বিষম কৰ্ম্ম কৰি নিজৰ মৰণ অনা। **অপঘাতক** বিণ. অপঘাতকাৰী।

**অপচয়** বি. অপব্যয়, হানি, নাশ waste, loss.

**অপচিতি** (জীৱবিদ্যাত) দেহস্থ কলাৰ ক্ষয় katabotism.

**অপচেষ্টা** বেয়া উদ্দেশ্যে চেষ্টা।

**অপচ্ছায়া** ছায়াময় আকাৰ; প্ৰেতাদিৰ অস্পষ্ট মূৰ্ত্তি।

**অপজাত** বি. কুলোচিত গুণাৱলী নাইবা পূৰ্ব্বৰ উৎকৰ্ষ হেৰাইছে degenerate.

**অপটু** বিণ. অদক্ষ, অপাৰ্গত not skilful.

**অপঠিত** বিণ. যাক পঢ়া হোৱা নাই not read out.

**অপঢ়ুৱা** বিণ. পঢ়িব নজনা, চহা, মূৰ্খ illiterate, ignorant.

**অপত্নীক** বিণ. বিয়া নকৰা, বঁৰলা unmarried, having no wife.

**অপত্য** বি. যাৰ দ্বাৰা বংশ ৰক্ষা হয়, সন্তান-সন্ততি offspring, a child. **অপত্য নিৰ্ব্বিশেষে**—সন্তানেৰে সৈতে পাৰ্থক্য নাৰাখি, নিজৰ সন্তানৰ নিচিনা। **অপত্য-স্নেহ**—সন্তানৰ প্ৰতি স্বাভাৱিক মৰম।

**অপথ** বি. অন্যায় পথ, আওবাট bad way, wrong course, **অপথ্য** বি. যি আহাৰ খালে ৰোগীৰ অপকাৰ হয় বা নৰিয়া বাঢ়ে unfit diet.

**অপদস্থ** বিণ. বিষয় গুচা removed from one's position, অপমানিত হোৱা, লাজত পৰা insulted.

**অপদাৰ্থ** বিণ. অকামিলা, অসাৰ, অযোগ্য worthless, useless. বি. অকামিলা মানুহ বা বস্তু worthless person or thing.

**অপদী** বিণ. পদহীন, ভৰি নথকা প্ৰাণী, (সাপ, জোক আদি)।

**অপদেৱতা** বি. সামান্য দেৱতা, ভূত, পিশাচ evil spirit.

**অপনয়ন** বি. দূৰীকৰণ removal. বিণ. **অপনীত** দূৰকৰা removed.

**অপনোদন** অপনয়ন

**অপপাঠ** বি. অশুদ্ধ পাঠ।

**অপপ্ৰয়োগ** অশুদ্ধ বা অৰ্থবিৰুদ্ধ প্ৰয়োগ misuse.

**অপবৰ্গ** বি. মুক্তি, মোক্ষ salvation, ফলসিদ্ধি accomplishment, শেষ, অন্ত end.

**অপবৰ্জ্জন** বি.ত্যাগ, বিসৰ্জ্জন, মুক্তি।

**অপবাদ** বি. নিন্দা কৰণ, বদনাম slander, scandal. **অপবাদী**—যি অপবাদ কৰে one who accuses, যাৰ অপবাদ বা বদনাম আছে accused of adultery. স্ত্ৰী. **অপবাদিনী**।

**অপবিত্ৰ** বিণ. অশুচি, কলঙ্কিত unclean, impure.

**অপব্যয়** বি. বেয়া কামত খৰচ waste, অপৰিমিত খৰচ extravagance. বিণ. **অপব্যয়ী** বেয়াকামত খৰচ কৰা, বেছি খৰচী prodigal, spending lavishly.

**অপব্যৱহাৰ** বি. অন্যায় বা অনুচিত ব্যৱহাৰ ill-treatment.

**অপভাষা** বি. অসাধু বা বিকৃত ভাষা vulgur or corrupt language.

**অপভ্ৰংশ** বি. মূল ভাষা বা শব্দৰ বিকৃত ৰূপ corrupted language or word, প্ৰাকৃত ভাষাৰ এটা ৰূপ, সংস্কৃতৰ বাহিৰে অন্যভাষা, পতন, স্খলন one of the lowest forms of sanskrit dialect, any language other than sanskrit, a fall.

**অপমান** বি. মানহানি, অৱমাননা, লাঞ্ছনা disrespect, insult, indignity. বিণ. **অপমানিত** অনাদৃত লাঞ্ছিত, অসম্মানিত।

**অপমৃত্যু** বি অপঘাত হৈ হোৱা মৃত্যু অস্বাভাৱিক মৃত্যু unnatural accidental death.

**অপযশ** বি. অখ্যাতি, বদনাম infamy.

**অপৰ** বিণ. অন্য, কোনো বিশেষ লোকত বাজে আন other, ভিন্ন, বেলেগ পিছৰ following.

**অপৰাজিত** বিণ. পৰাস্ত নোহোৱা undefeated. বি. শিৱ, বিষ্ণু।

**অপৰাজিতা** বি. এবিধ লতা ফুল a kind of creeper and its flower দুৰ্গাৰ এটা নাম।

**অপৰাধ** বি. দায়, দোষ, পাপ, ত্ৰুটি offence, crime, sin, fault. **অপৰাধী** বিণ. জগৰীয়া, দোষ কৰা guilty, বি. অপৰাধ কৰা লোক offender, criminal, স্ত্ৰী. **অপৰাধিনী**।

**অপৰাবিদ্যা** বি য বিদ্যা শ্ৰেষ্ঠ নহয়। বিদ্যা দুবিধ পৰাবিদ্যা আৰু অপৰাবিদ্যা অপৰাবিদ্যা হৈছে ঋক্‌বেদ, যজুৰ্ব্বেদ, সামবেদ, অথৰ্ব্ববেদ, শিক্ষা, কল্প ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ। ব্ৰহ্ম বিদ্যাত কৈ তল-

খাপৰ বিদ্যা। পৰা-বিদ্যা হৈছে ব্ৰহ্মবিদ্যা।

**অপৰাপৰ** অন্যান্য।

**অপৰাহ্ণ** বি. আবেলি afternoon.

**অপৰিচিত** বিণ. অচিনাকী unknown.

**অপৰিচ্ছন্ন** বিণ. অপৰিষ্কাৰ unclean.

**অপৰিচ্ছিন্ন** বিণ অসীম, অনন্ত in-finite, continuous.

**অপৰিণত** বিণ. আপঁইতা, অপৰঠ immature, **অপৰিণতবুদ্ধি** বিণ. চঞ্চলমতি, অদূৰদৰ্শী fickleminded, not farsighted **অপৰিণামদৰ্শী** বিণ অদূৰদৰ্শী, অবিবেচক not prudent

**অপৰিণীত** বিণ. অবিবাহিত unmarried. স্ত্ৰী. **অপৰিণীতা**।

**অপৰিপাটি** বিণ. পৰিপাটি নোহোৱা, বিশৃঙ্খল disorderly.

**অপৰিপুষ্ট** বিণ. অসম্পূৰ্ণ, পৰিণত অৱস্থা নোপোৱা not fully developed, খাই বৈ শকত আৱত নোহোৱা not well-nourished. বি. **অপৰিপুষ্টতা**।

**অপৰিপূৰ্ণ** বিণ. অসম্পূৰ্ণ incomplete.

**অপৰিবৰ্ত্তন** বি একেদৰে থকা অৱস্থা absence of change. বিণ. **অপৰিবৰ্ত্তনশীল** যি চিৰদিন একেদৰে থাকে। **অপৰিবৰ্ত্তিত** পৰিবৰ্ত্তন নোহোৱা।

**অপৰিবৰ্ত্তনীয়** বিণ. যাক পৰিবৰ্ত্তন কৰিব নোৱাৰি unchangeable.

**অপৰিমিত** বিণ. পৰিমাণতকৈ অধিক, অতি বেছি, প্ৰচুৰ unlimited, unmeasured.

**অপৰিমেয়** বিণ. যাক পৰিমাণ কৰিব নোৱাৰি beyond measure.

**অপৰিষ্কাৰ** বিণ. মলিয়ন, লেতেৰা dirty, not clean. **অপৰিষ্কৃত** বিণ যি পৰিষ্কাৰ নহয়, মলিন।

**অপৰিসীম** বিণ. অসীম, অপাৰ boundless.

**অপৰিহাৰ্য্য** বিণ. যাক পৰিত্যাগ কৰিব বা এৰাব নোৱাৰি, হাত সাৰিব নোৱাৰা inevitable, unavoidable.

**অপৰূপ** বিণ. অপূৰ্ব্ব, অদ্ভুত, আশ্চৰ্য্যজনক strange, extraordinary.

**অপৰোক্ষ** বিণ. সাক্ষাৎ, প্ৰত্যক্ষ direct, perceivable.

**অপৰ্ণা** বি. পাৰ্ব্বতী, দুৰ্গা।

**অপৰ্য্যপ্ত** বিণ. প্ৰচুৰ, অসীম unbounded, unlimited.

**অপৰ্য্যাপ্ত** বি. অপৰিমিত, অসীম, অসংখ্য unlimited, abundant.

**অপলক** বিণ. পলকহীন, অনিমেষ।

**অপলাপ** বি. সঁচা কথাৰ অস্বীকাৰ, মিছা উক্তি concealment of truth.

**অপশব্দ** বি. অশুদ্ধ শব্দ, চহামাত, ব্যাকৰণমতে ভুল শব্দ a vulgar or corrupt word.

**অপসৰণ** বি. দূৰ হোৱা, পলায়ন going away.

**অপসাৰণ** বি. স্থানান্তৰিতকৰণ।

**অপসাৰিত** বিণ. দূৰীকৃত, বহিষ্কৃত।

**অপস্মাৰ** বি. মূৰ্চ্ছা ৰোগ, মৃগীৰোগ, আঁৰৰীয়া epilepsy.

**অপহৰণ** বি. অন্যায়ৰূপে পৰৰ বস্তু গ্ৰহণ, চৌৰ্য্য theft. বিণ. **অপহাৰক, অপহাৰী** চোৰ thief. **অপহৃত**—চুৰ কৰি পোৱা taken by theft.

**অপাকী** বিণ. সোনকালে জীৰ্ণ নোযোৱা, গুৰুপাক not easily digestible.

**অপাঙ্গ** বি. চকুৰ কোণ the angle of the eye.

**অপাচ্য** যি হজম নহয়।

**অপাঠ্য** বিণ. যাক পঢ়িব বা মাতিব নোৱাৰি illegible, পঢ়াৰ অযোগ্য not fit for reading.

**অপাত্ৰ** বি. অযোগ্য বা অনুপযুক্ত লোক unfit or unworthy person.

**অপাদান** বি. অপাদান কাৰক ablative.

**অপান** বি. অধোবায়ু, মলদ্বাৰ।

**অপাপ** বিণ. নিষ্পাপ sinless.

**অপায়** বি. হানি, বিনাশ, আপদ, অমঙ্গল misfortune, evil, calamity.

**অপাৰ** বিণ. পাৰ বা দাঁতি নথকা, বৰ বহল vast, boundless, অসংখ্য, বৰ বেছি innumerable, boundless.

**অপাৰক, অপাৰগ** বিণ. অসমৰ্থ, অক্ষম, অপাৰ্গত incapable, unskilful. বিণ. **অপাৰ্গত** অসমৰ্থ incapable. বি. **অপাৰ্গতালি**।

**অপাৰ্থক** বিণ. কামৰ শক্তিহীন, অপাৰগ incompetent. বি. কষ্ট, আপদ trouble, distress.

**অপাৰ্থিব** বিণ. পৃথিবীত নেদেখা, স্বৰ্গীয় not earthly, heavenly.

**অপি** ( উপসৰ্গ ) নিশ্চয়, সন্দেহ আদি অৰ্থত যেনে :—কদাপি, যদ্যপি, কথমপি, তথাপি।

**অপুত্ৰ, অপুত্ৰক** বিণ. পুত্ৰ নথকা, সন্তান নথকা childless. **অপুত** বি. অপুত্ৰক মানুহ।

**অপুষ্ট** বি. অপৰিপুষ্ট not nourished, ill-fed, অপৰিণত, পূৰঠ নোহোৱা immature.

**অপুদ্‌ঘাত** বিণ. অদ্ভুত, অমঙ্গলীয়া, আচৰিত unusual, strange.

**অপূৰ্ণ** বিণ. পূৰ নোহোৱা, অসম্পূৰ্ণ incomplete.

**অপূৰ্ব্ব** বিণ. আগেয়ে নোহোৱা বা নেদেখা, অসাধাৰণ unprecedented, অতি উত্তম excellent.

**অপেয়** বিণ. পানৰ অযোগ্য not fit for drink.

**অপেস্বৰা, অপেস্বৰী, অপ্সৰা** বি. স্বৰ্গৰ নাচনী, উপদেৱী a fairy, a nymph.

**অপেক্ষা** বি. বাট চোৱা, আশা কৰি বৈ থকা waiting, expecting. ক্ৰি. বিণ. মতে, অনুসাৰে, তুলনা,

কৰি। **অপেক্ষাকৃত** আনৰ লগত তুলনা কৰিলে। **অপেক্ষাই** তুলনা কৰাত।

**অপৈণত** বিণ. পূৰঠ নোহোৱা, আপঁইতা not ripe.

**অপৌৰুষ** বি. পুৰুষৰ গুণৰ অভাৱ, কাপুৰুষালি cowardice. **অপৌৰুষেয়** বিণ. অলৌকিক of divine origin, not made by any man.

**অপ্ৰকট** বিণ. অস্পষ্ট, অপ্ৰকাশ not clear.

**অপ্ৰকাশ** বিণ. অব্যক্ত, গুপ্ত hidden, unseen, অনুজ্জ্বল, পোহৰ নথকা dark, not bright. **অপ্ৰকাশ্য** বিণ. গোপনীয়। **অপ্ৰকাশিত** বিণ. গুপ্ত, এন্ধাৰ, অপ্ৰচাৰিত unpublished.

**অপ্ৰকৃত** বিণ অযথাৰ্থ, মিছা।

**অপ্ৰতৰ্ক্য** বিণ যাক বিচাৰ নাইবা অনুমানেৰে স্থিৰ কৰিব নোৱাৰি।

**অপ্ৰচলিত** বিণ. চলিত নোহোৱা, নচলা obsolete-

**অপ্ৰতিভ** বিণ. লজ্জিত, হতবুদ্ধি, বিবুদ্ধি confounded, outwitted.

**অপ্ৰতিম** বিণ. নিৰুপম, অতুলনীয় incomparable.

**অপ্ৰতিষ্ঠিত** বিণ ভালকৈ স্থাপিত নোহোৱা not well established, বিধিমতে প্ৰতিষ্ঠা বা সংস্কাৰ নোহোৱা not consecrated. **অপ্ৰতিষ্ঠ** প্ৰতিপত্তিহীন, অখ্যাত।

**অপ্ৰতিষ্ঠা** নিন্দা।

**অপ্ৰতিহত** বিণ. অবাধ, নিষেধ নথকা unobstructed, free. **অপ্ৰতিহতভাৱে** ক্ৰি বিণ. অবাধে।

**অপ্ৰতুল** বি. অভাৱ, নাটনি insufficiency. বিণ. অনাটন insufficient, অতুলন, অনুপম incomparable.

**অপ্ৰত্যক্ষ** বিণ. নেদেখা invisible.

**অপ্ৰত্যয়** বি. অবিশ্বাস disbelief.

**অপ্ৰৱন্ধে** ক্ৰি. বিণ. প্ৰৱন্ধ বা চেষ্টা নকৰাকৈ, অনায়াসে without effort, easily.

**অপ্ৰবাসী** বিণ. প্ৰবাস বা বিদেশত নথকা not living in a foreign place.

**অপ্ৰবৃত্তি** বি. অনিচ্ছা, অৰুচি unwillingness.

**অপ্ৰমত্ত** বিণ. ধীৰ, প্ৰমাদশূন্য calm, unexcited.

**অপ্ৰমাণ** বিণ. প্ৰমাণ নথকা, সঁচা বুলি নিশ্চয় নোহোৱা unproved, false. কৃদ. বিণ. **অপ্ৰমাণিত**।

**অপ্ৰমাদ** বিণ. সাৱধান, ধীৰ, নিৰ্ভুল, মনোযোগী careful, calm, free from error, attentive. বি. ভুলৰ অভাৱ, ভ্ৰান্তিহীনতা, সাৱধানতা absence of error, attention, care. **অপ্ৰমাদী** ( পু. পুথি ) ভুল ভ্ৰান্তি নথকা, সতৰ্ক। ক্ৰি বিণ. **অপ্ৰমাদে**।

**অপ্ৰযুক্ততা** বি অযোগ্যতা, অসঙ্গতি, সাহিত্যৰ এবিধ দোষ, ( অপ্ৰচলিত শব্দৰ প্ৰয়োগ )।

**অপ্ৰয়াসে** ক্রি. বিণ. চেষ্টা নকৰাকৈ, অনায়াসে, অলপ চেষ্টাতে easily.

**অপ্ৰয়োগ** বি. অপপ্ৰয়োগ, অপ-ব্যৱহাৰ bad application.

**অপ্ৰয়োজন** বি. অনাৱশ্যক, আৱশ্যকৰ অভাৱ absence of necessity. বিণ. অপ্ৰয়োজনীয় অনাৱশ্যকীয় অলাগতিয়াল unnecessary. বি. অপ্ৰয়োজনীয়তা।

**অপ্ৰশস্ত** বি. সঙ্কীৰ্ণ, অনুপযুক্ত, নিন্দিত narrow, unfit, low.

**অপ্ৰশংসনীয়** বিণ. প্ৰশংসাৰ অযোগ্য, শলাগিব নলগীয়া not praise-worthy.

**অপ্ৰসন্ন** বিণ. অসন্তুষ্ট displeased. দুখিত, বিষণ্ণ sad, melancholy.

**অপ্ৰসিদ্ধ** বি. অপ্ৰখ্যাত not famous.

**অপ্ৰস্তুত** বিণ. প্ৰস্তুত নোহোৱা, সাজু নথকা not prepared, হতবুদ্ধি হোৱা, অপ্ৰতিভ হোৱা, লাজ পোৱা confounded, put to shame.

**অপ্ৰাণী** বি. জীৱ বা প্ৰাণ নথকা বস্তু an inanimate thing.

**অপ্ৰাৰ্থিত** কৃদ. বিণ. অবাঞ্ছিত, নোখোজা unasked.

**অপ্ৰাপ্ত** বিণ. যাক পোৱা নাই not obtained. বি, অপ্ৰাপ্তি অলাভ। বিণ. অপ্ৰাপ্য পাবলৈ টান, দুৰ্লভ difficult to obtain, rare,

**অপ্ৰামাণিক** বিণ. যাৰ কোনো প্ৰমাণ নাই without any proof.

**অপ্ৰাসঙ্গিক** বিণ. আলোচ্য বিষয়ৰ বহিৰ্ভূত, অবাস্তৱ not connected with the main subject, irrelevant.

**অপ্ৰিয়** বিণ. ভাল নোপোৱা disliked. বি. অশুভ, ক্ষতি।

**অপ্ৰীতি** বি. অসন্তোষ, অসদ্ভাৱ, মনোমালিন্য dislike, ill-feeling. বিণ. অপ্ৰীতিকৰ মনত আঘাত দিয়া, বিৰক্তিজনক। অপ্ৰীতিভাজন অপ্ৰীতিৰ পাত্ৰ।

**অপ্সৰা** স্বৰ্গবেশ্যা, স্বৰ্গৰ পৰী, অপ্সৰী।

**অফলা** য'ত ফল উৎপন্ন নহয়।

**অ'ফিচ** (ইং) কাছাৰী, দপ্তৰ, বিষয় কৰ্ম্ম নিৰ্ব্বাহক স্থান।

**অফুট** বিণ. অপ্ৰকাশিত, গুপ্ত hidden, secret, অস্পষ্ট, অব্যক্ত indistinct. ক্রি. বিণ. অফুটকৈ।

**অফুৰন্ত** বিণ. যথেষ্ট, যি শেষ নহয় abundant, not ending.

**অবংশ** বি. নীচ বংশ low family.

**অবক্তব্য** বিণ. অকথ্য, কব নলগীয়া not proper or worthy to be spoken.

**অবচন** বি. দুৰ্ব্বাক্য. নিন্দা, গালি improper words or langu-age, abuse. বিণ. অবচনকাৰী অবাধ্য। অবচনীয় কব নলগীয়া abusive.

**অবধ্য** বিণ. মাৰিবৰ বা বধৰ অযোগ্য unfit to be killed, বধিব বা মাৰিব নোৱাৰা what cannot be killed.

**অবয়ব** বি শৰীৰৰ অঙ্গ limb, কোনো বস্তুৰ অংশ part, দেহ, শৰীৰ form, body. **অবয়বী** বিণ সাকাৰ অঙ্গবিশিষ্ট having limbs.

**অবর্ণনীয়** বিণ বর্ণনাৰ অসাধ্য, বর্ণনা কৰিব নোৱাৰা indescribable.

**অবৰ্ত্তমানে** ক্রি. বিণ অবিহনে অবিদ্যমানে in the absence of. বিণ. **অবৰ্ত্তমান**।

**অবলা** বি. যাৰ বল নাই, তিৰোতা a woman. বিণ দুৰ্ব্বলা weak.

**অবশ** বি. অবাধ্য, আজ্ঞা নমনা, বশ নোহোৱা disobedient, ঠেৰেঙ্গা stiff. বি. **অবশতা**।

**অবস্তু** বি. অসাৰ বস্তু, হীন বিষয় a worthless or trifling thing.

**অবাক** বিণ. নিমাত, মাত নোহোৱা speechless, আচৰিতহৈ মনে মনে থকা dumb-founded.

**অবাক্য** বি. নিন্দা, গালি, অনুচিত বাক্য abuse, unworthy remark.

**অবাচ্য** বিণ. কব নলগীয়া, নিলাজ, লাজ জন্মোৱা shameful, indecent, obscene.

**অবাট** বি. আওবাট, যাব নলগীয়া বাট wrong way, different way, অসৎপথ, অনিয়ম wrong conduct, wrong way. ক্রি. বিণ. **অবাটে**।

**অবাধ, অবাধিত** বিণ. বাধা নথকা free, unimpeded, নিষেধ নথকা, হাক দিব নোৱাৰা unobstructed. ক্রি. বিণ. **অবাধে** বাধা নোহোৱাকৈ without hindrance.

**অবাধ্য** বিণ. কথা নুশুনা disobedient, উচ্ছৃঙ্খল, স্বেচ্ছাচাৰী obstinate বি. **অবাধ্যতা**।

**অবান্তৰ** বিণ. মূল বিষয়ৰ বাহিৰ, অপ্রাসঙ্গিক, অপ্রধান irrelevant, subsidiary.

**অবাব** বিণ. অকাৰণ, অনাৱশ্যক unjust, unnecessary. ক্রি. বিণ. **অবাবতে**।

**অবাৰিত** বিণ. বাৰণ বা বাধা নথকা, মুকলি unrestrained, free.

**অবাল-চন্দ** বিণ. অপাত্র, একো নজনা, অকামিলা worthless, ignorant, unskilful.

**অবাস্তৱ** বিণ. অসত্য, অলীক, কাল্পনিক, অমূলক unreal, imaginary.

**অবিকল** বিণ. কোনো ভাগ নেৰা, লৰচৰ নকৰা, অবিকৃত with the entire body, exact.

**অবিকলিত** বিণ. নুফুটা, অব্যক্ত not blossomed, not revealed.

**অবিকাৰ** বিণ. সদায় একেৰকমে থকা not subject to any change.

**অবিকৃত** ৰূপান্তৰ নোহোৱা not changed.

**অবিচলিত** বিণ দৃঢ়, স্থিৰ firm, steadfast.

**অবিচাৰ** বি. বিচাৰৰ অভাৱ, অবিবেচনা want of consideration, অন্যায় বিচাৰ injustice.

**অবিচ্ছেদ** বি. বিচ্ছেদ নোহোৱা, একেৰাহে হৈ থকা uninterrupted incessant. ক্রি. বিণ. **অবিচ্ছেদে।**

**অবিচ্ছেদ্য** বিণ. বিচ্ছেদ কৰিব নোৱাৰা, এৰিব নোৱাৰা which cannot be disunited.

**অবিজ্ঞ** বিণ. অনভিজ্ঞ, নজনা, মূৰ্খ unlearned, ignorant, stupid. বি **অবিজ্ঞতা।**

**অবিদিত** কৃদ. বিণ অজ্ঞাত, নজনা ur known. ক্রি. বিণ. **অবিদিতে।**

**অবিদ্যমান** বিণ. নথকা, অবৰ্ত্তমান absent, অস্থিত্বশূন্য non-existent. ক্রি. বিণ. **অবিদ্যমানে** অবিহনে, অবৰ্ত্তমানে। বি. **অবিদ্যমানতা।**

**অবিদ্যা** বি. অজ্ঞান, মায়া nogirance, illusion.

**অবিধি** বি. কুবিধি, কুব্যৱস্থা, বিধিৰ বিপৰীত action or conduct opposed to rule, contrary to rule.

**অবিনয়** বি. বিনয় বা নম্রভাৱ নথকা, কঠোৰ ভাৱ absence of humility, unkindness. বিণ.**অবিনয়ী।**

**অবিনশ্বৰ** বিণ. কেতিয়াও নাশ নোপোৱা, অবিনাশী, অক্ষয় imperishable, indestructible.

**অবিনাশী** বিণ. কেতিয়াও নাশ নোপোৱা, সদায় থকা undying, imperishable.

**অবিনীত** বিণ. নম্র নোহোৱা, উদ্ধত, অবাধ্য, অহঙ্কাৰী not humble, disobedient, proud.

**অবিবাহিত** বিণ. বিয়া নকৰা unmarried স্ত্রী. **অবিবাহিতা।**

**অবিবেক** বি. হিতাহিত জ্ঞানৰ অভাৱ, অজ্ঞান অৱস্থা want of conscience, ignorance. বিণ. **অবিবেকী।**

**অবিবেচক** বিণ. ভাল-বেয়া, ন্যায়-অন্যায়ৰ বিচাৰ নথকা inconsiderate, বিচাৰ বুদ্ধি নথকা wanting in judgement. বি. **অবিবেচনা।**

**অবিভক্ত** বিণ. বেলেগ নোহোৱা, একেলগে থকা undivided, living together.

**অবিভাজ্য** বিণ. যাক ভাগ কৰিব নোৱাৰি বা কৰা অনুচিত indivisible.

**অবিমিশ্র** বিণ. ভেজালশূন্য, বিশুদ্ধ।

**অবিমৃষ্য** বিণ. নিঃসন্দিগ্ধ।

**অবিমৃষ্যকাৰী** বিণ. যি সম্যক বিবেচনা নকৰি কাম কৰে। বি. অৰ্কাৰিতা।

**অবিৰত** বিণ. অবিচ্ছেদ, ক্ষান্ত নোহোৱা incessant, continual. ক্রি. বিণ. ক্ষান্ত নোহোৱাকৈ।

**অবিৰল** বিণ. কম নপৰা, নেৰানেপেৰা unceasing. ক্রি. বিণ. একেৰাহে।

**অবিৰাম** ক্রি. বিণ অবিশ্রান্তৰূপে, ক্ষান্ত নোহোৱাকৈ। বিণ. নেৰানেপেৰা, ক্ষান্ত নোহোৱা incessant.

**অবিৰোধ** বি. মিল, বিৰোধহীন agreement, indisputed. ক্রি. বিণ. **অবিৰোধে**।

**অবিলম্বে** ক্রি. বিণ. বিলম্ব নকৰি, সোনকালে quickly, without delay.

**অবিশ্রান্ত** বিণ. একেৰাহে হৈ থকা, ছেদভেদ নথকা, জিৰণি নোপোৱা incessant, unceasing ক্রি. বিণ. **অবিশ্রান্তৰূপে** একেৰাহে।

**অবিশ্রাম** বিণ. অবিৰত, একেৰাহে, অবিশ্রান্ত, নেৰানেপেৰা without rest, continuous.

**অবিশ্বস্ত** বিণ. বিশ্বাস কৰিব নলগা, বিশ্বাসৰ অযোগ্য, অবিশ্বাসী unreliable.

**অবিশ্বাস** বি. অসঙ্গত, বিশ্বাসৰ অভাৱ distrust. বিণ. **অবিশ্বাসী** বিশ্বাসৰ অযোগ্য untrustworthy, বিশ্বাস নকৰা, বিশ্বাসহীন disbelieving, বিশ্বাসঘাতক faithless বি. বিশ্বাস নকৰা মানুহ, ঈশ্বৰ নমনা লোক a disbeliever, an infidel. স্ত্রী. **অবিশ্বাসিনী**। **অবিশ্বাস্য** বিশ্বাসৰ অযোগ্য।

**অবিষয়** বিণ ইন্দ্রিয়াতীত, অজ্ঞাত, সাংসাৰিক সম্পৰ্কৰ বাহিৰ হোৱা unknown. **অবিষয়ী** যি বিষয়ী বা সংসাৰী নহয়, সংসাৰত অনাসক্ত not worldly.

**অবিসম্বাদ** বি. বিৰোধৰ অভাৱ, মিলন। ক্রি. বিণ. **অবিসম্বাদে** নিৰ্ব্বিবাদে, অবাধে।

**অবিস্মৰণীয়** বিণ. যাক পাহৰিব নোৱাৰি that cannot be forgotten.

**অবিহনে** ক্রি. বিণ. অবৰ্ত্তমানে, অবিদ্যমানে in the absence of, after the death of.

**অবিহিত** বিণ. বিধিৰ বিপৰীত, অবিধি, অনুচিত opposed to rule, improper.

**অবুজ** বিণ. নিৰ্ব্বোধ, নজনা, মূৰ্খ stupid, ignorant, অস্পষ্ট, বুজিব নোৱাৰা unintelligible. বিণ. **অবুজন** বুজনি নোপোৱা, বুজালেও নুবুজা, নিজ ইচ্ছামতে চলা obstinate, self-willed.

**অবেকত** বিণ. অব্যক্ত, অপ্রকাশিত unknown, unrevealed.

**অবেক্ষণ**, **অবেক্ষা** বি. পৰিদৰ্শন, প্রতীক্ষা, বিচাৰ।

**অবৈতনিক** বিণ. বেতন নোপোৱা, দৰমহা নোলোৱা honorary, মাচুল দিব নলগা without fees.

**অবৈধ** বিণ. বিধি বিৰুদ্ধ, অযুগুত contrary to rule or law, improper.

**অবৈয়াল** বিণ. উগ্রস্বভাৱী, হুঁটা, কাৰো পৰামৰ্শ নুশুনা, বুজালেও নুবুজা, আপোন ইচ্ছাৰে চলা rough-tempered, obstinate, self-willed.

**অবোধ** বিণ. অবুজ, নিৰ্ব্বোধ, অঁজলা

senseless, innocent. বি. অবোধ বা অজ্ঞান মানুহ। বিণ. অবোধগম্য বুজিব নোৱাৰা, অজ্ঞেয় unintelligible.

**অব্জ** বি. পদুম lotus, শঙ্খ conch, চন্দ্ৰ, ধন্বন্তৰি the moon, Dhanvantari. বি. **অব্জযোনি** ব্ৰহ্মা, পদ্মযোনি। **অব্জিনী** কমলিনী।

**অব্দ** বি. বছৰ a year. দিন-ৰাতি স্বৰূপ যিকালে ত্ৰিজগৎ ৰক্ষা কৰে। বি. মেঘ cloud.

**অব্ধি** বি. সাগৰ, মহাসাগৰ ocean

**অভ্ৰ** বি মেঘ cloud.

**অব্যক্ত** বি. পৰমাত্মা, মন বুদ্ধিৰ অগোচৰ ঈশ্বৰ the supreme spirit, কামদেৱ cupid, শিৱ, বিষ্ণু Shiva, Vishnu. বিণ. অস্পষ্ট indistinct, অপ্ৰকাশিত unexpressed, invisible, অজ্ঞেয় imperceptible.

**অব্যভিচাৰী** বিণ. ব্যভিচাৰ নথকা, নীতি-নিয়মত থকা virtuous, of good character, এক শৰণ ধৰ্ম্মত থকা, অন্য দেৱতাক এৰি একমাত্ৰ ভগৱন্তক পূজা। স্ত্ৰী. **অব্যভিচাৰিণী** ( ভক্তি )।

**অব্যয়** বি. অক্ষয়, অভগণ, ব্যয় বা খৰচ নোহোৱা inexhaustible, unspent, লিঙ্গ বিভক্তি আদিৰ পৰা পৰিবৰ্ত্তিত নোহোৱা indeclinable. বি. **অব্যয়ীভাৱ** এবিধ সমাস।

**অব্যৰ্থ** বিণ. অমোঘ, নিষ্ফল নাইবা বিফল নোহোৱা infallible, efficacious.

**অব্যৱধান** বিণ. ব্যৱধান নথকা, মাজত একো নথকা contiguous, close.

**অব্যৱহাৰ্য্য** বিণ. কামত নলগা, অকৰ্ম্মণ্য useless, ব্যৱহাৰ কৰিবৰ নাইবা কামত লগাবৰ অযোগ্য unfit for use.

**অব্যৱহিত** বিণ. মাজত ব্যৱধান, নথকা, লগালগি contiguous, adjoining.

**অব্যৱহৃত** কৃদ. বিণ. ব্যৱহাৰ নকৰা not used, চলিত নোহোৱা, অপ্ৰচলিত not current, not in use.

**অব্যাহত** বিণ. বাধা নথকা, অবাধ unhindered, not prevented.

**অব্যাহতি** বি. নিস্তাৰ, ৰক্ষা release, exemption.

**অব্ৰহ্মণ্য** বিণ. ব্ৰাহ্মণৰ অযোগ্য unfit for a Brahmin. বি. **অব্ৰাহ্মণ** ব্ৰাহ্মণ ভিন্ন অন্য জাতিৰ মানুহ a non-Brahmin.

**অভইচ** ( সং অবাচ্য শব্দৰ পৰা ) বিণ. অশ্লীল, নিলাজ obscene.

**অভকত** বি. ঈশ্বৰক নভজা লোক, কোনো ধৰ্ম্ম নোলোৱা লোক। বিণ. **অভকতীয়া** অশৰণীয়া।

**অভক্ত** বিণ. ভক্তিশূন্য, ভক্তিহীন not devoted to God. বি. **অভক্তি** অশ্ৰদ্ধা, ঘৃণা disregard, hatred.

**অভগন** বিণ. অব্যয়, শেষ নোহোৱা, অক্ষয় inexhaustible.

**অভং** বিণ. অবুজন, আপোন ইচ্ছামতে চলা self-willed, obstinate.

**অভং-ভতৰা** বি. অবুজন লোক, অবাধ্যলোক। স্ত্রী. **অভং ভতেৰী**।

**অভঁজা** বিণ. কুৰূপ, কুৎসিত, আভঁজা ugly.

**অভদ্র** বিণ. অসভ্য, অনিষ্ট unmannerly, vile.

**অভয়** বি. ভয় নথকা, সাহস absence of fear, courage, আশ্রয় দিবৰ অঙ্গীকাৰ protection promissed বিণ. ভয়শূন্য, নির্ভয় fearless. স্ত্রী. **অভয়া**। **অভয়দক্ষিণা** অভয়দান। **অভয়-পদ** ভয় নথকা অৱস্থা।

**অভক্ষ্য** বি. অখাদ্য, নিষিদ্ধ খাদ্য forbidden as food.

**অভাগ্য** বি. ভাগ্যশূন্য অৱস্থা, দুৰ্কপাল ill luck. বিণ. ভাগ্যশূন্য, দুৰ্কপলীয়া unfortunate. **অভাগীয়া** ভাগ্য নথকা, দুৰ্কপলীয়া unfortunate.

**অভাজন** বিণ. অপাত্র, অযোগ্য, অকামিলা, কোনো কাম কৰিব নজনা unfit, worthless, incompetent, দুৰ্ভাগ্য unfortunate.

**অভাৱ** বি. নোহোৱা, অবিদ্যমান বা উপস্থিত নথকা অৱস্থা absence, লাগতিয়াল বস্তু নথকা want, insufficiency.

**অভাৱনীয়** বিণ. যাক ভাবিব নোৱাৰি, যি হবৰ সম্ভৱ নাই unthinkable, improbable, চিন্তাৰ অতীত beyond thinkable, আগেয়ে হব বুলি নভবা unexpected.

**অভাৱে** ক্রি. বিণ. নহলে, নথকাত, in the absence of.

**অভি** উপস. সমুখ—অভিসাৰ, অভিযান, সমীপ—নগৰ অভিমুখে, উত্তম—অভিজাত, চিন—অভিজ্ঞান, বিপক্ষে—অভিযান, অভিশাপ, ভালকৈ—অভিজ্ঞ, সদায়, সৰ্ব্বতোভাৱে—অভিব্যাপ্ত।

**অভিগমন** বি. কোনো বস্তুৰ ফাললৈ গতি কৰণ going towards, তিৰোতাৰ সৈতে গোপন সংশ্ৰৱ secret intercourse with a woman বিণ. **অভিগামী**। স্ত্রী. **অভিগামিনী**।

**অভিচাৰ** বি. অনিষ্ট কৰণ, হিংসা injury, mischief. **অভিচাৰ মন্ত্র** লোকৰ অন্যায় কৰিবলৈ ব্যৱহাৰ কৰা মন্ত্র। বিণ. **অভিচাৰী** অনিষ্টকাৰী। স্ত্রী. **অভিচাৰিণী**।

**অভিজাত** বিণ. ভাল বংশত জন্মা, উচ্চবংশীয় noble, aristocratic. বি. **আভিজাত্য**।

**অভিজাত-তন্ত্র** উচ্চবংশীয় লোকৰ দ্বাৰা কৰা ৰাজ্যশাসন aristocracy.

**অভিজ্ঞ** বিণ. ভালকৈ জনা, জ্ঞানী, বিদ্বান্ wise, learned, নিপুণ, পাৰ্গত clever, proficient, বহুদৰ্শী experienced. বি.

**অভিজ্ঞতা** দেখি শুনি লাভ কৰা জ্ঞান, দূৰদৰ্শিতা।

**অভিজ্ঞান** বি. যাৰ দ্বাৰা জনা যায়, কোনো কথা সোঁৱৰাই দিয়া বস্তু, নিদৰ্শন, চিন a token of remembrance, a sign, a mark, পৰিচয়, জ্ঞান recognition, স্মৰণ recollection.

**অভিধা** বি. নাম, উপাধি, যি শক্তিৰ দ্বাৰা শব্দাৰ্থৰ জ্ঞান হয়, শব্দ-শক্তি।

**অভিধান** বি. শব্দ-কোষ a dictionary, a lexicon, নাম a name or designation. বিণ. **আভিধানিক**। বিণ. **অভিধেয়** বোধক, প্ৰকাশক। বি. নাম name.

**অভিন, অভিন্ন** বিণ. একে, বেলেগ নোহোৱা having no difference, similar.

**অভিনন্দন** বি. অইনক আনন্দ দিয়া, প্ৰশংসা, শলাগ, সম্ভাষণ, অভিভাষণ congratulation, praise, welcome. বিণ. **অভিনন্দিত**। **অভিনন্দনপত্ৰ** আদৰণি-পত্ৰ, কোনো বিশিষ্ট লোকক তেওঁৰ গুণ বৰ্ণনা কৰি দিয়া কাকত a letter of felicitation, address. ( পু. অ.) **অভিনন্দ,, অভিনন্দা**।

**অভিনৱ** বিণ. একেবাৰে নতুন, ন new. **অভিনৱতা** বি. ।

**অভিনয়** বি. ভাওনা কৰণ, নাট্য প্ৰদৰ্শন, নাটকৰ পাত্ৰ-পাত্ৰী সকলৰ বেশ-ভূষা, অঙ্গ-ভঙ্গী, কথা আৰু কাৰ্য্যৰ সম্যক অনুকৰণ theatrical performance, নাটকৰ কোনো ভূমিকা লৈ নাট্যকলা প্ৰকাশ acting, অনুকৰণ, কৃত্ৰিম ভাব প্ৰকাশ, ভাওনা দিয়া, আন্তৰিকতা শূন্য কাৰ্য্য, আগেয়ে হৈ যোৱা কাৰ্য্যত অনুকৰণ। কৃদ. বিণ. **অভিনীত**। বি. **অভিনেতা** অভিনয়কাৰী। স্ত্ৰী. **অভিনেত্ৰী**।

**অভিনিবিষ্ট** কৃদ. বিণ. যি ভিতৰলৈ সোমাইছে, প্ৰৱিষ্ট, ভালকৈ মনোযোগ দিয়া, মনপুতি লগা absorbed, penetrated into, engaged in, বৰ আগ্ৰহযুক্ত, অতিযত্নশীল ardent, earnest. বি. **অভিনিবিষ্টতা** মনোযোগ determination of purpose.

**অভিনিবেশ** বি. ভিতৰলৈ সোমাই যোৱা, মনোযোগ penetration, attention, আগ্ৰহ, আসক্তি eagerness, attachment (সাংখ্য দৰ্শনত), ভয় apprehension, (যোগদৰ্শন), মৃত্যুভয়জনিত অবিদ্যা।

**অভিন্ন** বিণ. ভেদৰহিত, সমান।

**অভিনীত** বিণ. ভাৱনা কৰি দেখুৱা performed on the stage, অনুকৃত imitated. **অভিনেতা** বি. যি অভিনয় কৰে, ভাৱৰীয়া an actor, অনুকৰণকাৰী imitator. স্ত্ৰী **অভিনেত্ৰী**।

**অভিপ্ৰায়** বি. ইচ্ছা, অভিলাষ intention, উদ্দেশ্য aim, তাৎপৰ্য্য,

অৰ্থ meaning, purport. কৃদ. বিণ. অভিপ্ৰেত অভিষ্ট, বাঞ্ছিত intended, লক্ষ্য aim.

**অভিবাদন** বি. প্ৰণাম, নমস্কাৰ bow, respectful salutation. **অভি-বাদক** বিণ. বন্দনাকাৰী।

**অভিব্যক্ত** কৃদ. বিণ. প্ৰকাশিত, স্পষ্ট, declared, evident. **অভিব্যক্তি** বি. প্ৰকাশ, বিকাশ declaration, manifestation, ক্ৰমবিকাশ, বিবৰ্ত্তন evolution. **অভিব্যক্তি-বাদ** ক্ৰম-বিকাশ নীতি the theory of evolution.

**অভিব্যাপ্ত** বিণ. সকলোফালে বিস্তৃত, পৰিব্যাপ্ত pervaded on all sides.

**অভিব্যাপ্তি** বি. সৰ্ব্বতোভাৱে বিস্তৃতি universal pervasion.

**অভিভৱ** বি. পৰাজয়, পৰাভৱ defeat, overthrow, বিহ্বল অৱস্থা, আকুল ভাব perplexity, anxiety. বিণ. আকুল, অভিভূত anxious, defeated.

**অভিভাৱক** বি. আশ্ৰয়ত ৰাখোঁতা, সাৱধান লওঁতা a guardian. স্ত্ৰী. **অভিভাৱিকা**।

**অভিভাষণ** বি. অভিনন্দন, সম্ভাষণ welcome, বক্তৃতা address, speech.

**অভিভূত** কৃদ. বিণ. পৰাস্ত, পৰাভূত overthrown, defeated, বিহ্বল perplexed, confused.

**অভিমত** বি. মত opinion, ইচ্ছা desire. বিণ. অনুমোদিত, মনোনীত after one's liking, বাঞ্ছিত desired.

**অভিমন্যু** বি অৰ্জ্জুন আৰু সুভদ্ৰাৰ পুতেক পৰীক্ষিতৰ পিতা।

**অভিমান** বি. ৰোহ, প্ৰিয়জনৰ পৰা অনাদৰ পাই অপমান বোধ sullen resentment, অহংজ্ঞান egoism, অহঙ্কাৰ, গৰ্ব্ব, গপ pride, vanity.

**অভিমানী** বিণ. গৰ্ব্বী, অহঙ্কাৰী proud, প্ৰিয় জনৰ ক্ৰটিৰ কাৰণে ক্ষুব্ধ। যাৰ মানমৰ্য্যাদাত অলপতে আঘাত লাগে। স্ত্ৰী. **অভিমানিনী**।

**অভিমুখ** বি. সন্মুখ, দিশ direction. বিণ. **অভিমুখী**। ক্ৰি. বিণ. **অভিমুখে** ফালে, দিশে, পিনে towards.

**অভিযান** বি. যুদ্ধ যাত্ৰা, দেশ অধিকাৰ আদিৰ কাৰণে সদলবলে গমন expedition.

**অভিযুক্ত** বিণ. জগৰত পৰা, যাৰ ওপৰত দোষ আৰোপিত হৈছে charged with offence, accused. **অভিযোগ** বি. দোষাৰোপ, গোচৰ, জগৰ ধৰা কাৰ্য্য an accusation, a charge. **অভিযোক্তা** বি. অভিযোগ কৰ্ত্তা, বাদী, ফৰিয়াদী।

**অভিযোজন** বি উদ্দেশ্য সাধনৰ উপ-যোগী কৰা adaptation. **অভি-যোজ্য** বিণ. উপযোগী কৰিব পৰা adaptable. বি. **অভিযুজ্যতা**

adaptability. **অভিযোজিত** উপযোগী হোৱা adapted.

**অভিৰাম** বিণ. ৰমণীয়, তৃপ্তিদায়ক, সুন্দৰ, প্ৰিয় pleasant, agreeable, pretty.

**অভিৰুচি** বি. অভিলাষ, প্ৰবৃত্তি, ৰুচি desire, wish, liking.

**অভিৰূপ** বিণ. অনুৰূপ, মনোহৰ corresponding with pleasing.

**অভিলষিত** কৃদ. বিণ যাক পাবলৈ ইচ্ছা কৰা হৈছে, বাঞ্ছিত desired, wished for.

**অভিলাষ** বি. ইচ্ছা, বাঞ্ছা, স্পৃহা desire, wish. বিণ. **অভিলাষী** ইচ্ছুক, লোভী। স্ত্রী। **অভিলাষিণী**।

**অভিশপ্ত** কৃদ. বিণ. শাও পোৱা, অভিশাপ গ্ৰস্ত, যাক শাপ দিয়া হৈছে cursed. **অভিশাপ** বি. অইনৰ অমঙ্গল বা হানি হওক বুলি কামনা প্ৰকাশ কৰা, শাও, শপনি malediction.

**অভিশস্ত** বিণ যাক মিছাকৈ দোষাৰোপ কৰা হৈছে, দোষযুক্ত কৰা falsely accused, charged.

**অভিশস্তি** বি. শাপ, দোষাৰোপ, অপমান curse, charge, defamation.

**অভিষিক্ত** কৃদ বিণ. পৱিত্ৰ পানীৰে শান্তি আদি কৰি উচ্চপদত নাইবা ৰাজপাটত নিযুক্ত, বিধি পূৰ্ব্বক স্থাপিত, কোনো কামত নিযুক্ত installed with customary ceremonies, গা-ধুওৱা bathed, তিতা wet.

**অভিষেক** বি. পৱিত্ৰ পানীৰে শান্তি কৰি ৰাজ সিংহাসনত প্ৰথম নিয়োগ installation, coronation, স্নান bathing, তিওৱা কাম act of wetting, অৱগাহন, কোনো কামত নিয়োগ।

**অভিসন্ধি** বি. অভিপ্ৰায়, আন্তৰিক ভাব বা ইচ্ছা, মন্ত্ৰণা purpose, motive, machination. **অভিসন্ধান** বি. অভিসন্ধি, উদ্দেশ্য purpose, motive.

**অভিসম্পাত** বি. অভিশাপ, শাও, শপনি curse.

**অভিসাৰ** বি. নায়ক নায়িকাৰ সঙ্কেত স্থানলৈ গমন act of going to a secret place to meet a lover. স্ত্রী. **অভিসাৰিকা**, **অভিসাৰিণী**। পুং. **অভিসাৰক**, **অভিসাৰী**।

**অভিহিত** কৃদ. বিণ. খ্যাত, জনাজাত, কথিত named, stated, mentioned.

**অভীপ্সিত** বিণ. অভিলষিত, বাঞ্ছিত desired.

**অভীৰ** বি. গৰখীয়া cowherd.

**অভীষ্টসিদ্ধি** বি. ইষ্টলাভ, বাঞ্ছিত প্ৰাপ্তি gaining a desired object.

**অভীষ্ট** কৃদ. বিণ বাঞ্ছিত, প্ৰিয় desired. বি. কামনা, বাঞ্ছা desire.

**অভুক্ত** কৃদ. বিণ. নোখোৱাকৈ থকা,

উপবাসী fasting, যাক খোৱা হোৱা নাই uneaten.

**অভুক্ত** বিণ. আগেয়ে নোহোৱা।

**অভূতপূৰ্ব্ব** বিণ আগেয়ে নোহোৱা, আচৰিত, অদ্ভুত unprecedented, strange.

**অভেদ** বি. অভিন, প্ৰভেদ নথকা absence of difference, identical, the same, একমাত্ৰ ঈশ্বৰ। বিণ প্ৰভেদ নথকা identical.

**অভেদ্য** বিণ. ভেদিব নোৱাৰা, টান, দৃঢ় not to be broken or penetrated, hard. বি. অভেদ্যতা।

**অভোগ্য** বিণ. ভোগৰ অযোগ্য not fit to be enjoyed. স্ত্ৰী. অভোগ্যা।

**অভোজন** বি. অনাহাৰ, উপবাস fast বিণ. অভোজ্য, অভোজনীয় অখাদ্য, খাবৰ অযোগ্য not eatable.

**অভ্যন্তৰ** বি. ভিতৰ, অন্তঃপুৰ inside, an inner apartment, অন্তৰ heart. বিণ. অভ্যন্তৰীণ, আভ্যন্তৰীণ, অভ্যন্তৰ মধ্যবৰ্ত্তী, আন্তৰিক, ভিতৰুৱা।

**অভ্যৰ্থনা** বি আদৰ সমাদৰ, সোধপোছ, সম্ভাষণ welcome, reception. অভ্যৰ্থনা সমিতি আদৰণী সভা। কৃদ. বিণ. **অভ্যৰ্থিত** যাক অভ্যৰ্থনা কৰা হৈছে honoured.

**অভ্যৰ্থী** বি. প্ৰাৰ্থী candidate.

**অভ্যস্ত** কৃদ বিণ অভ্যাস কৰা, আখৰা কৰি শিখা practised, trained, স্বভাৱ গত হোৱা habituated.

**অভ্যাগত** অতিথি, আলহী a guest. বিণ. ঘৰলৈ অহা, নিমন্ত্ৰিত coming to one's house.

**অভ্যাস** বি. সদায় কৰা কাৰণে স্বভাৱত পৰিণতি, স্বভাৱ, প্ৰকৃতি habit, custom, শিক্ষা, আখৰা practice, আবৃত্তি, বাৰে বাৰে পাঠ।

**অভ্যুত্থান** বি. উঠা কাৰ্য্য, উন্নতি, সমৃদ্ধি, উদয় act of getting up, advancement, prosperity.

**অভ্যুদয়** বি. উদয়, দেখা দিয়া rise, appearance, শ্ৰীবৃদ্ধি, সৌভাগ্য, উন্নতি prosperity, wealth.—বিণ. অপৰিমিত অতি বেছি abundant.

**অভ্ৰ** বি বাপিচন্দা mica, মেঘ, ডাৱৰ cloud, আকাশ sky.

**অভ্ৰভেদী** বিণ. আকাশভেদী, মেঘস্পৰ্শী।

**অভ্ৰান্ত** কৃদ. বিণ. ভ্ৰম নথকা, ভুল নকৰা, নিৰ্ভুল free from error, unforgetful.

**অমখ** [অহমক্] বিণ. অবুজন obstinate. **অমখলীয়া** মূৰ্খ, একো নজনা foolish.

**অমঙ্গল** বি. আপদ বিপদ, উৎপাত ill-luck, misfortune, calamity, অশুভ লক্ষণ, কুলক্ষণ evil omen. বিণ. **অমঙ্গলীয়া** কুলক্ষণীয়া

inauspicious. বিণ. **অমঙ্গল-জনক, অমঙ্গলসূচক।**

**অমত** বি. মতৰ অভাৱ, অসম্মতি unwillingness. বিণ. অসম্মত। ক্রি. বিণ. **অমতে।**

**অমনোযোগ** বি মনোযোগৰ অভাৱ, আওকাণ inattention, আওহেলা disregard. বিণ. **অমনোযোগী।** বি. **অমনোযোগিতা।**

**অমৰ** বি. দেৱতা deity. বিণ. চিৰকলীয়া, নমৰা everlasting, immortal. **অমৰত্ব** বি. নমৰা অৱস্থা immortality. **অমৰণ** (পদ্য) বিণ. অমৰ immortal.

**অমৰম** বি. নিষ্ঠুৰতা, নিৰ্দ্দয়তা unkindness.

**অমৰাৱতী, অম্রাবতী, অমৰা** বি. ইন্দ্রপুৰী, স্বৰ্গৰ ৰাজধানী the capital of Indra's heaven.

**অমৰ্য্যতা, অমৰ্য্যদা, অমৰ্য্যাত** বি. অসম্ভ্রম, অপমান insult, disrespect. বিণ. **অমৰ্য্যতীয়া, অমৰ্য্যদীয়া** মৰ্য্যাদাহীন মানুহ, নিলাজ মানুহ।

**অমল** বিণ. মল নথকা, নিৰ্ম্মল, বিশুদ্ধ free from dirt, pure, বগা white. স্ত্রী. **অমলা** লক্ষ্মী।

**অমলীন** বিণ. উজ্জ্বল, নিৰ্দ্দোষ, নিষ্কলঙ্ক।

**অমা** বি. চন্দ্রৰ ষোল কলাৰ প্রধান কলা, যাৰ ক্ষয় বৃদ্ধি নাই আৰু যেতিয়া চন্দ্র সূৰ্য্যৰ ৰশ্মিত বাস কৰে a phase of the moon, **আঁউসী** (অমানিশা)।

**অমাত** বিণ. মাত-কথা নথকা, কথা কব নোৱাৰা, মৌন speechless, dumb, মাত ফুটি নোলোৱা (শিশু)।

**অমাতৃক** বিণ. মাক নথকা motherless.

**অমাত্য** বি মন্ত্রী, সচিব minister.

**অমানৱ** বি. যি মানুহ নহয়, দেৱতা, ৰাক্ষস that who is not a man. বিণ. মানুহত নথকা।

**অমানুষিক** বিণ. মানুহত নথকা, মানুহৰ অতীত not found in men, যি মানুহৰ পক্ষে সম্ভৱ নহয় superhuman, inhuman. বি. **অমানুষিকতা।**

**অমানুষী** (পদ্য) মানুহৰ অযোগ্য inhuman.

**অমানুহ** বি. যাক মানুহ বুলিব নোৱাৰি, নীচ লোক, কাপুৰুষ unworthy man, coward.

**অমান্তি** বি. অমত, অস্বীকাৰ dissent, unwillingness.

**অমান্য** বি. অসন্মান disrespect, বশ নোহোৱা disobedience, সম্মানৰ অযোগ্য, বিশ্বাসৰ অযোগ্য not fit to be respected or regarded.

**অমাৱস্যা, অমাৱাস্যা** বি. চন্দ্র আৰু সূৰ্য্যৰ একত্রহৈ থকা কলা বা তিথি, আঁউসী the last day of the dark fortnight.

**অময়া, অমায়া** বিণ. মায়া বা ভ্ৰমশূন্য free from illusion, সৰল, অকপট, উদাৰ sincere, just. **অমায়াপুৰী** বি. বৈকুণ্ঠপুৰী, স্বৰ্গলোক। **অমায়া-সুখ** স্বৰ্গসুখ, মহাসুখ heavenly bliss.

**অমাৰ্জ্জিত** বিণ. ঘঁহি পৰিষ্কাৰ নকৰা unpolished, বিদ্যা চৰ্চ্চাৰ দ্বাৰা চোকা বা নিৰ্ম্মল নোহোৱা, পঢ়িশুনি ভদ্ৰগুণ লাভ নকৰা not refined, uncultured.

**অমায়িক** বিণ. সৰল, ভদ্ৰ, অহংকাৰ নথকা simple. বি. **অমায়িকতা**।

**অমিত** বিণ. যাৰ পৰিমাণ বা সীমা নাই, অসীম boundless, unlimited. যেনে—অমিত বল, অমিত সাহস, অমিত তেজ। **অমিতাচাৰ** ভোগ বিলাসত অসংযম।

**অমিততেজা** বিণ. অসীম ক্ষমতাশালী most powerful.

**অমিতা** বি. মধুফল, অমৃতা।

**অমিত্ৰ** বিণ. শত্ৰু enemy. শেষৰ আখৰে আখৰে নিমিলা (পদ্য)। **অমিত্ৰাক্ষৰ ছন্দ** বি. যি ছন্দ বা পদ্যত শেষৰ আখৰৰ মিল নাই blank verse.

**অমিয়** (অমৃত শব্দৰ প্ৰাকৃত উচ্চাৰণ) বি. অমৃত। বিণ. মধুময়।

**অমিয়া** বি. অমৃত nectar. বিণ. অমৃততুল্য very sweet.

**অমিল** বিণ. মতৰ একতা নথকা [diff]ering (in opinion), মিল নথকা hostile. একে নোহোৱা dissimilar.

**অমিশ্ৰ** বিণ. আচল, খাঁটি, বিশুদ্ধ unmixed, genuine. ভগ্নাংশ মিহলি নথকা (অঙ্ক) simple arithmetic. **অমিশ্ৰিত** বিণ. বিশুদ্ধ, সানমিহলি নোহোৱা pure, unmixed.

**অমুক, অমুকা** সৰ্ব্ব. অজ্ঞাতনামা বস্তু বা মানুহ such and such person or thing, অহঙ্কাৰী ভাৱত নিজৰ কথা কওঁতে ব্যৱহাৰ কৰা শব্দ (অমুকা কোন এতিয়াই চিনি পাবি)। স্ত্ৰী. **অমুকী**।

**অমুক্ত** বিণ. মুক্ত নোহোৱা, মুকলি নোহোৱা not liberated, confined.

**অমুত্ৰ** পৰলোক, পৰত্ৰ।

**অমূৰি** বি. আমনি, উদ্বগালি annoyance, vexation.

**অমূৰ্ত্তক** বিণ. উগ্ৰ, প্ৰবল, ভয়ানক violent, fierce.

**অমূৰ্ত্ত** বিণ. মূৰ্ত্তিহীন, নিৰাকাৰ shapeless.

**অমূলক** বিণ. মূল নথকা, ভিত্তিহীন baseless, groundless, অসত্য, কাল্পনিক untrue, imaginary, অদৰকাৰী useless.

**অমূল্য** বিণ. যাৰ উচিত মূল্য দিব পৰা নেযায়, যাৰ বেচ দিও পোৱা নাযায়, অতি উত্তম priceless, invaluable, excellent.

**অমৃত** বি. সুধা, দেৱতাৰ পানীয়, যাক খালে মৰণ নহয় nectar, বৰ সোৱাদ বস্তু very sweet thing, স্বৰ্গ, মুক্তি, ব্ৰহ্মোপলব্ধি। **অমৃতবৰ্ষী** বিণ. অমৃত বৰষা showering nectar, বৰ মিঠা বা সোৱাদ very sweet and pleasant.

**অমৃতা** বি. এবিধ ফল ( অমিতা ) a kind of fruit.

**অমৃতি** বি. এবিধ দীঘল গলৰ লোটা a kind of waterpot with long neck.

**অমেধ্য** বিণ. অপবিত্ৰ impure. বি. অপবিত্ৰ বস্তু impure thing.

**অমোঘ** বিণ. অব্যৰ্থ, নিষ্ফল নোহোৱা effective, গুৰুতৰ, ঘোৰ excessive. বি. বিষ্ণু। স্ত্ৰী. **অমোঘা**।

**অমোঘা** বি. শক্তি বিশেষ, শান্তনু ঋষিৰ পত্নী, নদী বিশেষ, ব্ৰহ্মপুত্ৰনদৰ জননী।

**অমোল** বিণ. অমূল্য, অতি উত্তম excellent.

**অম্বৰ** বি. আকাশ sky, কাপোৰ cloth, শূন্য।

**অম্বৰীষ** বি. সূৰ্য্যবংশীয় ৰজা, এজন ঋষি, অন্তৰীক্ষ, আকাশ।

**অম্বা** বি. আই, মাতা, জননী mother, দুৰ্গাৰ এটা নাম, কাশী ৰজাৰ তিনিজনী কন্যাৰ ডাঙৰ জনীৰ নাম।

**অম্বালিকা** বি. দুৰ্গাৰ এটা নাম, কাশী ৰজাৰ সৰুজনী জীয়েকৰ নাম, এওঁ পাণ্ডুৰ মাক।

**অম্বিকা** বি. দুৰ্গাৰ এটা নাম, কাশীৰজাৰ মাজুজনী জীয়েকৰ নাম, এওঁ ধৃতৰাষ্ট্ৰৰ মাক। **অম্বিকানন্দন** ধৃতৰাষ্ট্ৰ, কাৰ্ত্তিক, গণেশ। **অম্বিকেয়** বি. গণেশ, কাৰ্ত্তিক, ধৃতৰাষ্ট্ৰ।

**অম্বু** বি. পানী water. **অম্বুজ** পদুম lotus, শঙ্খ conch. **অম্বুদ** মেঘ, ডাৱৰ cloud. **অম্বুধি** সাগৰ the ocean, **অম্বুনিধি** বি. সাগৰ। **অম্বুবাচি,—চী** বি. আমতি, জেঠৰ সংক্ৰান্তিৰ পিছত যি সময়ত সূৰ্য্য মিথুন ৰাশিলৈ গমন কৰি আৰ্দ্ৰা নক্ষত্ৰৰ প্ৰথমপাদ ভোগ কৰে, সেই সময়কে অম্বুবাচি বোলে।

**অম্ভঃ** পানী। **অম্ভোজ** জলজ, পদুম, চন্দ্ৰ। **অম্ভোজা** লক্ষ্মী।

**অম্ল** বি. টেঙা acid. **অম্লজান** অম্লজান বায়ু। **অম্লপিত্ত** টেঙা উগাৰ অহা এবিধ পিত্তৰোগ acidity.

**অম্লান** বি. নিৰ্ম্মল, বিবৰ্ণ নোহোৱা clean, প্ৰফুল্ল cheerful.

**অযত্ন, অযতন** বি. চেষ্টা বা যত্নৰ অভাৱ inaction, want of exertion, অনাদৰ neglect. ক্ৰি. বিণ. অযতনে, অযত্নে। **অযত্নকৃত** বিনা কষ্টে সম্পাদিত।

**অযথা** বিণ. অসত্য, অযোগ্য, অনুপযুক্ত false, unbecoming, অনাৱশ্যক needless. ক্ৰি. বিণ. **অযথাৰূপে**।

**অযথাৰ্থ** বিণ অসত্য, মিছা, অন্যায় unjust.

**অয়ন** বি সূর্য্যৰ গতি, ক্রান্তি, পথ, আশ্রয়, বছৰৰ সমষ্টি, যুগ, ( সূৰ্য্যৰ উত্তৰায়ণ, দক্ষিণায়ন )।

**অয়নমণ্ডল** বি. ৰাশিচক্র, ৰাশিচক্রৰ মাজত সূৰ্য্যৰ গতিপথ the ecliptic

**অয়নান্ত** সূৰ্য্যৰ উত্তৰ বা দক্ষিণ গতিৰ শেষ সীমা, ক্রান্তি solstice.

**অয়নাংশ** অয়নান্ত বৃত্তাংশ। সূৰ্য্যৰ ভ্রমণ পথৰ পৰিমাণ।

**উত্তৰায়ণ-বৃত্ত** কৰ্কটক্রান্তি।

**দক্ষিণায়ন-বৃত্ত** মকৰক্রান্তি।

**অয়স্কান্ত** বি. চুম্বক লো, লো আকৰ্ষক মণি a magnet, a load-stone

**অযশ** বি. অখ্যাতি, অপযশ bad reputation, ill fame.

**অযাচিত** বিণ এনেই পোৱা, নোখোজা unasked for. ক্রি বিণ **অযাচিতে**

**অযাত্ৰীয়া** বিণ যাত্রাভঙ্গ কৰা, অমঙ্গলীয়া inauspicious.

**অযাত্রা** বি. বেয়া বা অমঙ্গলীয়া যাত্রা an inauspicious day or moment for journey.

**অযুক্ত** বিণ. যুক্ত নথকা, লগ নলগা not joined, divided. বি. **অযুক্তি** বেয়া যুক্তি bad argument, বেয়া পৰামৰ্শ evil counsel, অনুপযোগিতা অন্যায় বা অনুচিত কাৰ্য্য want of conformity.

**অযুগুত** বিণ. অন্যায়, অনুচিত improper, unreasonable. বি. **অযুগুতি**।

**অযুগ্ম** বি. বিযুৰীয়া, অকলশৰীয়া, অকল not in pairs, single. ১ ৩,৫, প্রভৃতি অযুগ্ম সংখ্যা।

**অযুত** বি. দহ হেজাৰ ten thousand.

**অয়ি** সম্বোধনবাচক অব্যয়।

**অয়ে** সম্বোধনবাচক অব্যয়, হেৰা, পচাত অহ, অফি।

**অযোগ** বি. একেলগ হৈ নথকা অৱস্থা absence of junction, অশুভযোগ an evil combination.

**অযোগবাহ** বি. অনুস্বাৰ, বিসৰ্গ, চন্দ্ৰবিন্দু। যিবোৰ বৰ্ণ অইন বৰ্ণৰ লগত যুক্ত নহৈ নাথাকে নাইবা উচ্চাৰিত নহয়।

**অযোগ্য** বিণ. অনুচিত, অনুপযুক্ত, অপাত্র unworthy, unfit, undeserving. বি. **অযোগ্যতা**।

**অযোধ্যা** বি সৰযূ নদীৰ পাৰত থকা সূৰ্য্যবংশীয় ৰজা সকলৰ ৰাজধানী।

**অযোনি** বিণ. যোনিৰ পৰা উৎপত্তি নোহোৱা not born. **অযোনিজ** অগৰ্ভজ, পৰমেশ, ব্রহ্মা। **অযোনিসম্ভবা** বি. স্ত্রী. মানুহ বা জন্তুৰ যোনিৰ পৰা জন্ম নোহোৱা not born from the womb of a female, সীতা, দ্রৌপদী, ৰাধা। পুং **অযোনি-সম্ভব**।

**অযোনিসম্ভূত** যোনিৰ পৰা নোপোজা, ধৃষ্টদ্যুম্ন, অগস্ত্য, দ্রোণ।

**অযৌক্তিক** বিণ. যুক্তিসম্মত নহয়, যুক্তিবিৰুদ্ধ unreasonable.

**অযৌক্তিকতা** বি. যুক্তিবিৰুদ্ধতা অন্যায়।
**অৰখীয়া** বিণ. ৰখীয়া নথকা having nobody to look after.
**অ'ৰ ত'ৰ** বিণ. ইঠাইৰ সিঠাইৰ।
**অৰণি** বি. ঘঁহিলে জুই উঠা কাঠ the fire producing wooden stick.
**অৰণ্য** বি. হাবি, বননি jungle, forest.
**অৰণ্যৰোদন** বি. কোনেও নুশুনা কান্দোন a cry in the wilderness, বৃথা কথা, কোনেও মন নকৰা কথা a vain or useless speech, a cry with no one to heed it, বৃথা কাৰ্য্য anything done to no purpose. **অৰণ্যবাসী** অৰণ্যত বাসকাৰী, সন্ন্যাসী living in a forest, an anchorite.
**অৰতি** বি. অৰুচি, অশ্ৰদ্ধা, ৰাপ নথকা dislike, disregard.
**অৰত্নি** বি. এহাত, কিলাকুটিৰ পৰা কেঞা আঙুলিৰ মূৰ পৰ্য্যন্ত a cubit of the middle length from elbow to the tip of the little finger.
**অৰবিন্দ** বি. পদুম, নীল বা ৰঙা পদুম blue or red lotus. **অৰবিন্দলোচন** পদুমৰ নিচিনা চকু যাৰ, বিষ্ণু।
**অৰসিক** বিণ. ৰসবোধ নথকা devoid of fine feeling.
**অৰক্ষক** বিণ. ৰখীয়া নথকা having no keeper or protector. বি. **অৰক্ষা** ৰক্ষাৰ অভাৱ। কৃদ. বিণ. **অৰক্ষিত** ৰক্ষিত নোহোৱা, তত্বাৱধান লওঁতা নথকা unprotected, not looked after. স্ত্ৰী. **অৰক্ষিতা**।
**অৰক্ষণীয়, অৰক্ষ্য** বিণ. যাক ৰাখিব নোৱাৰি। স্ত্ৰী. **অৰক্ষণীয়া, অৰক্ষ্যা** যাক বিয়া নিদিয়াকৈ ৰাখিব নোৱাৰি বা ৰখা অনুচিত, ৰাখিব নোৱৰা।
**অৰা** বি. দূৰ, নিলগ, মূৰ distance, extremity.
**অৰাজক** বিণ ৰজা নথকা without a king or ruler, ভাল শাসন নথকা without good government, anarchical. বি. **অৰাজকতা** ৰজা নথকা অৱস্থা, ৰাজ্যৰ নানা গোলমালৰ সময়। **অৰাজ, অৰা-য** মানুহৰ বসতি নোহোৱা ঠাই, হাবি wilderness, ৰজা নথকা অৱস্থা anarchy.
**অৰাতি** বি. শত্ৰু, অৰি an enemy.
**অৰি** বি. শত্ৰু enemy, বিপক্ষ, বিৰোধী লোক antagonist. **অৰিমৰ্দ্দন** বি. শত্ৰু মৰ্দ্দন বা নাশ কৰোঁতা destroyer of enemy. **অৰিন্দম** শত্ৰুদমনকাৰী, জয়ী victorious.
**অৰিয়া** আৰ আনতকৈ নিজে ভাল হবৰ চেষ্টা, প্ৰতিদ্বন্দ্বিতা rivalry, এটাই আন এটাৰ লগত আৰি মৰা কাৰ্য্য act o betting with one another.
**অৰিষ্ট** বি. ৰিষ্ট বা অমঙ্গল নথকা absence of misfortune, সেই

নামে এটা অসুৰ। ( আয়ুৰ্বেদ ) ৰস, আসব। অৰিষ্টসূদন বি. শ্ৰীকৃষ্ণ, বিষ্ণু।

**অৰিহণা** বি. কোনো ধৰ্ম্মকাৰ্য্যৰ অন্তত সেই কাৰ্য্য সম্পূৰ্ণ হবৰ নিমিত্তে দান কৰা ধন আদি, দক্ষিণা offering at the end of a religious ceremony, পূজা, সন্মান worship, adoratoin, honour.

**অৰীতি** বি. অনিয়ম, অনাচাৰ absence or violation of rules, শাস্ত্ৰ বিৰুদ্ধ আচাৰ। বিণ. অৰীতিয়া।

**অৰুচি** বি. অনিচ্ছা, খাবলৈ মন নোযোৱা disinclination, dislike for food. বিণ. অৰুচিকৰ ভাল নলগা।

**অৰুণ** বি. বেলি, সূৰ্য্য the sun, এটা কল্পিত চৰাই, সি কাশ্যপৰ পুতেক, গৰুড়ৰ ককায়েক আৰু সূৰ্য্যৰ সাৰথি বুলি পুৰাণত লিখা আছে fabulous bird of the Hindu mythology, পুৱা আৰু সন্ধ্যাৰ সময়ত মেঘে ধৰা বৰণ reddish purple. অৰুণিমা ৰক্তিমা।

**অৰুণোদয়** বি সূৰ্য্যৰ উদয়, বেলি ওলোৱা sunrise, দোক-মোকালি, মেছনাৰী পাদুৰী চাহাবসকলে শিৱসাগৰত উলিওৱা প্ৰথম অসমীয়া বাতৰি কাকত।

**অৰুন্তুদ** বিণ. মৰ্ম্মভেদী, অতিশয় পীড়াদায়ক, মৰ্ম্মান্তিক।

**অৰুন্ধতী** বি. সাতোটা তৰাযুক্ত এটা মণ্ডলৰ ভিতৰৰ এটা তৰাৰ নাম, কৰ্দ্দম ঋষিৰ জীয়েক আৰু বশিষ্ঠৰ ভাৰ্য্যা wife of the sage Vasistha.

**অৰূপ** বিণ. যাৰ ৰূপ নাই formless.

**অৰে** অব্য. খং বা নিন্দা কৰি মানুহক মতা মাত, হেৰ a particle used in addressing a person expressing anger or disapproval.

**অৰোগী** বিণ ৰোগ নথকা, নিৰোগী, সুস্থ healthy, free from disease. বি. নিৰোগী লোক healthy person. বি. অৰোগিতা নিৰোগী অৱস্থা। স্ত্ৰী. অৰোগিনী।

**অৰ্ক** বি. সূৰ্য্য the sun, আকনৰ গছ calotropisgigantea.

**অৰ্কপত্ৰ** আকনৰ পাত।

**অৰ্গনিমাবি** সকলো মিলি মুঠতে।

**অৰ্গল** বি. দুৱাৰ দাং, শলখা, বাধা, প্ৰতিবন্ধক a bolt, bar, hindrance, obstacle. চণ্ডী স্তোত্ৰ-বিশেষ।

**অৰ্ঘ** বি. মূল্য price, পূজা worship, পূজাৰ উপকৰণ materials for worship. অৰ্ঘ্য পূজাৰ উপকৰণ বা বস্তু, চাউল, দূবৰি, ফুল, চন্দন, আদি মিহলি কৰা পানী। মান্য লোকক সম্বৰ্দ্ধনা কৰিবৰ কাৰণে উপহাৰ আদি। অৰ্ঘা পূজা কৰোতে পানী দিয়া সৰু পাত্ৰ।

**অৰ্চ্চ্** সক. ধা. পূজা কৰা, শুশ্ৰূষা কৰা worship, respect.

**অৰ্চ্চক** বি. পূজা কৰোঁতা, পূজক one who worships or serves. **অৰ্চ্চন, অৰ্চ্চনা, অৰ্চ্চা** বি পূজা বা সেৱা কৰা কাৰ্য্য। **অৰ্চ্চনীয়** বিণ. পূজনীয়, আৰাধ্য, পূজা কৰিবৰ যোগ্য deserving homage or worship. স্ত্ৰী **অৰ্চ্চনীয়া**। কৃদ. বিণ. **অৰ্চ্চিত**।

**অৰ্চ্চি** বি. সূৰ্য্যৰ কিৰণ, জুইশিখা ray, flame.

**অৰ্জ্জ্** সক. ধা শ্ৰম কৰি পা, উপাৰ্জ্জন কৰ earn. **অৰ্জ্জন** বি. উপাৰ্জ্জন কৰণ, ধন ঘটা কাৰ্য্য act of earning, উপাৰ্জ্জন, আয় income, gain. **অৰ্জ্জক** বি. যি উপাৰ্জ্জন কৰে one who earns. **অৰ্জ্জা, অৰ্জ্জিত** কৃদ. বিণ.

**অৰ্জ্জুন** বি. তৃতীয়-পাণ্ডব, এবিধ গছ third Pandava, a kind of tree.

**অৰ্ণব** বি. সাগৰ the ocean.

**অৰ্থ** বি. কোনো শব্দ বা বাক্যৰ দ্বাৰা যি বুজা যায় সেয়ে, সেই শব্দ বা বাক্যৰ অৰ্থ meaning ধন সম্পত্তি wealth, ফল effect, fruit, বিষয়, জ্ঞাতব্য-বিষয়, তথ্য, নীতি, ৰাজনীতি, হিত, মঙ্গল, কল্যাণ, blessing, উদ্দেশ্য aim, চতুৰ্ব্বৰ্গৰ অৰ্থাৎ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই পুৰুষাৰ্থ নাইবা পুৰুষৰ প্ৰয়োজন চতুষ্টয়ৰ দ্বিতীয়বৰ্গ human pursuit, ঐহিক ধনজনিত সৌভাগ্য। **অৰ্থকৰ** বিণ. লাভজনক, আয়জনক wealth producing, lucrative. স্ত্ৰী. **অৰ্থকৰী** (অৰ্থকৰী বিদ্যা)। **অৰ্থদণ্ড** বি. জৰিমনা a fine. **অৰ্থগৌৰৱ** বি. ভাবৰ গাম্ভীৰ্য্য depth of meaning. **অৰ্থনাশ** বি. ধন হানি loss of property **অৰ্থৱান, অৰ্থৱন্ত** বিণ. ধন থকা rich, moneyed. **অৰ্থবাদ** বি. কোনো কথাৰ অৰ্থত আসোঁৱাহ উলিয়াই আন অৰ্থকৰণ, অৰ্থৰ বিচাৰ কৰণ। **অৰ্থ-শাস্ত্ৰ** বি. ধন-বিজ্ঞান economics, political science. **অৰ্থ-সাপেক্ষ** বিণ. ধনৰ ওপৰত নিৰ্ভৰ কৰা depending on money.

**অৰ্থাৎ** অব্য. মানে ভাঙি কব লাগিলে that is to say.

**অৰ্থাৰ্থী** বিণ. ধন ঐশ্বৰ্য্য ভোগ কৰিবলৈ বাঞ্ছা কৰা লোক। **অৰ্থান্তৰ** বি. অইন অৰ্থ, বেলেগ অৰ্থ different meaning.

**অৰ্থী** বিণ. যি খোজে, প্ৰাৰ্থী asking for. **অৰ্থে** অব্য. কাৰণে, নিমিত্তে for, for the sake of.

**অৰ্দ্ধ** বি. দুভাগৰ এভাগ, আদখিনি half. **অৰ্দ্ধচন্দ্ৰ** বি. জোনৰ আধাভাগ half-moon. **অৰ্দ্ধচন্দ্ৰৰ-আকৃতিৰে** লোৱা কপালৰ কোট, ডিঙিত মৰা গঁতা।

**অৰ্দ্ধাঙ্গিনী** বি. সহধৰ্ম্মিনী wife.
**অৰ্দ্ধেক** বি. **আধা** one half.
**অৰ্প** ক্রি. সমৰ্পণ কৰা, শোধা make over, entrust. **অৰ্পণ, অৰ্পণা** বি. সোধাই বা গতাই দিয়া কাৰ্য্য handing over, delivery. **অৰ্পণীয়** বিণ. সোধাই দিবলগীয়া to be delivered. **অৰ্পিত** কৃদ. বিণ. নিবেদিত, সোধাই দিয়া delivered.
**অৰ্ব্বাচীন** বি. আধুনিক, নতুন, এই কালৰ modern, অপক্ক বুদ্ধিশালী, inconsiderate, অধম base.
**অৰ্ব্বুদ** বি. দহ কোটি a hundred millions.
**অৰ্শ** বি. শৌচৰ লগত তেজ যোৱা ৰোগ, কেচু-মূৰীয়া ৰোগ piles.
**অৰ্হ** বিণ. যোগ্য, উপযুক্ত fit, proper, অন্য শব্দৰ পাছত যোগ হৈ এই অৰ্থ প্ৰকাশ কৰে, যেনে :— দণ্ডাৰ্হ, পূজাৰ্হ, সন্মানাৰ্হ।
**অৰ্হা** বি. জৈন নাইবা বৌদ্ধ সন্ন্যাসী, বুদ্ধ।
**অৰ্হতা** বি. যোগ্যতা fitness, qualification.
**অৰ্হৰ** বি. মিৰি-মাহ a species of legumenous seed, a kind of pulse.
**অলকৃত** ( পু. অ. ) বিণ. ৰঙা red.
**অলক, অলকা** বি. কপালত ওলমি থকা কেকোৰা চুলি curls of hair hanging over the forehead.
**অলকা** বি. কুবেৰৰ নগৰ, লঙ্কাপুৰী।
**অলকানন্দা** বি. স্বৰ্গবাহিনী গঙ্গা।
**অলক্ত, অলক্তক** লাক্ষাৰস, আলতা
**অলগৰ্দ্ধ** বি. মূৰ্খ আৰু এলেহুৱা মানুহ lazy and stupid man.
**অলঙ্কাৰ** বি. যাৰ দ্বাৰা শৰীৰ ভূষিত হয়, ভূষণ, আভৰণ ornament. কথা বা ৰচনাৰ শোভা বঢ়াবলৈ ব্যৱহাৰ কৰা উপমা প্ৰভৃতি figure of speech.
**অলঙ্কৃত** কৃদ. বিণ. ভূষিত, শোভিত ornamented, decorated. স্ত্ৰী. **অলঙ্কৃতা**।
**অলঙ্ঘনীয়, অলঙ্ঘ্য** বিণ. লঙ্ঘিব নোৱাৰা, অমান্য কৰিব নোৱাৰা inviolable, পাৰ হব নোৱাৰা impassable. বি. **অলঙ্ঘন**।
**অলপ** বি. তাকৰ বা কম **পৰিমাণ** a small portion or quantity, সামান্য, ঈষৎ a little. ক্রি. বিণ. অলপকৈ। **অলপতে** অলপদিনৰ আগেয়ে recently, সোনকালে shortly, অলপ কাৰণতে for trifling reason. **অলপীয়া** বিণ. অলপমান, তাকৰীয়া। **অলপ-অচৰপ** বি. অলপমান। **অলপধতুৰা** বিণ. সাহ নথকা, ভয়াতুৰ। **অলপমান** বি. কম পৰিমাণ a small portion.
**অলবত্** ( আৰবী ) অব্য. অৱশ্যে certainly, must.
**অলব্ধ** বিণ. নোপোৱা, অপ্ৰাপ্ত।
**অলভ্য** বিণ. অপ্ৰাপ্য unattainable.

**কৈছন** ( পু. অ.) বিণ কেনেকুৱা, কি ৰকম of what kind, কি হেতু why. ক্রি. বিণ. কৈছে কিৰূপে, কি কাৰণে।

**কৈটভ** বি. এটা দৈত্য, কৃষ্ণই মাৰিছিল the name of a demon.

**কৈঠেলি** বি. পাগমাৰি,ভাত তৰকাৰি আদি লৰিবলৈ দীঘল মাৰি a flat stick for stirring things in cooking.

**কৈতব** বি. কপটতা, ভণ্ডামি hypocrisy, মনত লুকাই ৰখা খং secret ill will, ছল, ফাঁকি deceit, untruth, পাশাখেল gamble.

**কৈফিয়ৎ** বি. কাৰণ প্রদর্শন, জবাব explanation.

**কৈবৰ্ত্ত** বি. নদীয়াল, জালোৱা a fisherman.

**কৈয়া** ( পু. অ. ) কোন ঠাইত, ক'ত where.

**কৈৰা** বি. কইৰ, ইয়কলী the partridge.

**কৈল** ( পুঃ অঃ ) কৰিলে, কলে did, said.

**কৈলাস** বি. মহাদেৱ থকা পর্ব্বত the mountain abode of Shiva.

**কৈৱল্য** বি. নিৰাশ্রয় লোক a distressed or helpless person, ( দর্শনত ) প্রকৃতিৰ প্রভাবৰ পৰা মুক্তি, ব্রহ্মত্ব লাভ, মোক্ষলাভ।

**কৈসানি** ক্রি. বিণ. কেতিয়া when.

**কৈশোৰ** বি. কিশোৰ অৱস্থা childhood.

**কোঁ-কা** ( অনুকাৰ শব্দ ) মানুহে মতামতি কৰোতে হোৱা শব্দ।

**কোঁচ** বি. অসমৰ অধিবাসী বিলাকৰ ভিতৰত এটা জাতি an Assameses caste, স্ত্রী. কুঁচুনী।

**কোঁচ** ( সং-কুঞ্চ শব্দজ ) অক. ধা. বেঁকা হ,কেকোৰা হ,কোনো কামলৈ আগ নবঢ়া, উৎসাহহীন হ to be contracted, to shrink, to recoil as from fear or disgust. বি. ভাঁজ, মোকোটা, কোনো বস্তু লবৰ কাৰণে কৰা গাত লোৱা কাপোৰৰ জোলোঙা a bend, a fold, part of a wrapper contracted into the shape of a bag to receive something. কোঁচ খা মোকোটা খা, কুঁচি চুটি হ, সঙ্কোচিত হ, উৎসাহ হীন হ to be contracted, to be disheartened, to be discouraged. সক. ধা কোঁচা, কোঁচখুৱা চপোৱা, পাছলৈ টানি চুটি কৰ cause to recoil, shorten by drawing back.

**কোঁটা** বিণ. বেঁকা crooked, বেঁকা আঙুলি থকা বা আঙুলি নথকা, কোঙা having a crooked finger or without a finger.

**কৌট্কৰা** বি. এবিধ বৰ জোঙা আক

বেছি কাঁইট থকা গছ আৰু তাৰ গুটি a kind of thorny plant and its fruit. **কৌঁটকৰী, কৌঁটকৰী মুগা** কৌঁটকৰা, বগৰী গছ আদিৰ পাত খোৱা এবিধ বনৰীয়া মুগা the Tassar silk-worm.

**কৌঁঠ** বি. সৈন্যৰ নিমিত্তে গড় মাৰি বেৰা ঠাই, কাঠ বাঁহ আদিৰে কৰা a small fortification.

**কৌঁঠ-বুৰুজ** বি. সৈন্য আদি ৰাখিবলৈ কৰা কৌঁঠৰ বাহিৰে মৰা গোটা বাঁহ কাঠৰ হেঙেৰা, হেঙাৰেৰে বেৰা কোঠ fort and any defence work for protection of any army.

**কৌঁঠা, কৌঁঠালি** বি. খোটালি, বেৰদি কৰা ঘৰৰ ভাগ a room, an apartment.

**কৌঁঢ়া** বি. এবিধ দলনি বা পিটনিত থকা ডাউক জাতিৰ চৰাই a kind of water-rail.

**কৌঁৱৰ** বি. ৰজাৰ পুতেক a prince, পুতেক son, আহোমৰ এটা খেলৰ নাম the name of a class of Ahom.

**কৌঁৱৰা** বি. কৌঁহ, নকৈ ওলোৱা গজালি a young shoot or sprout.

**কোৰ্শলা** বি. এবিধ বন a kind of grass.

**কৌঁহ, কৌঁহা** বি. কঁঠাল আদি ফলৰ ভিতৰত থকা একোটা গুটিক আবৰি থকা ভাগ, ফুটা the fleshy inner pulp of a fruit surrounding the seed or stone, অঙ্কুৰ, গজালি, পাত a tender bud, shoot or leaf, মৌৰ ৰহঘৰা a honey-comb.

**কৌঁহাকুঁহি** বি. পকা, পচা বা সিজোৱা বস্তুৰ মাজৰ গোটাগোট হৈ থকা অংশ, গুৰুলা-গুৰুলি the part which remains unmixed and harder in boiled or ripe fruit.

**কোই** ( পু. অ. ) সৰ্ব্ব. কোন who বহুত many.

**কোক** বি. বেতেৰে বা বাঁহেৰে তৈয়াৰী খাং বা খৰা a haversack made of cane or bamboo.

**কোকনদ** বি. ৰঙা পদুম a red lotus. ৰঙা ভেটফুল the red water-lily.

**কোকানলে** ক্রি. বিণ. চৌ চৌ কৰে, চুঙ্গাৰ পৰা বৈ যোৱাৰ দৰে in a rapid stream as from a tube.

**কোকিল** বি. কুলি চৰাই, পিক the Indian cuckoo. স্ত্রী. **কোকিলা**।
**কোকিলকণ্ঠ** কুলিৰ মাতৰ নিচিনা শ্রুতিমধুৰ।

**কোকোহা** বিণ. জুৰুলা, খীণ weak, emaciated. **কোকোহাপৰ** দুৰ্ব্বল হ, খীণা to be lean.

**কোক্‌মোক, কোক্‌মোকালি** বি. দোক মোকালি twilight of the morning.

**কোক্‌লোঙা** বি. এবিধ চৰাই, চেক্‌-চেকী a kind of bird. জেঠীজাতিৰ এবিধ জন্তু a species of lizard.

**কোঙা** বিণ. আঙুলি নথকা বা মোকোটা খোৱা, কোঁটা having no fingers or toes or with crooked fingers or toes. স্ত্রী. কুঙী।

**কোছা** [ সং-গুচ্ছ, হি. কুচ্ছ—আটি ] বি. খৰি আদি দীঘল, গোটা সৰু বস্তুৰ আটি, মুঠা a bundle. ( of grass, sticks. etc. )

**কোজাগৰ** বি. বিজয়াদশমীৰ পাছৰ পূর্ণিমা, লক্ষ্মীপূর্ণিমা the day of the full-moon after Durgapuza.

**কোটৰ** বি. গছৰ ধোন্দ বা খোৰোং the hollow of the tree, চকুৰ গাঁত cavity of the eye.

**কোটৰা-কোটৰী** বিণ. খলা-বমা uneven, গাঁতত সোমোৱা sunk into the cavity of the eye.

**কোটায়াঙ্গন** বি. কোটাহি বেঙেনা a kind of wild fruit of the brinjal family.

**কোটি** বি. এশ লাখ, দহ নিযুত ten millions.

**কোটি কোটি** বিণ. অসংখ্য innumerable.

**কোটিকলীয়া** বিণ. অনেক কাল চলি অহা, চিৰকলীয়া prevalent from a very long time.

**কোটোৰা** বি. খোলা, টান বাকলি the shell of a fruit or nut.

**কোটোৱাল** বি. প্ৰহৰী, নগৰ ৰক্ষক a watch-man.

**কোটোহা** বি. কাঁইটীয়া জেং থকা এবিধ বাঁহ the spiny bamboo, কুন্দশলাৰ কাঁইট লগা খুঁটি।

**কোঠা** বি. খোটালি a room.

**কোড়** (পু. অ.) বি. কোলা lap.

**কোণ** বি. চুক a corner, দুডাল ৰেখা লগলাগিলে হোৱা চুক an angle. **কোণা** বি. কোণ। **কোণাকুণি** এক কোণৰ পৰা বিপৰীত কোণলৈ diagonal.

**কোত** বি. চকুৰ নোম সৰোৱা ৰোগ an eye disease which causes the eye-lashes to fall off. **কোত্‌ঘৰ** বি. পলটন বা পুলিচৰ প্ৰহৰী থকা ঘৰ, পুলিচে ধৰি অনা অপৰাধীক বন্দী কৰি থোৱা কোঠা a lock-up. **কোতমণি** বিণ. সোণ ৰূপৰ ফুতি মণি a small bead of gold or silver.

**কোথা** ( পুঃ অঃ ) ক্রি. বি. কলৈ where.

**কেথেৰ** ( পু. অ. ) কোন ঠাইৰ।

**কোদণ্ড** বি. ধেনু a bow.

**কোদাল** বি. লোৰ মাটিখনা যতন, কোৰ a digging hoe or spade.

**কোদো** বি এবিধ বৰ বিষাল আৰু খঙাল হুল ফুটোৱা পতঙ্গ, বৰল a hornet.

**কোদোৱা** বিণ. খংযুক্ত, ভয়লগা, বতাহ বৰষুণ আহিবৰ কাৰণে হোৱা এন্ধাৰ frowning, cloudy. ক্রি. বিণ. **কোদোৱাকৈ**।

**কোন** সর্ব্ব. অনিশ্চিত মানুহ who. বিণ. অনির্দ্দিষ্ট which, what.

**কোনো** সর্ব্ব. কেও, এজনো anyone, some one. বিণ. যেই সেই any, some. **কোনোকালে** কেতিয়াও ( পাছত না পদ থাকে ) never ( followed by a negative ) ( এই কাম কেতিয়াও নহয় ) **কোনো কোনো** কেতবিলাক some. **কোনোগতিকে. কোনোপ্রকাৰে, কোনোৰূপে কোনোৰকমে** ক্রি. বিণ. একো প্রকাৰে in any way, whatever. **কোনো-পধ্যে, কোনোমতে,** কিবা উপায়ে।

**কোনোবা, কোন্‌বা** সর্ব্ব. কোনো এজন some one. বিণ. সর্ব্ব. কিবা some, any.

**কোন্ধ** বি. আধা কৰা বা আকৃতি মাত্র কৰা কাঠৰ বস্তু a half finished wooden thing. **কোন্ধা** সক. ধা. আকৃতি মাত্র কৰা, অসম্পূর্ণৰূপে to sketch, to make an outline of.

**কোপ্‌** বি. খং, ক্রোধ anger, rage. **কোপান্বিত** বিণ. ৰাগান্বিত, খং উঠা angry. কৃদ. বিণ. **কোপিত** ক্রুদ্ধ।

**কোব্‌** বি. আছাৰি বা অস্ত্রেৰে কৰা আঘাত, মাৰ a blow with a cutting weapon, a stroke with a stick, বল, বেগ, force, speed, আধিক্য excess. সক. ধা. **কোবমাৰ, কোবা**।

**কোবত, কোবে** ক্রি. বিণ. দোপত দোপে step by step.

**কোবনি** বি. যি বস্তু হেঁচা খাই থাকিলে কুঁচি থাকে কিন্তু হেঁচা কমিলেই ওপৰলৈ ঠেলা মাৰে, ছিটিকা a spring.

**কোবাকুবি** বি. এটাই আনটোক কোবোৱা কার্য্য mutual striking, অৰিয়া অৰি rivalry.

**কোবাল** বিণ. শীঘ্রে কাম কৰিব পৰা, বেগী quick, prompt, উদ্যোগী active.

**কোবিদ** বি. বেদ জনা, পণ্ডিত, জ্ঞানী, পাৰদর্শী learned in Vedas, wise.

**কোমল** বিণ. মৃদু ঢিলা, নৰম, সন্তোষ লগোৱা, পুৰঠ নোহোৱা soft, mild agreeable, tender. অক. ধা. ঢিলা হ become soft or tender. বি. **কোমলতা**। ক্রি. বিণ. **কোমলকৈ**।

**কোমল-চাউল** বি. বৰা, মালভোগ আদি ধানৰ উখুৱা চাউল যাক পানীত তিয়ালে কোমল হয়।

**কোমোৰা** বি. এবিধ লতাৰ ফল a pumpkin.

**কোম্পানী, কোম্পানি** বি. জুটীয়া ব্যৱসায়, জুটীয়াকৈ বেহা বেপাৰ কৰিবলৈ গোট খোৱা মানুহৰ দল বা সমূহ company. **কোম্পানিৰ কাগজ** চৰকাৰে স্বীকাৰ কৰা ঋণৰ স্বীকাৰ পত্ৰ **কোম্পানিৰ দিন** ইষ্ট ইণ্ডিয়া কোম্পানিৰ দিন।

**কোৰ্** বি. এবিধ মাটি খন্দা অস্ত্ৰ, কোদাল a hoe. সক. ধা. কোৰেৰে খন্দা। অক. ধা. কোৰমাৰ কোৰেৰে খন্দা।

**কোৰ্** বি. ৰোগ, ব্যাধি sickness, disease. বিণ. কুৰীয়া।

**কোৰক, কোৰ** বি. ফুলৰ কলি flower bud.

**কোৰা** বি. সাঙী ভাৰ, জন্তুৰ দ্বাৰা টনাই নিয়া কাঠ বা বাঁহ আদি a heavy load carried by a pole on the shoulders of two or more men, a heavy piece of wood or bamboo dragged by an animal. **কোৰা বান্ধ** সাঙী কৰি ল। **কোৰা** সক. ধা. আন মানুহৰ হতুৱাই কোৰমৰা cause to be hoed.

**কোৰামুঠীয়া** বি. কোৰাত ধৰাৰ নিচিনা, টানকৈ মুঠি মৰা tightly grasped.

**কোৰাণ** ( আৰবী—কোৰ্-আন্) বি. মুচলমান সকলৰ প্ৰধান ধৰ্ম্ম পুথি the sacred scripture of the Moslems.

**কোৰাল্** সক. ধা. 'কঁটাল' চোৱা।

**কোৰোক্** (আৰবী) সক. ধা. ঘোঁক, ৰোক to scoop out.

**কোৰোক্** বি. ৰজাৰ হুকুম মতে বস্তু বা ধন সম্পত্তি আটক বা আবদ্ধ কৰা কাৰ্য্য attachment. **কোৰোকী** বিণ. কোৰোক সম্পৰ্কীয়, কোৰোকৰ আজ্ঞা লিখা কাকত containing orders for attachment, কোৰোক কৰা বা হোৱা attached.

**কোৰোকা** বি. নাৰিকলৰ খোলা a cocoanut-shell, নাৰিকলৰ খোলাৰে কৰা নাল লগোৱা পাত্ৰ a scoop or ladle made of a cocoanut-shell.

**কোৰোকানি, কোৰোকাতলি** বি. হাবিয়ে ঢকা অসমান মাটি a piece of uneven land covered with jungle.

**কোৰোকা, কুৰুকি, কোৰোটা-কুৰুটি** বিণ. ওখ চাপৰ, খলা-বমা, অসমান uneven, undulating.

**কোৰোণা** বি. মৰণাৰ ধান বা শস্যাদি চপোৱা কোৰৰ নিচিনা কাঠৰ সঁজুলি a wooden implement like a

hoe used in gathering grain in the threshing floor.

**কোৰোলা** বিণ. অঁকাৰী, ধান তুহ মিহলি coarse and partially cleaned. বি. এবিধ ফুল a kind of flower.

**কোৰোহামাৰি** বি. পৰেঙি-জাল আঁৰি দিয়া গোটা বাঁহৰ দাং the bamboo pole from one end of which the porengifishing net suspended.

**কোৰ্ কোৰ্** অনু. শব্দ. মানুহৰ পেটৰ নাইবা ভেকোলাৰ নিচিনা শব্দ an imitative sound used to express a gurgling in the stomach or the crooking of frogs. বি. কোৰ্ কোৰণি। অক. ধা. কোৰ্ কোৰা। বিণ. কোৰ্-কৰীয়া।

**কোৰ্বানী, কোৰ্বানী** ( আৰ্বী-কুৰবানী ) বি. মুচলমান ধৰ্ম্ম বিহিত পশুবলি the sacrifice of the beasts according to the Muslim scripture.

**কোৰ্হাল** বি. বহুত লোকে কৰা অতিপাত কোলাহল an uproar, a great noise. সক. ধা. কোৰ্হাল লগা। কোৰ্হাল কৰ অক. ধা. কোৰ্হাল লাগ।

**কোল্** বি. আগত হাঁকোটা বা ওভোতাজোং থকা যাঠী a barbed spear, মাছৰ চেপা বা আন ফান্দত মাছ সোমালে ওলাব নোৱাৰাকৈ ভিতৰলৈ বান্ধি কাঠীৰ সঁজুলি the spikes attached to a fish trap. পাৰ্ব্বত্য অসভ্য জাতিবিশেষ।

**কোল** ( সং অং ) বি. কোলা lap, ওচৰ, দাঁতি proximity.

**কোলঠি** বি. ডাঙৰ মাছৰ বুকুৰ বা পেটৰ ফাল the front side of a large fish.

**কোলা** বি. বহি থকা মানুহৰ দুই উৰুৰে কৰা আসন the lap, কঁকালৰ দাঁতি য'ত ল'ৰা-ছোৱালী লোৱা হয় the side of the body on which children are carried, ল'ৰা-ছোৱালীক লবলৈ বুকুৰ ওপৰত হাতেৰে কৰা আসন the lap formed by joining the hands over the bosom.

**কোলাহল্** বি. কোৰ্হাল, বহুত মানুহে কৰা গণ্ডগোল an uproar, a loud noise.

**কোৱা** বি. মতা কাউৰী male crow.

**কোৱা ওকণী** বি. এবিধ নিচেই সৰু ক'লা পোক, চাউল নষ্ট কৰে the weevil that destroys rice.

**কোৱাকুই** বি. এটাই আনটোক কথাকোৱা কাৰ্য্য mutual communication.

**কোৱা-ভাতুৰী** বি. বিম্বফল, এবিধ লতাৰ ফল, সি পকিলে তাৰ বাহিৰ ভাগ সুন্দৰ ৰঙা হয়, কিন্তু ভিতৰ

ফাল কাউৰীৰ পাখীৰ দৰে কলা a wild creeper and its fruits.

**কোৱা-মণি** বি. থোপাথোপ কজলা গুটি ধৰা এবিধ ডাঙৰ জোপোহা তৃণ job's tears.

**কোৱা-মেলা** বি. কথোপকথন, কোৱাকুই conversation, discussion.

**কোৱাৰি** বি. তল আৰু ওপৰ ওঁঠৰ জোৰা বা সন্ধিস্থল, মুখৰ চুক the corner of the mouth. কোৱাৰি চেলেক নিৰাশ হ to be disappointed.

**কোৱামোৱা** বিণ. ধুঁৱলি-কুঁৱলি. মেঘৰ দ্বাৰা হোৱা অলপ আন্ধাৰ slightly dark, hazy.

**কোশ, কোষ** বি. ধনৰ ভঁৰাল, শব্দৰ অৰ্থ আৰু লিঙ্গাদি লিখা পুথি, অভিধান, কণী, ভঁৰাল, treasury, dictionary, egg, store house. (পুঃ. অ.) ফুলৰ কলি flower-bud, তৰোৱালৰ ফাঁক the sheath of a sword.

**কোষ, কোষৰ** বি. ওচৰ, সমীপ vicinity, proximity,

**কোশা, কোষা** বি. পূজাত দেৱতাক দিবলৈ পানীলোৱা তাম্ ৰূপ আদিৰ পাত্ৰ copper or silver vessel to take water to be offered at puza. **কোশী, কোষী** বি. সৰু কোষা।

**কোষাধ্যক্ষ, কোশাধ্যক্ষ** বি. বন ভঁৰালৰ গৰাকী,ধন ভঁৰালী a treasurer.

**কোষ্ঠ** বি. পেটৰ ভিতৰত যি ঠাইত খোৱা বস্তু জীৰ্ণ যায়, ভুঁৰু the stomach. **কোষ্ঠবদ্ধতা** শৌচকচা constipation. **কোষ্ঠশুদ্ধি** পৰিষ্কাৰ শৌচ হোৱা।

**কোষ্ঠী** বি. সোঁৱৰণি, জন্মপত্ৰিকা horoscope.

**কোহালি** বি. তাঁতত হাতে ঢুকি পোৱা নৈকে বব পৰা কাপোৰৰ অংশ।

**কোহিনুৰ** বি. জগৎ বিখ্যাত উৎকৃষ্ট হীৰা বিশেষ।

**কোহোৰ, কোহৰ** অনু. শব্দ ঘনে ঘনে কাহি থকাৰ শব্দ sound of repeated coughing. ক্রি. বিণ. কোহোৰ-কোহোৰ-কৰে।

**কৌটা** বি. ঢাকনি থকা সৰু পাত্ৰ small vessel with a cover.

**কৌটাল** বি. দন্দ, বিবাদ quarrel, dispute.

**কৌটিল্য** বি. কুটিলতা, কুমন্ত্ৰণা, দুষ্টালি fraud, dishonesty, অৰ্থশাস্ত্ৰ ৰচয়িতা চাণক্য।

**কৌটি কলীয়া** বিণ. অতি পুৰণি, পুৰণিকলীয়া ancient.

**কৌতুক** বি. আনন্দ, ৰং, ধেমালি, নতুন বা নেদেখা বস্তু দেখিবৰ বা

নজনা কথা জানিবৰ অভিলাষ pleasure, delight, curiosity, eagerness to know. বিণ. কৌতুকী। ক্রি. বিণ. কৌতুকে।

**কৌতুকীয়া** বিণ. ধেমালি প্রিয়, ধেমেলীয়া sportive, fond of play.

**কৌতূহল** বি. 'কুতূহল' চোৱা। ক্রি. বিণ. কৌতূহলে।

**কৌন্তেয়** বি. কুন্তিৰ পুতেক, যুধিষ্ঠিৰ আদি পঞ্চ পাণ্ডৱ son of Kunti.

**কৌপাত** বি. কেঁতুৰিৰ নিচিনা ডাঙৰ পাত থকা এবিধ গছ আৰু তাৰ পাত a kind of wild plant and its leaf. কৌপাতী, কৌপাতী ফুল বি. কৌপাতৰ নিচিনা পাতেৰে এবিধ গছৰ ফুল a kind of flower.

**কৌপীন** বি. সন্ন্যাসী সকলে পিন্ধা সৰু কাপোৰ।

**কৌমাৰ** বি. কুমাৰ অৱস্থা, ল'ৰাকাল boyhood, পাঁচ বছৰৰ পৰা দহ বছৰলৈ, তন্ত্রমতে ষোল বছৰলৈ।

**কৌমুদী** বি. জ্যোৎস্না, জোনৰ পোহৰ moonlight. ৰাসযাত্রা উৎসৱ, আহিনৰ পূর্ণিমা।

**কৌমোদকী** বি. বিষ্ণুৰ গদা the club of Vishnu.

**কৌৰৱ** বি. চন্দ্র বংশীয় কুৰু ৰজাৰ বংশ, দুর্য্যোধন প্রভৃতি a descendant of Kuru, a famous prince of the lunar race.

**কৌলিক** বিণ. বংশানুগত, কোনো এক বিশেষ বংশ বা জাতি সম্বন্ধীয়, কোনো বংশ বা জাতিৰ ভিতৰত চলিত relating to a particular family or tribe.

**কৌশল** বি. দক্ষতা, নিপুণতা, পার্গতালি skilfulness, কার্য্যৰ উপায় বা সঙ্কেত the secret of doing a thing, চালাকি cunning means.

**কৌশল্যা** বি. কোশল ৰজাৰ জীয়েক, শ্রীৰামচন্দ্রৰ মাক mother of Rama.

**কৌশাম্বী** বি. প্রয়াগৰ ওচৰত ৰাম চন্দ্রৰ নাতি এজনে পতা নগৰ এখনৰ নাম।

**কৌশিক** বি. কুশিক ঋষিৰ পুত্র বিশ্বামিত্র মুনি Viswamitra the son of Kushika. বিণ. কুশিক মুনিৰ পৰা হোৱা (বংশ, গোত্র আদি)।

**কৌষ** (পু. অ.) বি. পাট কাপোৰ, পাটৰ মেখেলা silk cloth, silk garment for the lower part.

**কৌস্তুভ** বি. কৃষ্ণৰ ডিঙিত পিন্ধা মণি বিশেষ the necklace worn by Krishna. কৌস্তুভমালী কৌস্তুভমণি পিন্ধোতা কৃষ্ণ।

**ক্রতু** বি. যজ্ঞ sacrifice, **এজন** ঋষিৰ নাম।

**ক্রন্দন** বি. কান্দন, বিলাপ lamentation.

**ক্রন্দসী** বি. আকাশ firmament আকাশ আৰু পৃথিবী।

**ক্রব্যাদক** বিণ. মাংসভোজী flesh-eating.

**ক্রম** বি. অনুক্রম, নিয়মিত গতি, নিয়মমতে এটাৰ পাছে এটা হোৱা অৱস্থা, পৰম্পৰা regular series. order পদ্ধতি, নিয়ম, শৃঙ্খলা method.

**ক্রমণ** বি. গমন going.

**ক্রম-বিকাশ** বি. ক্রমে ক্রমে প্রকাশ পোৱা বা উন্নত অৱস্থা পোৱা, লাহে লাহে ওপৰ খাপলৈ যোৱা gradual development, gradual evolution **ক্রমবিকাশ বাদ** ক্রমবিকাশ মত theory of evolution.

**ক্রমশঃ** ক্রি. বিণ. এটাৰ পাছত আনটো, লাহে লাহে one after another, gradually.

**ক্রমাগত** বিণ. এটাৰ পাছত আনটো হৈ চলি থকা coming down in regular succession. ক্রি. বিণ. **ক্রমাগতে।**

**ক্রমান্বয়ে** বিণ. ক্রমে, ক্রমশঃ, লাহে লাহে successively, in regular orders.

**ক্রমিক** বিণ. ক্রম অনুসাৰে হোৱা, ধাৰাবাহিক gradual.

**ক্রমে** ক্রি. বিণ. ক্রমশঃ, লাহে লাহে gradually.

**ক্রমে ক্রমে** ক্রি. বিণ. ক্রমশঃ, লাহে লাহে gradually.

**ক্রয়** বি. কিনা purchase কিনা কার্য্য the act of buying, **ক্রয়বিক্রয়** বেচাকিনা buying and selling. বেপাৰ trade.

**ক্রান্তি** বি. একড়াৰ তিনি ভাগৰ এভাগ one third of a kara. ৰাশী চক্রৰ মাজত সূৰ্য্যৰ গতি পথ, অয়ন বৃত্ত the ecliptic. বিষুব ৰেখাৰ পৰা কৰ্কট ক্রান্তি বা মকৰ ক্রান্তি লৈকে কোনো গ্ৰহ আদিৰ দূৰত্ব the tropic declination of a planet. **ক্রান্তিবৃত্ত** বি. ৰাশীচক্র, পৃথিবীৰ বাৰ্ষিক ভ্ৰমণ কক্ষ the ecliptic. **ক্রান্তিপাত** বিষুববৃত্ত আৰু ক্রান্তিবৃত্তৰ পৰস্পৰ ছেদন স্থান equinoctial points.

**ক্রিকেট** ( ইং cricket ) বি. এবিধ পাশ্চাত্য খেলা, ক্রিকেট খেলা।

**ক্রিমি** 'কৃমি' চোৱা।

**ক্রিয়মান** বিণ. সম্পাদ্যমান, যাক কৰা হৈছে that has been done.

**ক্রিয়া** বি. কৰ্ম্ম act, শৰাধ আদি rite, কাৰ্য্য কৰা অৰ্থ বুজোৱা পদ ( ব্যাকৰণত ) a verb.

**ক্রিয়া কাঢ়** শপত খা to take an oath.

**ক্রিয়া-ধৰীয়া, ক্রিয়া-ধৰা** বিণ. মৃতকৰ অশৌচ ব্ৰত খটা আৰু শৰাধ

আদি কৰা mourning. ক্রিয়াকলাপ কার্য্য সমূহ, কার্য্যাৱলী, ক্রিয়াশীল কামকৰাই যাৰ স্বভাৱ, কৰ্ম্মী active. ক্রিয়াশ্রয় বি. কৰোঁতা, কৰ্ম্ম, কৰণ এই তিনিটা, ক্রিয়াহীন ধৰ্ম্ম কৰ্ম্ম নকৰা, গতিকে অনাচাৰী not performing religious rites, কামকাজ নথকা without work, ক্রিয়াপদ নথকা without a verb.

ক্রিয়া বিশেষণ যি পদে ক্রিয়াৰ দোষ, গুণ বা অৱস্থা প্রকাশ কৰে adverb.

ক্রিয়াশীল বিণ. কৰ্ম্মৰত active কৰ্ত্তব্যপৰায়ণ।

ক্রীড়্ অক. ধা. ক্রীড়া কৰ, ধেমালি কৰ to play, to sport. সক. ধা. শৃঙ্গাৰ বা সহবাস কৰ to cohabit with. বি. ক্রীড়া ধেমালি sport, pastime.

ক্রীত কৃদ. বিণ. কিনা, দাম দি লোৱা bought.

ক্রীতদাস কিনা গোলাম।

ক্রুছ বি. যি কাঠত যীশুখৃষ্টক বিন্ধি মৰা হৈছিল cross.

ক্রুদ্ধ কৃদ. বিণ. কুপিত, ক্রোধান্বিত angry, enraged.

ক্রূৰ বিণ. নির্দ্দয়, দয়াহীন, নিষ্ঠুৰ cruel, inhuman. বি. ক্রূৰতা, ক্রূৰকৰ্ম্মা যি নৃশংস কাম কৰে, ভীষণ cruel, ferocious, ক্রূৰমতি কাঠচিতীয়া, নির্দ্দয় cruel-minded, স্ত্রী. ক্রূৰমতী।

ক্রেতা বি. কিনোঁতা a buyer. ক্রেতব্য, ক্রেয় ক্রয়যোগ্য, কিনিব লগীয়া।

ক্রোক বি. সম্পত্তি আটক attachment.

ক্রোড় বি. কোলা lap, বুকু, বক্ষস্থল bosom.

ক্রোড়পত্র বি. কোনো লেখা অন্ত হোৱাৰ পাছত তাৰ অংশ স্বৰূপে লেখা সৰু পত্র, অন্তিম পত্রৰ ( উইলৰ ) কোনো কথা লৰচৰ কৰা পত্র a postcript in a separate slip of paper put inside a letter, a codicil to a will.

ক্রোধ্ সক. ধা. খং কৰ to be angry.

ক্রোধ বি. খং, ৰোষ, কোপ anger, rage, ক্রোধ-ঘৰ ৰোহঘৰ। ক্রোধদৃষ্টি খঙেৰে চোৱা, ভ্রুকুটি, কোপদৃষ্টি frown, angry look. ক্রোধপৰ, ক্রোধী বিণ. খঙাল, অলপতে খং উঠা wrathful, of an angry temper.

ক্রোৰ বি. কোটি, একলক্ষ ten millions. ক্রোৰপতি লক্ষপতি, মহাধনী millionaire.

ক্রোশ বি. চাৰি দণ্ডৰ বাট, ৮০০০ হাতৰ দূৰত্ব প্রায় দুমাইল a distance of about two miles.

**ক্ৰৌঞ্চ** বি. কৰ্চ্চন চৰাই, এটা পৰ্ব্বতৰ নাম, সাত দ্বীপৰ একদ্বীপ a species of heron, a mountain, one of the Dwipas or divisions of the world.

**ক্লান্ত** বিণ. শ্ৰান্ত, ভাগৰুৱা, অবসন্ন wearied, exhausted. **ক্লান্তি** বিশ্ৰাম, ভাগৰ weariness, fatigue. **ক্লান্তিকৰ** বিণ. ভাগৰ লগোৱা, ভাগৰ জন্মোৱা fatiguing, wearisome. **ক্লান্তিযুক্ত** বিণ. ভাগৰ লগা wearied. **ক্লান্তিহীন** ভাগৰ নলগা।

**ক্লাব** বি. আমোদ প্ৰমোদ বা কোনো বিষয় চৰ্চ্চা কৰিবৰ কাৰণে সঙ্ঘ, সমিতি club.

**ক্লিন্ন** বিণ. ক্লেদযুক্ত, আৰ্দ্ৰ moistened, wet.

**ক্লিষ্ট** বিণ. ক্লেশ প্ৰাপ্ত distressed, afflicted.

**ক্লীৱ** বি. নপুংসক, তিৰোতা বা পুৰুষৰ সম্পূৰ্ণ অঙ্গ নথকা মানুহ a eunuch. পুৰুষত্বহীন unmanly. অক্ষম, কাপুৰুষ. **ক্লীৱলিঙ্গ** ( ব্যাকৰণত ) তিৰোতা আৰু মতাত বাজে আনক বুজোৱা শব্দ neuter gender.

**ক্লেদ** বি. দুৰ্গন্ধ আৰু মলিন পানী বা ৰস dirty water or liquid. বৈ থকা পুঁজ continuous discharge from a sore. দুখ, কষ্ট distress, suffering.

**ক্লেশ** বি. দুখ, নিকাৰ, কষ্ট misery, distress, pain. বিণ. **ক্লেশকৰ, ক্লেশদায়ক** কষ্টদায়ক, দুঃখকৰ, দুঃখজনক causing pain, distress or trouble.

**ক্বচিৎ** অব্য. ক্ৰি. বিণ কোনো ঠাইত somewhere, কদাচিৎ, কেতিয়াবা occasionally, now and then.

**ক্বাথ্** বি. দৰবৰ বস্তু সিজোৱা পানী, কোনো বস্তু সিজাই উলিওৱা ৰস a decoction.

## খ

**খ** ব্যঞ্জনবৰ্ণৰ দ্বিতীয় আখৰ the second letter of the consonants, আকাশ, শূণ্য the sky, the air.

**খং** বি. ক্ৰোধ, কোপ anger, rage. অক. ধা. **খং কৰ** ৰাগান্বিত হ to get angry. **খং জাৰ** বৰকৈ খং প্ৰকাশ কৰ to express anger. **খংমুৰা** খঙাল মুখ angry look.

**খঁক** বি. বৰ ভোক ( নিন্দাৰ্থত ), খাবলৈ বৰ হেঁপাহ excessive appetite. বিণ. **খকুৱা** খঁকে ধৰা, সৰহকৈ খাবলৈ বিচৰা greedy, voracious. বি. অধিক কৈ খাবলৈ বিচৰা মানুহ a glutton.

**খঁটাসুৰ** বি. দুৰ্জ্জন বা অতিশয় দুষ্ট লোক wicked person.

খঁতিৰা বি. নিৰূপিত সময়, কোনো কাৰ্য্যৰ নিমিত্তে আগেয়ে ঠিক কৰা সময় an appointed time, the time fixed for anything.

খঁৰ বি. মূৰৰ ওপৰে ভৰি ঘূৰাই মৰা জাপ somersault. অক. ধা. খঁৰিয়া।

খঁৰা বিণ. আগ নথকা, আগ কটা, লেজ কটা বা লেজ নথকা cropped, having the tail cut short. স্ত্রী. খঁৰী। বি. ডিঙি নথকা খালৈ, মুখত বাউ নবন্ধা সৰু মুখীয়া এবিধ খৰাহি a kind of basket. খঁৰানকা বিণ চুটি নাক থকা, নাক চুটি snubnosed. স্ত্রী. খঁৰানাকী।

খঁৰামূৰা বিণ. আগগুৰি কটা, লেজ আৰু মূৰ নথকা, ডাল পাত নথকা having both ends cut off, having the branches and the leaves cut off.

খঁৰীয়া বি. চিতল মাছৰ পোৱালি a young chital fish.

খক্‌খক্ অনু. শব্দ. অনপটৈক কাহি ডিঙি পৰিষ্কাৰ কৰাৰ নিচিনা শব্দ an imitative sound used to express that of hawking. বি. খক্‌খকনি। অক. ধা. খক্‌খকা অনপটৈক কাহি ডিঙি পৰিষ্কাৰ কৰ to cough, to hawk.

খক্‌মক্ বি. খৰখেদা কৰি কাম কৰোঁতে হোৱা বিতত বা বিশৃঙ্খল বুজোৱা শব্দ an imitative word used to express the confusion created by bustle and hurry. কৃদ. বি. খক্‌মকনি। ক্রি. বিণ. খক্‌মকৈ খৰখেদাত বিতত হৈ।

খকজা বি. অনভ্যাসৰ কাৰণে কথা কওঁতে, পঢ়োঁতে বা কাম কৰোঁতে কৰা আশঙ্কা বা লাগি ৰোৱা hesitation in speaking, reading or working for want of practice.

খকন্দ বি. দন্দ, পৰিয়ালৰ মাজত হোৱা কাজিয়া a quarrel, specially a family quarrel, এবিধ গছ a kind of tree.

খকৰ অনু. শব্দ. অকস্মাৎ কোনো বস্তুৰ খুন্দা লগাত হোৱা শব্দ an imitative word used to express a sudden sound as caused by one thing striking against another. ক্রি. বিণ. খকৰাই, খকৰ কৰে হঠাৎ বা গিৰিসাই, নেভাবি-নিচিন্তি suddenly, unexpectedly.

খকৰা-মুকুটি বি. মুঠিমৰা হাতৰ বুঢ়া আঙুলিৰ মূৰৰ ফালেৰে বেগাই হঠাৎ গালত কৰা প্ৰহাৰ, ঠোকোনা a sudden blow given on the cheek with a clenched fist.

খকাখুন্দা বি. দন্দ, উখনা-উখনি,

বাচ্যাবাচ্যি altercation, exchange of angry words.

**খকামকা** বি. লৰালৰিত হোৱা বিশৃঙ্খল বা ভ্ৰম confusion caused by hurry.

**খখেয়া** বিণ. ।শলিখা, আমলখী আদি চোবাই পৰিষ্কাৰ কৰা, ফৰ্ফৰীয়া clean, tasteful.

**খগপতি** বিণ. গৰুড় the bird Garuda. **খগেন্দ্ৰ** বি. গৰুড়।

**খ-গোল** বি. আকাশমণ্ডল, সমুদায় আকাশ the vault or circle of the heavens.

**খঙাল** বিণ. স্বভাৱতে ক্ৰোধী of an angry temper.

**খঙীয়া** বি. আহোম ৰজাৰ এজনা মাদৈ প্ৰবৰ্ত্তিবৰ কাৰণে স্বকীয়াকৈ দিয়া বেটী-বন্দীৰ এটা খেলৰ নাম the estate assigned to one of the queens of the Assam Raja.

**খচ্** সক. ধা. হাত বা ভৰিৰে মোহাৰি সামৰি মিহি বা মিহলি কৰি লেতু-সেতু কৰ to soften or mix up by repeated treading or squeezing. কৃদ. বিণ. **খচা**। ক্ৰি. বিণ. **খচি খচি** বৰকৈ, অতিশয়ৰূপে excessively, greatly.

**খচক্** সক. ধা. গচক, ভৰিৰে মোহাৰ to tread, to trample repeatedly. বি. **খচকনি, খচকা**।

**খচকা** সক. ধা আনৰ হতুৱাই ভৰিৰে মোহৰা, গচকা to cause to be trampled.

**খচ্খচ্** অনু. শব্দ. বালি বা খৰচীয়া বস্তু মোহাৰিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced by sand or dust when pressed. বি **খচখচনি**। অক. ধা **খচখচা** বালি আদি পৰাৰ নিমিত্তে দুখ পা, বালি বা ধুলি পৰাৰ নিচিনা দুখ বোধ কৰ ( চকুত খাটে) to experience an irritating sensation as from dust etc. ( said of the eye. )

**খচ্খ'চীয়া** বিণ. মোহাৰিলে বালিৰ নিচিনা লগা, নিমজ নোহোৱা sand-like, uneven to the touch.

**খচ্খচ্কৰে** ক্ৰি. বিণ. বেগাই, শীঘ্ৰে, বিবেচনা নকৰাকৈ quickly, without thinking.

**খ্চখচ্** অনু. শব্দ. শুকান পাত আদি লৰিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express a rustling noise. বি. **খচ্মচনি**। **খচ্মচা** অক.ধা. শুকান পাত লৰোৱাৰ নিচিনা শব্দ কৰ to rustle. **খচমচকৈ** ক্ৰি. বিণ. বেগাই, শীঘ্ৰে quickly, hurriedly.

**খচৰ** অনু. শব্দ খোঁচ্মাৰোঁতেহোৱাৰ নিচিনা শব্দ an imitative sound used to express that pro-

duced in striking with something pointed.

**খচৰ্ কৰে, খচৰাই** ক্রি. বিণ. খচৰ শব্দ কৰি, অকস্মাৎ suddenly.

**খচৰ্ খচৰ্** ( অনু. শব্দ. ) ঘনে ঘনে খোঁচ মাৰোতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced in repeatedly striking with a pointed instrument.

**খচৰা** বি. পাণ্ডুলিপি, আচনি a rough draft.

**খচা** বিণ. অটুট, খৰিচ, সম্পূৰ্ণ full, complete. সক. ধা. আনৰ হতুৱাই মোহৰাই পিটিকাই মিহলি কৰা, গচকা to cause to be crushed, trampled.

**খচিত** কৃদ. বিণ. খটোৱা, লগোৱা studded, inlaid, অলঙ্কৃত, শোভিত ornamented, decorated.

**খচ্চৰ** বি. ঘোঁৰা বা গাধৰে মিহলি হৈ জগা এবিধ জন্তু a mule.

**খজা** বি. পকিলেও টানে থকা, পকি কোমল নোহোৱা ripe but hard, ripe but not soft, ঢিলা নোহোৱা unyielding.

**খজিনা** বি. ঠেঁহ, জেউৰ fastidiousness.

**খজুলি, খজুলি-খহু** বি. গাৰ ছালৰ ওপৰত হোৱা আৰু বৰ খজুৱতি ধৰা এবিধ খুদখহু itches.

**খজুৱতি** বি. ছালৰ ওপৰত আচুৰিলে সুত লগা একপ্ৰকাৰ অসুখ বোধ an itching sensation.

**খজুৱা** অক. ধা. খজুৱতি উঠ, ছালৰ ওপৰত আঁচোৰাৰ দৰে অসুখ বোধ কৰ to have an itching sensation. সক. ধা. খজুৱতি গুচাবৰ কাৰণে নখেৰে আঁচোৰ to scratch to be rid of an itching sensation.

**খঞ্জ** বিণ. খোৰা lame.

**খঞ্জন** বি. এবিধ সৰু চৰাই, খঞ্জৰী চৰাই a small bird, a wag-tail. স্ত্রী. **খঞ্জনী**।

**খঞ্জৰী** বি. এবিধ সৰু চৰাই, খঞ্জন a wag-tail, এবিধ বাদ্য a small tambourine.

**খট্** বি. চকুৰ মণিৰ ওপৰত বগা পৰা এবিধ ৰোগ an eye-disease. ( অনু. শব্দ. ) টান বস্তুত আঘাত লাগিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced on striking a hard body. বি. **খট্-খট, খট্খটনি**। **খট্** ( পু. অ. ) বি. দুষ্ট লোক wicked person.

**খটং** ( অনু. শব্দ. ) কোনো টান বস্তুত আন এটা বস্তু লাগিলে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced

from the collision of two hard bodies.

**খটখটী** বি. ইটা, শিল বা আন টান বস্তুৰে বন্ধোৱা জখলা stairs or steps made of brick, stone or other hard material.

**খটুনা** বি. চুন্নত circumcision.

**খটুবান্ধ** বি. কোনো কাৰ্য্যত অমান্তি মানুহক মান্তি কৰিবৰ কাৰণে চেষ্টা কৰাত হোৱা বাদানুবাদ contention between two persons about something which one wishes to compel the other to do.

**খটা** সক. ধা. আনৰ হতুৱাই কৰোৱা, আনক খাটিবলৈ দে বা পাঁচ the causative form of 'খাট'। বি. কোনো ত্রুটি বা অকৃতজ্ঞ কামৰ বাবে দিয়া লাজ, হেকান the act of rebuking or taunting one for any ungrateful act or any short-coming.

সক. ধা. কোনো কাৰ্য্য কৰিবলৈ ঘনে ঘনে ক বা উদগা to urge repeatedly. বি. **খটিয়নি**।

**খটীয়া** বি. এবিধ হৰিণা জাতীয় সক পহু the hog deer.

**খড়্গ** বি. গঁড়ৰ শিং, খৰগ the horn of a rhinoceros.

**খড়ীমাটি** বি. এবিধ বগা মাটি chalk.

**খড়্গ** বি. তৰোৱাল, ডাঙৰ দীঘল দা a sword, গঁড়ৰ শিং a rhinoceros' horn.

**খড়্গধৰ, খড়্গধাৰী** বি. দা বা তৰোৱাল ধৰোঁতা, তৰোৱালেৰে যুদ্ধ কৰোঁতা one carrying a sword, a swordsman.

**খড়্গী** বি. খড়্গধাৰী swordsman, গঁড় a rhinoceros.

**খণ্ড** বি. অংশ, ছোৱা, ভাগ, ডোখৰ piece, part, fragment, portion. **খণ্ডতপ** বি. অসম্পূর্ণ তপস্যা incomplete austerity.

**খণ্ড্** অক. ধা. আঁতৰ হ, গুচ্, নষ্ট হ to be removed or expiated. সক. ধা. খণ্ডা। **খণ্ডন্** বি. কটা বা ছেদন কৰা কাৰ্য্য the act of cutting, নষ্ট কৰা কাৰ্য্য, দূৰ কৰা কাৰ্য্য the act of removing, যুক্তিৰে মিছা কৰা কাৰ্য্য the act of refuting. **খণ্ড-পুচ্ছ** বিণ. নেজ নথকা, খঁৰা tail-less. **খণ্ড-পুষ্প** বিণ. বেগাই কাম কৰিব পৰা, খৰতকীয়া prompt, expeditious. **খণ্ড-বাক্য** বি. বাক্যৰ এক অংশ, সম্পূর্ণ অর্থ বুজাব নোৱাৰা দুই বা অধিক শব্দ a phrase, a clause. **খণ্ড মুণ্ড** বিণ. মূৰছিগা, শিৰহীন headless. **খণ্ডশলা** বি. খৰিকা বা বাঁহৰ শলাত কপাহ মেৰিয়াই আৰু তেল বা ঘিউ লগাই জলোৱা শলা, জোৰ a torch.

**খণ্ডা** সক. ধা. খণ্ডন কৰা, গুচা, দূৰ কৰা, মিছা প্ৰমাণ কৰা to remove, to expiate, to refute, to prove false.

**খণ্ডিত** কৃদ. বিণ. কটা, ছিঙা severed, cut off, দূৰ কৰা, নষ্ট কৰা, যুক্তিৰে মিছা কৰা removed, refuted, falsified by arguments.

**খণ্ডিতা** বি. খণ্ডিত শব্দৰ স্ত্ৰীলিঙ্গ, স্বামীয়ে আন তিৰোতাৰ লগত অভিগমন কৰাত খং কৰা তিৰোতা a woman who has been angry with her husband or lover owing to his infidelity.

**খত** বি. ধাৰ কৰা বা আন কিবা ধন দিবলৈ, নাইবা কোনো নিৰূপিত কাম আদি কৰি দিবলৈ স্বীকাৰ কৰি লিখি দিয়া কাকত a bond, an agreement, বেচা-কিনাৰ প্ৰমাণ স্বৰূপ লিখি দিয়া কাকত a deed.

**খতম্** বি. শেষ, অন্ত end, finish.

**খতৰ্** বি. আপোন কথাতে খোৱা ঘাটি, অসাৱধানতাৰ কাৰণে আপোনাৰ মুখে ওলোৱা নিজৰ দোষ self-condemnation. অক. ধা. খতৰ্ খা।

**খতা** সক. ধা. সোণ বা ৰূপৰ সৰু সৰু পতা লগাই ভূষিত কৰ to inlay with (gold, silver etc )

**খ'তি** বিণ. হানি পৰা, কাম বন্ধ থকা stopped, closed. বি. কাম বন্ধ হৈ থকা সময়, আজৰীয়া কাল cessation from work, stoppage of business.

**খ'তি, খ'তিখুন** বি. শৰীৰৰ কোনো অঙ্গত থকা ঘুণ বা দোষ deformity.

**খ'তিয়নি, খ'তিয়ান** বি. একেবিধৰ কথা গোটাই একেলগে লিখা কাৰ্য্য ; মৌজাৰ প্ৰত্যেক ৰায়তৰ নাম আৰু তাৰ মুঠ মাটি লিখা এটা বহি ledger, the act of compiling a book kept by a fiscal office containing the name of each rayat and the land held by him in the fiscal divison. সক. ধা. খ'তিয়া।

**খ'তিক্ষণ** বি. অলপ অৱসৰীয়া কাল, কোনো কথা ক্ষান্ত হৈ থকা কাল temporary cessation, respite.

**খ'তীয়া** বি. কামত উপস্থিত নথকা, কাম নকৰা কাল the period of absence from work. বিণ. কাম নকৰা, কামত উপস্থিত নোহোৱা absent from work.

**খ'ভুৱা** বি. সাফৰ থকা সৰু কাঠৰ টেমা a kind of small toilet box.

**খদমদম** বি. লৰালৰি, খৰ খেদা bustle, haste.

**খদ্দৰ** বি. হাতে কটা সূতাৰ হাতে বোৱা কাপোৰ hand-woven cloth of hand-spun yarn.

**খদা** বি. মাটি কঢ়িওৱা বা গোবৰ .পেলোৱা পাচি an open basket used for carrying earth or cow-dung. **খদাবান** বি. বহল মুখীয়া বান বাটি a kind of wide-mouthed cup with a foot.

**খ'দিৰ** বি. খৈৰ গছ, তাৰ আঠা a tree the resin of which is used with betel nut.

**খদ্যোত** বি. জোনাকী পৰুৱা a fire-fly.

**খন** উপ. শ. বহল বা চেপেটা বস্তু বুজাবলৈ বিশেষ্যৰ পাছত ব্যৱহাৰ কৰা শব্দ, তেনেকুৱা সৰু সৰু ভাল বস্তু বুজাবলৈ 'খনি' ব্যৱহাৰ হয়, কোনোৱে 'খান' আৰু 'খানি ও ব্যৱহাৰ কৰে an affix denoting any flat or wide thing. পৰিমাণ বা বহুবচন বুজোৱা শব্দ।

**খন** বি. দহ শ বা এহেজাৰ (মুগা পলুৰ সংখ্যাত খাটে one thousand ( said of silk cocoons ).

**খনা** সক. ধা. আনৰ হতুৱাই উৎপাদন কৰা, লোকৰ দ্বাৰা খন্দোৱা cause to be dug. বিণ. কম বা দুৰ্ব্বল হোৱা decreasing, weakening. বি. পূৰ্ব্বকালৰ এজনা জ্যোতিষত পাৰ্গত তিৰোতা the name of a famous ancient woman astrologer.

**খনি** বি. যি ঠাইত ধাতু আদি স্বয়ং উৎপন্ন হয় আৰু খানিলে পোৱা যায়, আকৰ a mine.

**খনিকৰ** বি. শিল বা কাঠ কাটি আৰু খুলি মূৰ্ত্তি কৰোঁতা, মাটিৰ মূৰ্ত্তি সাজোতা, চিত্ৰকৰ sculptor, an engraver, one who makes earthen images, a painter.

**খনিয়া** সক. ধা খন খন কৰ, অনেক খণ্ড কৰ ( তামোল কটা ) to cut into many pieces or slices as a betel nut for chewing.

**খনীয়া, খনীয়া-কাপোৰ** বি. আগত ফুল থকা দুতৰপীয়া এবিধ কপাহী কাপোৰ a cotton cloth with a flowered border folded double and wrapped round the body.

**খন্তক, এখন্তক** বি. ক্ষণ বা মুহূৰ্ত্তত অন্ত হোৱা সময়, অলপ বেলি a moment.

**খন্তা** বি. কঁহাৰে পাত্ৰ পৰিষ্কাৰ কৰা এবিধ বটালীৰ নিচিনা লোৰ অস্ত্ৰ a chisel-like polishing implement of a bell-metal worker.

**খন্তা, খন্তি** বি. খেতিৰ বন গুচোৱা বা মাটি খোঁচৰা লোৰ অস্ত্ৰ, খুৰ্পী a spade. সক. ধা. খন্তিয়া খন্তিৰে নিৰাই দে।

**খন্ত'য়া** বি. বিষ আৰু অলপ ঘা হৈ ভৰি উখহা ৰোগ a disease of the leg.

**খন্তীয়া খুঁচুৰীয়া** বিণ. অলপ কলীয়া আৰু ক্ষুদ্ৰ, সৰু সুৰা trifling.

**খন্তীয়া সাপ** বি. খন্তিৰ নিচিনা চেপেটা মুখেৰে এবিধ কেঁচু জাতিৰ কীট a kind of earth worm. **খন্তীয়াহাঁহ** এবিধ ঠোঁট জোঙা ঘিলা হাঁহ a kind of teal.

**খন্তেক** বি. একক্ষণ, অতি অলপ সময় a moment. **খন্তেকীয়া** খন্তেক বা অতি অলপ কাল থকা momentary.

**খন্দ** বি. খেতি কৰিবৰ এটা বতৰ, শস্যৰ সম্বন্ধে এবছৰ a whole season of cultivation. **খন্দ মাৰি ল** এবছৰ বা দুবছৰলৈ অৰ্থাৎ অলপ কাললৈ নিৰ্ব্বন্ধ কৰি মাটি ল to take up land and hold it temporarily. **খন্দমাৰি দি** কিছু বছৰলৈ নিৰ্ব্বন্ধকৰি মাটি দি to lease for a certain term.

**খন্দা** বি. চাৰিওফালে আলি দি বা লোৰ খানি পৃথক কৰা এডোখৰ মাটি, সৰু এডৰা a small division of a large plot of cultivated land, লেখাৰ মাজত আঁচ দি পৃথক কৰা ভাগ a column of a book. সক. ধা. **খন্দিয়া**।

**খন্দিয়া** সক. ধা. তাঁত বাতি কৰি এটাই দীঘ সূতাবোৰ বা আন সূতাৰ নেছা, খোৰোচা গাঁঠি দি বান্ধ (আউল নালাগিবলৈ এইদৰে বান্ধি থয়) এনেছা এনেছা কৰি বান্ধ। **খন্দিয়াই সোধ** গোপন কৰা কথা উলিয়াবলৈ প্ৰশ্ন কৰ to cross question.

**খন্দুৰা** বিণ. গৰাকীৰ পৰা কিছু কালৰ নিমিত্তে ভোগ কৰিবলৈ লোৱা যেনে—খন্দুৰা মাটি ; সেই নিয়মেৰ মাটি লোৱা যেনে—খন্দুৰা ৰায়ত এবছৰ থাকি এবছৰ গুটিধৰা যেনে—খন্দুৰা গছে অধিক গুটি ধৰে rented for a short term, renting for a term, bearing fruit every second year. ক্ৰি. বিণ. **খন্দুৰাকৈ**।

**খন্দ প্ৰবৰ্ত্তা** বিণ. কেৱল এবছৰ থকা, এবছৰ খেতি কৰাত মাথোন ব্যৱহাৰ কৰিব পৰা lasting for one year or one season only.

**খপ্‌** সক. ধা. জুইৰ জালত দি নিৰ্ম্মল কৰ to refine as metal, ডাল কাটি পৰিষ্কাৰ কৰ to lop. অক. ধা. অলপ কাল থাক, প্ৰবাস খাট to sojourn, to live temporarily. বি. টেমী বা তাৰ নিচিনা সৰু বস্তুৰ সাফৰ a cover of a lime box or any other small receptacle. **খপ্‌ কৰে** ক্ৰি বিণ. খপৰাই, বেগাই, তৎক্ষণাৎ instantly. **খপ্‌খপাই, খপ্‌খপ্‌ কৰে** এ খোপৰ পৰা আন খোপত বেগাই বেগাই খোজ দি।

**খপ্‌জপ্‌** বি. কি কৰোঁ কি নকৰোঁ

বিতত হোৱা state of being puzzled. বি. **খপজপনি।** ক্রি. বিণ. **খপজপাই।**

**খপ্‌ৰা** বি. চুক, আঁৰল ঠাই a retreat, a secluded place or corner.

**খপিয়া** সক. ধা. এন্ধাৰ বা চকুৰে নেদেখা কাৰণে হাতেৰে বা ভৰিৰে বিচাৰ, অনুসন্ধান কৰ্‌ to grope for, to search after. **খপি সোধ** গুপ্ত কথা উলিয়াবলৈ বিশেষকৈ প্ৰশ্ন কৰ to cross question.

**খপীয়া** বি. চপনীয়া, লোকৰ ঘৰত পেট পুহি থকা living at the house of another as a dependant.

**খপুৰা** বি. কোনো ঠাইলৈ যাওঁতে বাটত কিছু বেলি ৰোৱা কাৰ্য্য a halt or stopping on a march, বাটত যাওঁতে ৰবৰ বা বাহন সলাবৰ নিৰূপিত ঠাই a place appointed for rest or change of vehicle by a traveller, শত্ৰুক ধৰিবৰ কাৰণে খাপলৈ থকা বা চোপা দিয়া মানুহ a person lying in wait for his enemy.

**খবং** (অনু. শব্দ.) বি. পানীত কোনো এটা বস্তু পৰোঁতে বা ভোৰ-তাল বজাওঁতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that produced by the fall of something into water, or that of a pair of bhortala.

**খবৰ্‌** বি. বাতৰি, বাৰ্ত্তা, সমাচাৰ, সম্বাদ news. **খবৰ কাকত, খবৰ কাগজ** বি. বাতৰি কাকত newspaper. **খবৰা-খবৰি** বি. পৰস্পৰ সম্পদ লোৱালুই কৰা interchanging of news between two persons.

**খবৰ্‌দাৰ্‌** বিণ. সাৱধান, হুচিয়াৰ careful, being on guard.

**খবিচ** বিণ. সম্পূৰ্ণ, অটুট ঠিক full, entire, exact.

**খবুৰা** বি. বেৰ বা দুৱাৰৰ দাঁতিত লগাই বন্ধা বা কামোৰ মাৰি ধৰি থকা খোলা বাঁহ a grooved bamboo fixed on the sides of a bamboo or reed wall or door.

**খমলা** বি. গোটমৰা দ্ৰৱ বস্তু congealed fluid. **খমলা মাৰ** গোট মাৰ, পনীয়া গুচি টান মাৰ to coagulate.

**খমাৰি** ( অনুৰূপ শব্দ ) বি. কাৰবাৰ কৰা মানুহ a business man.

**খমিৰ** বি. আটা গুৰি পিঠা ৰুটি আদি পাগত তপত বা ভাপত সিজাওঁতে ওফন্দি পৰিবলৈ মিহলাই দিয়া তাল বা খাজুৰৰ ৰস leaven.

**খম্খম্** (অনু. শব্দ.) মুগা বা মেজাঙ্কৰিৰ ন কাপোৰ, মকৰা কাপোৰ বা তুলাপাত লৰালে হোৱাৰ নিচিনা শব্দ an imitative sound used to express the rustle of cloth or paper, বি. **খম্খমনি, খম্খমি**। অক. ধা. **খম্খমা**। বিণ. **খম্খমীয়া**।

**খয়** বি. 'ক্ষয়' শব্দৰ কোমল ৰূপ। **খয়ঙ্কৰ-ক্ষয়ঙ্কৰ** শব্দৰ কোমল ৰূপ, ক্ষয় বা ধ্বংস কৰা destroyed.

**খৰ্** বিণ. শীঘ্ৰ, দ্ৰুত, বেগী quick, nimble, তীক্ষ্ণ having a sharp edge or point, প্ৰবল violent. অক. ধা. **খৰ্কৰ** লৰালৰি কৰ। ক্ৰি. বিণ. **খৰকৈ**।

**খৰ্** বি. অনাবৃষ্টি বৰষুণৰ অভাব want of rain. বিণ. বৰকৈ তাপ পাই মুৰমুৰীয়া হোৱা rendered brittle by too much heat, highly tempered. **খৰকালি** বি. খৰালি, বৰষুণ নোহোৱা কাল, জাৰ কালি dry season. অক. ধা. **খৰমাৰ, খৰটান** বৰষুণৰ অভাব হ, বৰষুণ নিদিয়াকৈ থাক to be without rain.

**খৰ্** বি. গাধ an ass. **খৰখাই পৰ** ভৰি ওপৰলৈ কৰি লুটি খাই পৰ to fall on the ground with the feet upwards. **খৰ-মিহলি** বিণ. সানমিহলি mixed up.

**খৰ্** বি. এবিধ গাৰ ছাল ছিগি যোৱা ৰোগ, দদ্ৰু the ringworm, এবিধ ঘনে ঘনে তেজ সাওঁ পৰা আৰু তলপেটত বিষ হোৱা ৰোগ, গ্ৰহণী dysentery.

**খৰ্খৰ্** (অনুকাৰ শব্দ) বি. তুলাপাত বা শুকান পাত আদি লৰিলে হোৱা শব্দ sound of dry leaves or paper when shaken. বি. **খৰ্খৰণি**। বিণ. **খৰখৰীয়া** বৰ শুকান very dry.

**খৰ্খৰি** বি. দুৱাৰ আদিৰ ভিতৰেদি বতাহ সোমাব পৰাকৈ তাত পথালিকৈ লগাই দিয়া সৰু সৰু তক্তাৰ সঁজুলি venetian. **খৰ্খেদা** বি. লৰালৰি, খৰধৰ haste, hurry. অক. ধা. **খৰখেদা কৰ** লৰালৰি কৰ to make haste.

**খৰগ** বি. গঁড়ৰ শিং rhinoceros' horn.

**খৰচ** বি. ব্যয়, ভাঙি খাবৰ নিমিত্তে লগা ধন expense, expenditure. বিণ. **খৰচী** বৰকৈ খৰচা কৰা, অপব্যয়ী prodigal, spendthrift.

**খ'ৰচি** বি. মিহি নোহোৱা গুড়ি, আধা থুন্দা গুৰি coarse powder. ক্ৰি. **খ'ৰচিমাৰ** কোনো খুকুৰি নথকাকৈ কৰ, আগগুৰি ভাঙি ক to leave nothing incomplete, to do fully.

**খৰ্তকীয়া** বি. শীঘ্ৰে কাম কৰিব পৰা, কামত উদ্যোগী quick, prompt.

**খৰতৰ্** ক্রি. বিণ. বৰ খৰকৈ বা বেগাই quickly.

**খৰ্ধৰ্** বি. খৰখেদা, লৰালৰি haste, hurry.

**খৰ্পোচ্** বিণ. শীঘ্রে কাম কৰিব পৰা, খৰতকীয়া prompt in doing. বি. খৰধৰ haste.

**খৰম্** বি. কাঠৰ পাদুকা, ভৰিত পিন্ধা কাঠৰ সঁজুলি a wooden sandal. বিণ. **খৰমযুৰীয়া** খৰমৰ নিচিনা অর্থাৎ ভৰিৰ তলুৱাৰ মাজভাগ মাটিত নলগা arched as a foot.

**খৰ্মৰ্** বি. কোনো বস্তু বাগৰা বাগৰি কৰিলে হোৱা শব্দ an imitative word used to express the sound produced by anything quickly turning from side to side. বি. **খৰমৰণি** অক. ধা. **খৰমৰা**।

**খৰলা** বি ঘোঁৰাৰ নোম আঁচোৰা যতন a curry-comb.

**খৰলি** বি. খৰখৰীয়াকৈ অর্থাৎ নীৰসকৈ ভজা শাক leaves and stalks of vegetables, crooked dry. **খৰলি খা** প্রবাসত কষ্টভোগ কৰ to suffer the inconveniences of a sojourn at a distance from home. **খৰলি-পিট** অসুখ অশান্তি প্রকাশ কৰ, ধুম ধুপাল কৰ to express uneasiness and anger. **খৰলি পাক** বেগাই ঘূৰা পাক, বেগাই আপোনাৰ গাতে লোৱা মেৰ a quick turn or revolution.

**খ'ৰলীয়া** বি. শুকান, নীৰস, ঠৰঙা dry, not moist, rough.

**খৰাং** বিণ শুকান, নীৰস dry, not fertile.

**খৰা** সক. ধা. খাৰণিৰে তিয়াই শুকা to impregnate with alkaline matters—( উপ শব্দ ) গছ, ডাল ( শলিতা খৰা )।

**খৰালি** বি. খৰকালি dry season.

**খৰাহি** বি. বাঁহৰ মিহি কাঠীৰে সজা পাত্র a finely woven bamboo basket.

**খৰি** বি. জুই ধৰিবৰ কাৰণে অনা শুকান বাঁহ বা কাঠ fire wood, fuel. **খৰি দি** মৰা শ দাহ কৰ, মৃতকৰ কাঠ সংস্কাৰ কৰ to burn as a dead body. **খৰিকটীয়া** খৰি কটা মানুহ fire wood cutter.

**খৰিকা** বি. উলু বা আন বনৰ ঠাৰি the slender stalk of a thatching or other grass, মাছ মঙহ জুইৰ তাপত সিজোৱা বাঁহ বা লোৰশলা a roasting spit, মুগাৰ কণী লগাবৰ নিমিত্তে বন্ধা খেৰৰ াটি। **খৰিকা দি, খৰিকাত দি** খৰিকা বা শলাত লৈ জুইৰ তাপত সিজা। **খৰিকা ল** ভাত খাই উঠি মুখ ধোওঁতে খৰিকাৰে দাত পৰিষ্কাৰ কৰ to pick the teeth after meal,

খৰিকা-লগা মুগাৰ সক সক পলুযুক্ত খেৰৰ আটি চোম গছত আঁৰ।

**খৰিকা জঁাই** বি. খৰিকাৰ দৰে গোটা পাহিৰে এবিধ বগা উগ্ৰগন্ধি ফুল a kind of flower.

**খৰিকা বাৰি** বি. নঙলা মাৰি, পদুলিৰ দুৱাৰ মৰা ডাং a bar of a gate way.

**খৰিকিয়া** সক. ধা খৰিকাৰে খুকটি মলি শুচা to cleanse with a pick.

**খৰিচা** বি বাঁহ গাজৰ পৰা কৰা এবিধ খাদ্য দ্ৰব্য, সি দুই প্ৰকাৰ; কুটি আধা খুন্দা কৰা বাঁহ গাজ পানী দি কলহত ভৰাই থলে যেতিয়া সি টেঙা হয়, তেতিয়া তাক ‘পকা-খৰিচা বোলে, তাৰ আঞ্জা খোৱা যায়। কুটা বাঁহ গাজ শুকাই গুড়ি কৰিলে তাৰ নাম শুকান খৰিচা বা জিম খৰিচা হয়, তাকো আঞ্জাত খোৱা হয় condiment made from the tender shoots of the bamboo.

**খৰিদ** বি. ক্ৰয়, কিনা কাৰ্য্য a purchase. বিণ. **খৰিদা** কিনা, দাম দি অনা purchased. **খৰিদ্দাৰ** কিনোতা buyer.

**খৰিয়াল** বি. হাই-উকমি, দন্দ, বাচ্যা-বাচ্যি an angry dispute, a broil.

**খৰীমাটি** বি. এবিধ বগা টান মাটি chalk.

**খৰীয়া** বিণ. খৰে খোৱা, গাত খৰ ৰোগ থকা suffering from ringworm. বি. খৰে খোৱা মানুহ a man suffering from ringworm, খৰি বেচা মানুহ a seller of fire wood.

**খৰুৱা** বিণ. ওপৰ ওঁঠৰ মাজ কটা, ওপৰ ওঁঠ ছিগি দাঁত ওলোৱা having the upper lip cut into two, খাৰ মিহলি, খাৰযুক্ত containing alkali or salt. বি. বংশৰ কোনো খাপ, পুৰুষ a generation.

**খৰুৱা-বেঙেনা** বি. এবিধ বাৰ মহীয়া সক বেঙেনা a kind of egg fruit.

**খৰেখোৱা** বিণ. খৰ ৰোগে খোৱা suffering from ringworm. **খৰে ধৰা** পেটত তাপ আৰু অজীৰ্ণ হৈ ঘনাই শৌচ কৰা ৰোগ diarrhoea.

**খৰকালি** বি. জাৰকালি, বাৰিষাত বাজে আন সময় the dry season.

**খৰ্চ্চনা** বি ঘৰৰ খুটা আদি সলাবৰ সময়ত চাল দাঙি ধৰি থাকিবলৈ দিয়া ডাং বা ঢোকা a prop.

**খৰ্পৰ** বি. মৰা মানুহৰ মূৰৰ খোলা a skull.

**খৰ্ব্ব** বি. এহেজাৰ কোটি সংখ্যা one thousand crores. বিণ. সৰু, ক্ষুদ্ৰ, চুটি চাপৰ small, short, অহঙ্কাৰী গৰ্ব্বী, অপমানজক haughty. বি.

ধ্বংস বা দমন কৰা কাৰ্য্য act of 'destroying or subduing.

**খমুৰ্জা** বি. এবিধ লতাৰ ফল a kind of melon.

**খল** বি. লগনীয়া বা টুটকীয়া মানুহ, হিংসুক, দুৰ্জ্জন a back-biter, an envious man, a crooked man, wicked person.

**খল** বি. পুলি কৰবলৈ বা গুটি পঁচাবলৈ খনা সৰু লোৰ a drill used in sowing seeds দৰৱ মৰা শিলৰ পাত্ৰ, কিস্তি a stone used for mixing medicines in, জন্তু বা মানুহ সদাই গোট খোৱা ঠাই, খলি a place where animals or persons usually assemble.

**খলক্** বি. পানীৰ আফালনীত হোৱা শব্দ, কোৰ্হাল, হাই-উৰ্মি to be agitated or suddenly move to and fro with a loud noise, as water. **খলক লাগ** কোৰ্হাল কৰ। বি. **খলকনি**।

**খল্খল্** বি. পানীৰ খল্খলনি বা ডাঙৰ হাঁহিৰ পৰা হোৱাৰ নিচিনা শব্দ an imitative word used to express the sound made by an agitated water or loud laughter. বি. **খলখলনি**,

**খলতি-খোৱা** বিণ. অতি দৰিদ্ৰ extremely poor.

**খলপ, খলপা** বি. তৰপ, বখলা, থাক a stratum, a layer, a shelf, মহলা, এটা ঘৰৰ ওপৰত সজা আন এটা ঘৰ a storey or flat of a house, ঢাকনি a cover. **খলপা-খলপ** কেবা থাক থকা, কেবা তৰপীয়া having many shelves, storeys or layers. **খলপা-খলপী** খলপীয়া, কেবা খলপ থকা।

**খলম** বি. কাপোৰ আদি নিমজ কৰিবলৈ দিয়া মাড় starch applied to cloth.

**খল্মল্** বি. খলখল, বেগেৰে জোকাৰ খোৱা পানীৰ শব্দ the sound of agitated water. বি **খলমলনি**।

**খলমা** বি. খমলা, গোটমাৰি বা শুকাই টান হোৱা জুলীয়া বস্তু congealed fluid. অক. ধা. **খলমা বান্ধ, খলমা মাৰ**।

**খলা** বি. কোনো কাৰ্য্যত ব্যৱহাৰ কৰিবলৈ চুকুপি চিকনোৱা ঠাই, খোলা a place cleared for any purpose.

**খলাবমা** বি. ওখ-চাপৰ, অসমান, দ-বাম uneven, undulating.

**খলি** বি. গুটি পচোৱা বা পুলি ৰোৱা লোৰ a drill for sowing seeds. **খলি ল, খলি পাত** সদায় অহা-যোৱা কৰ (বেয়া ভাবত) to frequent.

**খলিত** বি. নিষ্ফল, ফল নধৰা fruitless, false.

**খ'লিফা** বি. তুৰস্কৰ চুলতান আৰু

**খর্মগুৰু** a title used by Mussolmans.

**খলিহনা, খলিহা** বি. এবিধ সৰু মাছ a kind of small fish.

**খলিহৈ** বি. তেল পেৰা সৰিয়হৰ **গুকান** সিটা oilcake.

খলুৱা বি. টুটকীয়া, টেঙৰ, ধূৰ্ত্ত cunning.

**খহ্** অক. ধা. এৰাই পৰ to fall off.

**খহটা** বিণ. খুদ খহুৰে আবৃত হোৱাৰ **নিচিনা**, নিমজ নোহোৱা, কৰ্কশ not smooth, rough to the touch. **খহটা-ডিমৰু** সৰু গছ আৰু গুটিৰে এবিধ ডিমৰু a kind of fig.

**খহনীয়া** বি. খহি পৰা বা তললৈ এৰাই পৰা কাৰ্য্য the act of falling off, এবিধ গৰু মহৰ মঙহ খহি যোৱা ৰোগ a disease of the cattle in which the flesh sloughs off. বিণ. **খহনীয়া**।

**খহমহ** ( অনু. শব্দ ) খহটা বস্তু মোহাৰিলে বা মচিলে হোৱা শব্দ an imitative word used to express the sound produced by rubbing a rough thing. **বি. খহমহনি**। ক্রি. **খহমহা**। বিণ. **খহমহীয়া**।

**খহা** সক. ধা. একৰাই তললৈ পেলা to cause to fall off, গৰ্ভ নষ্ট **কৰা** to miscarry.

**খহু** বি. গাত হোৱা বিষযুক্ত আৰু পকি পূঁজ ওলোৱা এবিধ টোপোৰা, ফোঁহোৰা, ফোঁহা a boil, pustule, the itch. **খহুৱা** বিণ. খহু থকা, খহুৰে খোৱা affected with boils or itches. **খহুলা** খহলগা, খহুটা coarse, rough. **খহুলা-খহুলি** ওখোৰা মোখোৰা uneven.

**খা** সক. ধা. ভোজন কৰ, গিল, ভোগ কৰ, অধীন হ বা পা, কামোৰ, দংশন কৰ, ধ্বংস বা নষ্ট কৰ, গ্ৰহণ কৰ to eat, to swallow, to possess, to enjoy, to suffer, to be subjected, to bite, to sting, to ruin, to take as a bribe. অক. ধা. মিল, লাগি ধৰ, জীৱিকা উলিয়া to suit, to subsist. **খাইধৰ** ঢিলা নোহোৱাকৈ লাগ to fit or suit well. **খাইতেল** মিঠাতেল mustard oil. **খাই পাত ফাল** অশলাগী বা উপকাৰ নমনা হ to be ungrateful. **খাই পাত ফলা** বিণ. অশলাগী। **খাইমূৰা** মাক বাপেক আৰু আন বন্ধু বান্ধবৰ মূৰ খোৱা wretched, friendless.

**খাউখেৰেং** বি. এবিধ কুঁচি সজা বন a kind of grass.

**খাওঁখাওঁ** বিণ. খকুৱা greedy, খঙাল angry.

**খাওঁতা** বি. যাক খুৱাব বা পুহিব লাগে, যি পুৰুষে খায় a man who eats. স্ত্রী. খাঁতী। **খাওন** বি খোৱা কাৰ্য্য, ভোজন act of eating. **খাওনি**

খোৱা বস্তু, সমল, বাটত খাবলৈ গোটোৱা সামগ্ৰী food, provisions collected for use on a journey, ভোগ দখল কৰা occupied.

**খাওন্দ** বি. আহোম ৰজাৰ দিনৰ এজন বিষয়াৰ নাম তেওঁ বিদেশৰ পৰা বস্তু অনানিয়া কৰিছিল, অইন দেশৰ আচাৰ ব্যৱহাৰ চাই ফুৰিছিল আৰু মৃত ৰজাৰ অস্থি গঙ্গাত পেলাইছিল।

**খাং** বি. বাঁও নবন্ধা সৰু পাচি, সৰু তোম a kind of small basket.

**খাঁকৰু** বি. নাকৰ শুকান সেঙ্গুন, ঘাৰ মুখত লাগি থকা শুকান পুঁজ, ঘাৰ চোকোৰা mucus dried in the nostril, the scab of a sore.

**খাঁকি** বি. গছৰ যি ঠাইৰ পৰা দুটা ডাল বেলেগ হয়, দুটা ডালৰ জোৰা, তাৰ নিচিনা আন বস্তু the joint of forking branches, anything like the same.

**খাঁজ** বি. এটা বস্তুক আন এটাৰে জোৰাবলৈ দিয়া খোলনি, পথালি খোলনি a notch, a mortise for joining two pieces of timber. **খাঁজকটা** খোপকটা notched. অক. ধা. **খাঁজ খা, খাঁজ ল, খাঁজ খাইধৰ** খোপত সোমাই আট খাই ধৰ to fit lightly. **খাঁজ লৰ** টান গুচি ঢিলা হ to become loose.

**খাঁজ সক.** ধা. হিলৈত খাৰ গুলি ঠাহি ভৰা to load as a gun, গছৰ শাৰীত থকা শুদা ঠাইত নকৈ ৰো to plant at vacant places, হেঁচি সুমা push in tightly.

**খাঁজি-খোৱা** বি. ৰজা কোনো ঠাইলৈ যাওঁতে বাটত জিৰাবৰ বা ৰাতি থাকিবৰ নিমিত্তে সজা ঘৰ, এতেকে বাটৰুৱা মানুহ ৰবৰ নিমিত্তে সাজি থোৱা ঘৰ a rest house.

**খাঁজখোপ** বি. য'ত যেতিয়া যেনে হব লাগে তেনে হোৱা অৱস্থা, ঠিকঠাক exactly fit or proper state. ক্রি. বিণ. **খাঁজে খোপে**।

**খাঁটি, খাঁটা** বিণ. বিশুদ্ধ, আচল pure.

**খাঁৰী** বিণ. 'খৰা' চোৱা।

**খাকৰ** বি. খোকা উৰি, গাতৰ মাটি উলিয়াবৰ কাৰণে মূৰ ফলা বাঁহ bamboo instrument for raising earth from a hole.

**খাকী** বিণ. মটীয়া, কপিলা tawny, dark brown, সেই বৰণৰ কাপোৰ a light dark cloth.

**খা-খবৰ** বি. খবৰ বাতৰি, বা-বাতৰি news.

**খাখৰু** বি. খেকাৰ খোৱা, নীচ মানুহ mean or contemptible, ruined.

**খাখাৰ, খাখৰি** 'খেকাৰ' চোৱা।

**খাগৰি** বি. হাবিত আপুনি হোৱা কুঁহিয়াৰ জাতিৰ এবিধ তৃণ reed. **খাগৰি কুঁহিয়াৰ** এবিধ টান সৰু কুঁহিয়াৰ a kind of sugar cane.

**খাচ্** বি. পৰৰ পৰা অধিকাৰ কৰি নিজৰ স্বত্বত ৰখা, চৰকাৰৰ পৰা বন্দবস্ত কৰি লোৱা held direct from the government.

**খাচ্** বিণ. আচল, বিশুদ্ধ pure, real, হাতত থকা tangible.

**খাচা** বি. পৰ্ব্বতীয়া মানুহৰ কুঁকি বা হোৰা a long basket used by hill people to carry things on their back.

**খাচীয়া** বি. খাচীয়া পাহাৰৰ আদিম নিবাসী a hill tribe inhabiting the Khasi Hills.

**খাজ** বিণ. হিন্দুৱে খাব পোৱা অনিষিদ্ধ ( মাছত খাটে ) not forbidden as a food for Hindus.

**খাজনা** বি. ৰাজহ, ৰাজকৰ, মাটি খোৱা মানুহে মাটিৰ গৰাকীক দিয়া ধন revenue, rent.

**খাজা** বি. অংশ, টুকুৰ piece, a part.

**খাজাঞ্চী** বি. ৰাজহুৱা বা ৰজাৰ ধন ৰখীয়া a treasurer.

**খাজুৰ** বি. মিঠা ৰস ওলোৱা এবিধ গছ আৰু তাৰ গুটি the date sugar palm and its tree.

**খাঞ্জি** (পু. অ.) খাজি, ভৰপূৰ কৰি।

**খাট** বি. পালেঙ, কাঠৰ খুৰা লগোৱা শয্যাৰ আধাৰ, তক্তাপোচ a bedstead.

**খাটু** সক. ধা. উপকাৰৰ আশাৰে কাৰো ওচৰলৈ গৈ ভাৰসা কৰ, নিয়ম অনুসাৰে পালন কৰ to seek favour, to observe as a rule, শাস্তি স্বৰূপ ভোগ কৰ to undergo a penalty, থপ, বাস কৰ sojourn. অক. ধা. আনৰ বাবে পৰিশ্ৰম কৰ serve, প্ৰাৰ্থনা কৰ, উপাসনা কৰ to solicit, to pray, কোনো বিষয়ত বন্দবস্ত বা উপযুক্ত হ to apply.

**খাটখৰি** ( পু. অ. ) বি. খটখটী step.

**খাটনি** বি. উপকাৰৰ আশাৰে কৰা উপাসনা, লোকৰ নিমিত্তে কৰা পৰিশ্ৰম soliciting favour, entreaty, service to others. **খাটনি ধৰ** কোনো কাৰ্য্য কৰিবলৈ আনক উপাসনা কৰ to solicit favour.

**খাটনিয়াৰ** বি. বিশ্বাসৰ মানুহ a favourite, গোঁসাই সকলৰ প্ৰধান পৰিচাৰক the principal attendant on a Gossain. **খাটনি-লোটনি** বি. বহুদিন বা অধিককৈ কৰা খাটনি earnest entreaty.

**খাটলা** বি. গোঁসাই সকলৰ উঠি ফুৰা চাৰিচুকীয়া দোলা a four cornered vehicle carried on men's

shoulders and used by the Gossains of Assam.

খাটাং বি. শেষ নিষ্পত্তি কৰা, সম্পূৰ্ণৰূপে নিশ্চিত, পাচত লৰচৰ হবৰ সম্ভাৱনা নথকা conclusive, finally determined. খাটাংকৈ ক্ৰি. বিণ. নিশ্চয়ৰূপে conclusively.

খাটুৱা বিণ. বৰ ওখ আৰু বৰ চাপৰ নোহোৱা ( মানুহত খাটে) not too low or not too high.

খাড়া বিণ. পোনে পোনে ওপৰলৈ উঠা, থিয় perpendicular, upright.

খাণ্ডৱ বি. ইন্দ্ৰপ্ৰস্থৰ ওচৰত থকা এখন অৰণ্য a forest near ancient Delhi.

খাণ্ডা বি. দা, ডাঙৰ কটা অস্ত্ৰ sword, a large cutting instrument.

খাত্ বি. থকা ঠাইৰ পৰা আঁতৰত থকা মাটিবাৰী an estate or farm situated at a distance from the residence of a proprietor.

খাতক্ বি. ধাৰ খোৱা, ধৰুৱা a debtor.

খাতা বি. হিচাব ৰখা বহি, জমা-খৰচ বা উৎপন্ন ভগনৰ টোকা ৰখা বহি an account book.

খাতি বি. বাহৰ সৰু কাঠী a thin rod or slip of bamboo, পিটি পাতল কৰা ধাতু, সৰুকৈ কটা ৰূপ বা সোণৰ পতা a small piece of silver or gold leaf.

খাতিৰ বি. বিশ্বাস confidence, সম্মান, সমাদৰ respect, regard, অনুৰোধ request, কাৰণ ground. ক্ৰি. বিণ. খাতিৰে নিমিত্তে, বাবে for the sake of.

খাতোৱাল বি. বহতীয়া, খাতত কাম কৰা মানুহ a tenant, a serf.

খাদ বি. সঙ্গীতৰ এটা গহীন বা গলগলীয়া সুৰ a bass tune in music.

খাদক বি. খাওঁতা eater.

খাদি বি. হাতে কটা সূতাৰ কাপোৰ।

খাদ্য বিণ. খাবৰ যোগ্য eatable. বি. আহাৰ, খোৱা বস্তু food. খাদ্যাখাদ্য আহাৰৰ যোগ্য আৰু অযোগ্য বস্তু proper and improper food.

খান্ সক. ধা. কোৰ আদিৰে মাটি কোৰ্ বা চাহ কৰ্, মাটিত গাঁত কৰ্ to dig.

খান ( উপশব্দ ) চেপেটা বা বহল বস্তু বুজাবৰ নিমিত্তে সংজ্ঞা শব্দৰ পাছত ব্যৱহৃত শব্দ an affix used to denote anything flat or spread, ভাল সৰু সৰু তেনে বস্তু বুজাবলৈ 'খানি' ব্যৱহাৰ হয়।

খান্খান্ বিণ. অ'ত এখন ত'ত এখন scattered about.

খানচামা বি. ৰন্ধাবঢ়া বা খানা তৈয়াৰ কৰা চাকৰ a butler.

খানা বি. চক আদি গঢ়োঁতে মাটি কটা বা ভাগ কৰা কুমাৰৰ সঁজুলি a potter's tool.

খানা বি. আহাৰ, ভোজন meal, feast.

খানা বি. ঠাই, আন শব্দৰ পাছত যোগহৈ তাৰ অর্থ বুজায়, যেনে ছাপাখানা, মালখানা a place.

খানা চুমাৰী বি. কোনো গাওঁ বা নগৰৰ মানুহৰ সংখ্যা লিখা কাকত, মানুহ গণনা a written statement of the number of houses in a village or town, a census of the population.

খানা তালাচ বি. চোৰ আৰু চোৰে নিয়া বস্তু আদি উলিয়াবলৈ ঘৰ আদি অনুসন্ধান কৰা কার্য্য a house-search.

খানি বিণ. কোনো এক পৰিমাণৰ।

খানিক, খানিকমান বি. অলপ সময়, খন্তেক a moment, a very short time, অলপ পৰিমাণ a small quantity or amount.

খান্দ (পু. অ.) সক. ধা. খান to dig.

খান্দি, খান্দৰি গুণঠি সুমাবৰ নিমিত্তে মোকোটাই বা মেৰাই বন্ধা জৰীৰ মেৰ a loop.

খান্দি বি. সুতাৰ নেছা a skein of thread, তাও দি পিটি কৰা ডোখৰ বা খণ্ড।

খাপ্ বি. লুকাই বাট চাই থকা কার্য্য, কাৰো অনিষ্ট কৰিবৰ নিমিত্তে চল চাই বৈ থকা কার্য্য act of lying in wait. ক্রি. খাপ দে, খাপ ল to lie in ambush.

খাপ্ বি. জখলা বা খটখটীত ভৰি দিয়া ঠাই a step, তৰপ, থাক shelf, stratum, শ্রেণী a grade.

খাপৰ বি. এবিধ গধুৰ আৰু ডাঙৰ যাঠী a large and heavy spear.

খাপৰি বি. ঘৰ ছাবৰ নিমিত্তে কৰা চেপেটা পোৰা মাটি a tile, বুকুৰ বাওঁফালে থকা আৰু জ্বৰ হলে বঢ়া এচটা মঙহ, জ্বৰ-খাপৰি the spleen.

খাব্ বি. চাব্, নাঙলৰ আগত উঠা মাটি, পিঙেৰে খোচ মৰা কার্য্য the act of striking or catching anything. সক. ধা. খাবয়া।

খাৰভা বিণ অলপ চাপৰ dwarfish.

খাৰনি বি. 'জবকা' চোৰা।

খাম্ বি. আবৰণ, ঢাকনী (চিঠিৰ), লেফাফা envelope.

খাম্ বি. জুলীয়া বস্তুৰ গোট মৰা অৱস্থা coagulation. ক্রি. খাম বান্ধ, খামমাৰ জুলীয়া বস্তু গোট মাৰ to coagulate as milk.

খামখেয়াল বিণ. অস্থিৰ চিত্ত uncertain mind. বি. খামখেয়ালি।

**খামতি** বি. আসামৰ উত্তৰ পূবে থকা পৰ্বতীয়া জাতি a hill tribe of the north eastern frontier of Assam. **খামতি দা** এবিধ দীঘল, আগে গুৰিয়ে সমান বহল দা। **খামতি মোনা** কাষলতিৰ তলত ওলোমাই লোৱা কাপোৰৰ মোনা। **খামাখা** ক্রি. বিণ. হঠাৎ, অকাৰণত suddenly.

**খামি** বি. কলিজা, পিত, বুকু heart, courage, mind. **খামি-ডাঠ** বিণ. বুকু ডাঠ, সাহিয়াল bold, courageous.

**খামোচ, খামোচমাৰ, খামোচ মাৰিধৰ** ক্রি. হাতৰ মুঠিৰ ভিতৰত ধৰ to grasp by the hand. **খামোচ** বি. হাতৰ মুঠিত ধৰিব পৰা বস্তু grasp.

**খামোচা** বি. খামোচ বা মুঠি মাৰি ধৰিব পৰা ঠেক বা আঙঠি a handle, lift, মুঠি মাৰি ৰখা কাঠ বা ধাতুৰ সঁজুলি a clamp, clasp, হাতৰ মুঠিত যিমান ধৰে সিমান বস্তু as much of anything as can be grasped in the hand. **খামোচা-খামোচে, খামোচে খামোচে** ক্রি. বিণ. মুঠিয়ে মুঠিয়ে handful by handful. **খামোচীয়া** বিণ. খামোচি পোৱা।

**খাৰ** বি. লোণৰ গুণ থকা ছাই, খাৰ দি ৰন্ধা আঞ্জা alkali potash, a dish seasoned with alkali, হিলৈৰ খাৰ gunpowder. **খাৰ-ঘৰ** বি. ৰণৰ সঁজুলি বিশেষকৈ হিলৈৰ খাৰ ৰখা ঘৰ a magazine. **খাৰ-ঘৰীয়া** আসাম ৰজাৰ খাৰ-ঘৰৰ অধিকাৰ থকা লোক। **খাৰ-মাটি** এবিধ খাৰৰ গুণ থকা কাপোৰ ধোৱা মাটি ( সাজিমাটি ) fuller's earth.

**খাৰচা** বি. অলপ খাৰৰ সোৱাদ থকা having an alkali taste.

**খাৰণী** বি. খাৰ সৰাই উলিওৱা পানী, খাৰৰ পানী a solution of potash or alkali. **খাৰণী সঁতা** খাৰণী ছেকা বা সৰোৱা সঁজুলি, খৰাহী বা কোনো পাত্ৰৰ তলিত অনেক বিন্ধা দি তাত ছাই ভৰাই তাৰ ওপৰত লাহে লাহে পানী দি থাকিলে তলত খাৰণী সৰি পৰে এই পাত্ৰৰ নাম খাৰণী সঁতা a basket or vessel in which ashes are leached.

**খাৰধি** বি. খাৰৰ আঞ্জা ৰান্ধিবৰ নিমিত্তে যতনোৱা শাক আদি, পাচলি vegetables for cooking.

**খাৰলি** বি বটা সৰিয়হত লোণ আৰু খাৰণী মিহলাই কৰা এবিধ ভাতৰ লগত খোৱা চাটনি a kind of sauce made of powdered mustard mixed with salt and solution of potash.

**খাৰ্ল-পাত** বি. আগ কটা কলাপাত a plantain leaf with the top end cut off.

bearing, rash. গা এৰা প্ৰসৱ হ, গা খালাচ হ to be delivered of a child. গা এৰা দি সম্পৰ্ক এৰ বা একো সম্পৰ্ক নথকা বুলি প্ৰকাশ কৰ to sever connection. গা কৰ পুষ্ট বা বলৱন্ত to become plump or stout, হীন অৱস্থাৰ পৰা চহকী বা ভাল অৱস্থালৈ আহ to flourish, to prosper. গা খৰা সঘনে প্ৰস্ৰাৱ হ to urinate frequently, to pass water often. গা-ঘেলা কাম-বন নকৰি ধুন মাৰি ফুৰ, গা নচুৱাই ফুৰ to saunter or loiter about. গা চাই ফুৰ বিপদৰ পৰা ৰক্ষা পাবলৈ সাৱধানে চল to remain vigilant or careful. গা জুৰা সুখ বা সন্তোষ ল, গা শাঁত কৰ to please, to cool. গা জোকাৰি ফুৰ, গা ঘেলাই ফুৰ। গ -জোৰা অটা, যথেষ্ট sufficient, enough. গা-টঙা গা কৰ, পুষ্ট হ to regain health and strength. গা টেঙা বেজাৰ পা, মনত দুখ পা to be pained in mind. গা থা থাউনি পা to be within one's own depth. গা দাং পৰলোকলৈ যা, মৰ to die, নৰিয়াৰ পৰা উঠ বা আৰোগ্য হ to be recovered from illness. হীন অৱস্থাৰ পৰা চহকী হ to prosper. গা দাঙি ক ক, সাহ্ কৰি ক, নিশ্চয়কৈ ক to assert positively. গা দে ডাঙৰ দীঘলহৈ আৰ্জিব পৰা হ to grow up and be able to earn, চহকী হ to prosper. গা দুখা গা টেঙা। গা ধৰ পুষ্ট হ to become fat. গা পাতি ল গাত ল, দায়িত্ব ল to take responsibility. গা ব জহনি ৰোগত পৰ, পেট চল to be attacked with cholera, to have purging. গা বন্ধ হ গৰ্ভৱতী হ to be pregnant. গা মাৰি যা গা কোঁচাই কাৰো গাত নলগালৈ গতি কৰ to contract or move the body in passing so as not to come in contact with anyone.

গা মুৰ ধো ঋতু স্নান কৰ,চুৱ নোৱাৰা হোৱাৰ পাছত গা ধুই শুচি হ to perform ablutions after menses. গা ৰ হানি বা কষ্টৰ পৰা ৰক্ষা পা, শান্তি বা সুখ লাভ কৰ to be satisfied, to be saved from loss or injury. গাৰ নোম ডাল ডাল হ অকস্মাৎ ভয় খাই গাৰ নোম থিয় হ, জিকাৰ খা to stand erect as hair on the body. গা ৰাখ হানি বা কষ্টৰ পৰা আপোনাক ৰক্ষা কৰ to save one's self from loss or injury. গা লগা মন লগা, মনোযোগ কৰ to act attentively. গা লৰ প্ৰসৱ হ to be delivered of a child.

গা সাৰ কষ্ট বা বিপদৰ পৰা ৰক্ষা পা to be saved from distress or misfortune. গা সুৰ, গা সুবি ৰা তিৰোতাৰ ঋতু কালত বা আন সময়ত অধিক পৰিমাণে ৰক্তস্রাৱ হ suffer from menorrhagia, গা হ, গাত ল আন এজনে কোনো কাম নকৰিলে বা বেয়াকৈ কৰিলে তাৰ জগৰ নিজ গাত লবলৈ অঙ্গীকাৰ কৰ to stand security for.

গাই বি. মাইকী গৰু a cow. ক্রি. বিণ. আপুনি, নিজে in person. গাই গাই, গাইপতি প্রত্যেকে। গাই-গোটা অকল শৰীয়া alone, স্বার্থপৰ selfish. গাই বাই চা ক্রি. কান্দি কাটি চা, সকলো প্রকাৰে চেষ্টা কৰি দেখ to try by all means. গাই-মুৰা তিৰোতাৰ দিচিনা মুখ যুক্ত beardless.

গাওনি বি. গীত বা নাম গোৱাৰ বেচ wages for singing. গাওঁতা বি. গীত গোৱা মানুহ a singer.

গাওঁ, গাৱঁ বি. গ্রাম, নগৰত বাজে মানুহৰ আন বসতি a village. বিণ গাৱঁলীয়া।

গাওঁ-পৰীয়া বিণ. গাৱঁত থকা living in a village. গাওঁবুঢ়া প্রধান বা বৰ মূৰীয়া মানুহ a village elder.

গাঁজ সক. ধা. ঠাহ খুৱা, হেঁচি সুমা to thrust. বিণ. ঠাহ খোৱা crowded. ক্রি. বিণ. গাঁজি গাঁজি, ঠাহি ঠাহি।

গাঁজা বি. ভাং gunja. বিণ. গাঁজৰু ভঙুৱা।

গাঁঠৰি বি. কাপোৰৰ টোপোলা a bundle of clothes.

গাঁঠলু বি. গাঁঠিৰ দৰে টান, চুটি আৰু শকত মানুহ short, thick-set and stout.

গাঁঠি বি. জৰীৰে দিয়া বান্ধ a tie, a knot, কাপোৰৰ আগত বন্ধা বস্তুৰ টোপোলা a bundle tied in a cloth, বেগতে নিষ্পত্তি কৰিব নোৱৰা বিষয় a knotty problem, শৰীৰৰ অঙ্গৰ জোৰা a joint in the limb of a body, বাঁহ আদিৰ পাবৰ জোৰা a joint in the stem of a plant.

গাঁঠি-কটা বি. গাৰ কাপোৰৰ গাঁঠি মেলি বস্তু চুৰ কৰা মানুহ, চোলাৰ মোনাৰ পৰা ধন চুৰি কৰা মানুহ a pick-pocket.

গাঁঠি-খোৱা বি. চৰচৰণি খোৱা sudden interruption in breathing caused by food or drink getting into the windpipe in swallowing.

গাঁঠিয়ন্ বি. বহুত গাঁঠিযুক্ত এবিধ সুগন্ধি শিপা a fragrant root. গাঁঠিয়ন-খুন্দা বিয়াৰ আগদিনা ৰাতি

দৰা কন্যাৰ আগত গাঁঠিয়ন খুন্দা কাৰ্য্য, সেইদিনা কিছুমান মাইকীয়ে গাঁঠিয়ন খুন্দে আৰু তাৰে দৰা-কন্যা আৰু মাইকী সকলোৱে ফোট লয়।

গাঁড়, গাঁৰ বি. ডাঙৰ খহু, ফোঁহোৰা boil, a tumour.

গাঁড়ু, গাঁৰু বি শোওতে মূৰ থোৱা তুলা আদিৰে কৰা বস্তু a pillow, a bolster.

গাঁত বি. দ খাল, মাটি গুচাই দ কৰা ঠাই a hole in the earth, a pit.

গাঁতি-শলা বি. গাঁতিৰ পৰিবৰ্ত্তে পিন্ধা কাপোৰত মৰা এবিধ সোণ, পিতল আদি ধাতুৰ শলা a safety-pin.

গাঁথ সক ধা.মণি, ফুল বা সেই নিচিনা বস্তু শাৰী পাতি জৰীৰে একে লগে বান্ধ বা সি to arrange and string or sew together as flowers etc. কঁৰাল লগাই ইটা, শিল আদি জোৰা দে to cement together as bricks. কৃদ. বিণ. গঁথিত। বি. গাঁথন, গাঁথনি।

গাঁৰ 'গাঁড়' চোৱঁা।

গাঁৰি বি. মূৰ নথকা গা, মূৰ নাইকিয়া দেহ a headless trunk.

গাঁৰি বি. কাপোৰৰ মাজত বা মূৰত ডাঙৰ বা ঢৰীয়া সূতাৰে তোলা ৰেখ thick stripes of coarser threads woven in a cloth at intervals.

গাঁৰিশলি বি. খুৰলি a clock of stone of timber with a hole in the centre used for cleaning grain with a footpestle or dhenki.

গাৱঁলীয়া বিণ. গাৱঁত থকা a villager, গাৱঁৰ মানুহৰ নিচিনা rural, rustic.

গাইৰা বিণ. এলেহুৱা lazy.

গাউবি বি. জেউৰ whim of a child.

গাখীৰ বি. দুগ্ধ milk. বিণ. গাখীৰতী খীৰতী, যাইকৈ অধিক গাখীৰ দিয়া milch, giving plenty of milk. গাখীৰতে ম'হৰ খুন্টি সুখৰ উপৰি সুখ overflowing happiness.

গা-গছ বি. গছৰ ডাল পাত নথকা অংশ the trunk of the tree.

গা-গধুৰ বিণ. গধুৰ গা যুক্ত, এলেহুৱা heavy-body, lazy.

গাগৰি বি. আশ্ৰয়, সহায় refuge, protector, বৰ কথা boasting. গাগৰি দে. গাগৰি মাৰ সহায় বা আশ্ৰয় পাই সাহ দেখা বা ভাবি দে to show courage having a place of security or a protector.

গাগৰী বি. এবিধ ডাঙৰ পানীৰ কলহ a kind of water jar.

গাগল বি. আৰি মাছৰ নিচিনা,

তাতকৈ সৰু এবিধ মাছ a kind of fish.

গাগিনী বি. মূৰৰ ফাললৈ চিঞা, গা ডাঙৰ আৰু দীঘল পেট আৰু ঠেঙেৰে এবিধ পতঙ্গ the mantis. গাগিনী-পেটা গাগিনী ফৰিঙৰ দৰে ডাঙৰ দীঘলীয়া পেট থকা long bellied

গা-গুটিয়া বিণ. অকল শৰীয়া, কাৰো লগ নোলোৱা alone, solitary.

গাঙঠি বি. গাৰ কোনো ঠাইত ব্যাধি বা বিষ হলে, তাৰ লগে লগে তাৰ ওচৰৰ জোৰা বা গাঁঠিত হোৱা টেমুনা a sympathetic glandular swelling.

গাঙ্গেয় বি. গঙ্গাৰ পুতেক, ভীষ্ম Bhisma.

গা-চোৱা বি. গা আৰু সাজপাৰ পিন্ধাত আল পৈচান ধৰা a personal attendant specially in matters of dress and toilet.

গাজ্ বি. নকৈ ওলাবলৈ বা গজিবলৈ ধৰা গছ বা পোখা a shoot, a sprout, মনৰ ভাব,গোপনে ৰাখিবৰ ইচ্ছা কৰা কথা an unexpressed thought, what one wishes to keep secret.

গাজ্ বি. এবিধ বিলাতী পাটৰ পাতল কাপোৰ gauze, a kind of fine silk.

গাজ্ বি. সোণাৰীৰ সোণ, ৰূপ আদি কটা অস্ত্র বিশেষ an instrument used by a goldsmith for cutting gold, silver etc.

গাজ্ অক. ধা. ডাঙৰ শব্দ কৰ to make a loud noise, to thunder. গাজনি মেঘৰ শব্দ, উচ্চ শব্দ thunder, গাজনি-গোমৰণি ঘনে ঘনে হোৱা ডাঙৰ শব্দ।

গাজৰ বি. এবিধ মূলা, ৰঙা মূলা a carrot.

গাজি গুজা বি. মানুহৰ অব্যক্ত শব্দ low and indistinct muttering.

গাজী বিণ. গাজ ওলোৱা having a sprout. বি. গাজ ওলোৱা মাহ sprouted pulse.

গা-ডাঙৰ গা শকত, ডাঙৰ গা থকা fat, stout.

গাড়ী বি. সকলো ৰকমৰ চকৰি লগোৱা বাহন a wheeled carriage of any kind. গাড়ীয়ালা বিণ. গাড়োৱান।

গাড়োৱান বি. গাড়ী চলোৱা মানুহ a cartman.

গাঢ় বিণ. ডাঠ thick.

গাণপত্য বিণ. গণেশৰ উপাসক a votary of Ganesh.

গাণ্ডি (পু. অ.) বি. গাঁৰি, মূৰ নথকা গা a headless trunk.

গাণ্ডিৱ, গাণ্ডীৱ বি. বৰুণ দেৱতাৰ পৰা পোৱা অৰ্জ্জুনৰ ধেনু the bow of Arjuna.

**গাত গোসাঁই নাই** বিতত, বিচেষ্টা to be at a loss.

**গাত দি** বদনাম কৰ to accuse. **গাত লেঠা** সগৰ্ভা অৱস্থা pregnancy. **গাত ল** নৈ ল, স্বীকাৰ কৰ to admit, to confess, কোনো কাম কৰিবলৈ অঙ্গীকাৰ কৰ to promise to do a thing.

**গাত্তি** বি. দাঁতি, ফাল।

**গাথা** বি. কবিতা, গীত verse, poetry.

**গাদি** বি. দা বা কটাৰীৰ পিঠি বা ধাৰৰ বিপৰীত ফাল the back of a knife, হাতৰ তলুৱাৰ বা আন চেপেটা বস্তুৰ দাঁতি the lower edge of the palm of the hand or the edge of any flat thing, গাদিৰে কৰা আঘাত a blow with the hand.

**গাদি গুদা** বি. কাটি-ছিডি পেলোৱা কাঠ, বাঁহৰ সৰু সৰু খণ্ড fragments of wood, bamboo etc.

**গাদী** বি. মান্য মানুহৰ আসন, হাতীৰ পিঠিত পৰা আসন a seat of honour, a dais, a wadded pad placed on the back of an elephant.

**গাধ** বি. ঘোঁৰাৰ নিচিনা এবিধ জন্তু, গৰ্দ্দভ an ass. স্ত্ৰী. **গাধী**।

**গা ধন** বি. মানুহৰ গা মূৰি লগোৱা ৰাজহ, ছোৱালীৰ নিমিত্তে তেওঁৰ বাপেক মাক বা গৰাকীক দিয়া ধন a poll tax, money paid to the guardian of a girl sought in a marriage.

**গা ধুব লাগ** ফুৰা হ, শৌচ কৰিব লাগ to feel a call of nature. **গাধুৱা** হাগনি diarrhoea.

**গাধৈ** বি. থেঁতেলাই বহল কৰা বাঁহ, নল আদি, ইয়াৰে চাং বেৰ আদি কৰা হয় bamboo or reed crushed and widened

**গান** বি. গীত, নাম a song. বিণ. **গানুৱা** গায়ক। **গা নৰিয়া** বিণ. গৰ্ভৱতী pregnant.

**গান্ধ্‌ কচু** বি. এবিধ সুগন্ধি কচু a kind of arum.

**গান্ধ্‌ বিৰিণা** বি. এবিধ সুগন্ধি ঘাঁহ।

**গান্ধৰ্ব্ব** বিণ গন্ধৰ্ব্বৰ নিচিনা relating to the Gandharbas. **গান্ধৰ্ব্ব-বিবাহ** মতা তিৰোতাৰ ভিতৰত প্ৰীতি হোৱাত পৰস্পৰে ভাৰ্য্যা স্বামী বুলি বৰণ কৰা বিয়া। **গান্ধৰ্ব্ব বিদ্যা** গান কৰা বিদ্যা the science of music.

**গান্ধাৰ** বি. ছয় ৰাগৰ এক ৰাগ one of the six primary modes of music.

**গান্ধী** বি. এবিধ দুৰ্গন্ধি উৰি ফুৰা পোক the flying bug.

**গাপ** বি. জেকা বস্তুৰ গাৰ পৰা ওলোৱা অলপীয়া তাপ heat emit-

ted from damp substances, তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচা খাই থকাত উঠা তাপ heat generated from the fermentation of damp substance. গাপ উঠ গাপ উৎপন্ন হ। গাপ-দে গাপ উঠিবৰ কাৰণে চলি থকা বতাহ নলগাকৈ ঢাকি থ। গাপ-লাগ তিতা বস্তু বতাহ নোপোৱাকৈ হেঁচা খাই থকাত তাপ উৎপন্ন হ।

গা-পাতল বিণ. গা সৰু lean, চিন্তা বা ৰোগহীন relieved of anxiety or disease.

গাফিলী বি. আওহেলা, অমনোযোগ carelessness, neglect of duty.

গাফিলি আওহেলা কৰা কাৰ্য্য বা গুণ।

গাব বি. কাপোৰ বা জালত লগোৱা কোনো কোনো বস্তু সিজাই কৰা ৰসৰ ৰোল a dye, দাগ, চিন mark, stain.

গা বন্দী, গা বন্ধ বিণ. গৰ্ভৱতী pregnant.

গাভৰু বিণ. পূৰ্ণ বা যুবা অৱস্থা পোৱা, যুৱতী grown up, a grown up girl.

গাভৰুণ, গাভিনী বিণ. গৰ্ভৱতী, সগৰ্ভা pregnant.

গাভাৰ বি. পিঠাৰ ভিতৰত দিয়া তিল, গুৰ আদি বস্তু relishing things put inside a cake.

গাভী বিণ. চহকী, ভৰপূৰ well-to-do, rich, গহীন grave.

গাম্ বি. কোনো কোনো পৰ্ব্বতীয়া জাতিৰ গাওঁবুঢ়া বা গাওঁৰ প্ৰধান লোকৰ উপাধি title applied to a headman among certain hill-tribe.

গাম বি. ঘোঁৰাৰ দুখুজীয়া খোজ, কদম the trotting pace of a horse.

গাম্ বি. গাৰ চালৰ ওপৰত দমলা দি উঠা এবিধ ৰোগ a kind of skin disease, eczema.

গাম্ খাৰু বি. মতা মানুহে পিন্ধা খাৰু a kind of bracelet worn by men.

গামলা বি. ডাঙৰ বাটিৰ নিচিনা পাত্ৰ a big pot.

গা-মাটি বি. আহোম ৰজাৰ দিনত পাইক বিলাকৰ খাটনিৰ বেচ স্বৰূপে দিয়া ৰোৱতী মাটি, পাইকে তাক বেচাকিনা কৰিব নোৱাৰিছিল land allotted to serfs by Ahom Kings in return for service.

গামাৰি বি. এবিধ ভাল কাঠৰ গছ a kind of tree.

গামী বিণ. যি গমন কৰে, গমনশীল (অইন শব্দৰ লগত ব্যৱহাৰ হয় যেনে—দ্ৰুতগামী, অগ্ৰগামী) one who is going, gone.

গা-মুৰি বি. এজামুৰি act of

stretching the limbs, গা-ক্রি. বিণ. গাইপতি, প্ৰতিজনক।

**গামোচা** বি. গাৰ পানী মোচা সৰু কাপোৰ a towel, a napkin, সৰু পিন্ধা কাপোৰ a small waist cloth.

**গাম্ভীর্য্য** বি. ধৈৰ্য্য, গম্ভীৰ স্বভাৱ graveness of character.

**গায়ক, গায়ন** বি. গান বাজনা কৰা মানুহ a singer.

**গায়ত্ৰী** বি ঋক্ বেদৰ ত্ৰিপাদ মন্ত্ৰ 'তৎ সবিতুৰ্বৰেণ্যং ভৰ্গো দেবস্য ধীমহি। ধিয়ো যো নঃ প্ৰচোদয়াৎ' a sacred verse from The Rig Veda "Let us meditate on the excellent glory of the Divine vivifier; may he illumine our understanding" গায়ত্ৰী ছন্দ বেদৰ এটা ছন্দৰ নাম a vedic metre.

**গায়ে গায়ে** ক্রি. বিণ. গাইপতি each one.

**গায়েব** ( আ গায়িব ) বিণ. গুপ্ত, অদৃশ্য secret, kept hidden.

**গাৰা** বি. দ গাঁত a deep hole in the earth.

**গাৰি** (পু. অ.) বি. গালি a rebuke.

**গাৰি, গাড়ি** বি. 'টোপোঠা' চোৱা।

**গাৰি-গুৰাব** বি. পেট-পেলাই শুই থকা মানুহ, এলেহুৱা মানুহ an inactive man.

**গাৰো** বি. আসামৰ এজাতি পৰ্ব্বতীয়া মানুহ a hill tribe of Assam. **গাৰো-খোৰা** বি. গাৰো জাতিৰ এবিধ কঁাহৰ পাত্ৰ।

**গার্ড** বি ৰেল গাড়ী চলোৱাত নিৰ্দ্দেশ দিয়া বিষয়া a guard, পালী-পহৰী a watch man.

**গাৰ্হ-পত্য** বি আগৰ কালত ব্ৰাহ্মণৰ নিত্য হোম আদি কৰিবলৈ সদায় জলাই ৰখা জুই perpetual household fire preserved in ancient times for sacrificial purposes.

**গাৰ্হস্থ্য** বি গৃহস্থৰ ধৰ্ম্ম বা আশ্ৰম। বিণ. গৃহস্থ সম্বন্ধীয়।

**গাল** বি. চকুৰ-তলৰ পৰা থেঁতোৰাৰ দাঁতিলৈকে সকলো ভাগ the cheek, এবাৰ মুখত ভৰোৱা বস্তুৰ জোখ a mouthful, সমূহ বুজাবলৈ বিশেষ্য শব্দৰ পাছত ব্যৱহাৰ কৰা শব্দ a word used after a noun to denote a quantity. সক. ধা. গাল মাৰ।

**গালি** বি বেয়া কথা, দুৰ্ব্বাক্য abusive speech. **গালি-শপনি** গালি বা নিন্দা আৰু শাও abusing and cursing. **গালাগালি** বি. কটুবাক্য প্ৰয়োগ, অশ্লীল কথা।

**গালিচা** বি. 'দলিচা' চোৱা।

**গাৱ** বি. গা, শৰীৰ the body.

**গাৰত** ( পু. অ.) সক. ধা. কীৰ্ত্তন কৰ

**গাৰতৰি** সক. ধা. গীত গায় to sing.

**গাৰাল** বিণ. গা ডাঙৰ, মোটা fat stout.

**গাৰে গাৰে** ( পু. অ. ) ক্রি. বিণ. প্রতি জনে each one.

**গা-সৰু** বিণ. খীন, লাহী slender-bodied, thin.

**গাহৰি** বি. শূকৰ, বৰা a boar or sow.

**গাহৰি-পাট** বি. কুঁহিয়াৰ শালৰ এক অঙ্গ a part of a wooden sugar-cane mill.

**গাহিলা** বিণ. মানুহ আৰু সম্পত্তিৰে ধনী rich with men and property, ভালকৈ লগা ( জুই ) burning well.

**গাহিলা-কৰ** পলম কৰ, আওহেলা কৰ to be delatory, to be neglectful.

**গিজ্ গিজ্** বিণ. ঠাহ খোৱা crowded. বি. **গিজগিজনি** অজীর্ণ বা অধিক আহাৰৰ পৰা হোৱা পেটৰ খোচনি, ঠিহ-ঠিহনি a pain in the stomach due to indigestion or over-eating. অক. ধা. **গিজগিজা**।

**গিজ গিজাই উঠ** অনেকে একেলগে খং বা অসন্তোষ প্রকাশ কৰ to express anger in a body.

**গিজিৰা** বিণ. কিটিৰা, বাঢ়িব নোৱৰা ( গছৰ পুলি ) stunted in growth.

**গিড়্** (পু. অ.) বি. খোজ কাঢ়োঁতে মাটিত কৰা আঘাত stamp of the feet.

**গিদ, গিদা** বি. গুহ্যদ্বাৰ, বহিৰ্দ্বাৰ the anus, গাৰ তল বা শেষ ভাগ the end of the body, তিৰোতাৰ ঘাই গুপ্ত অঙ্গ the female generative organ.

**গিয়াতি** বি. জ্ঞাতি kinsman.

**গিয়ান** বি. (জ্ঞান শব্দৰ কোমল ৰূপ) knowledge.

**গিৰা** বি. এগজৰ ষোল ভাগৰ এভাগ $\frac{1}{16}$th of one yard.

**গিৰি** বি. পৰ্ব্বত a mountain.

**গিৰিকৰ্ণিকা** বি. এবিধ বগা ফুল a kind of white flower.

**গিৰিং** বি. কোনো বস্তু পৰিলে হোৱা উচ্চ শব্দ an imitative word used to express a sharp sound, হিলৈৰ শব্দ the loud report of a canon.

**গিৰিজা** বি. পাৰ্ব্বতী, দুর্গা a name of Durga.

**গিৰিপ্** বি. অনেক মানুহে একেলগে ভৰি পেলোৱাৰ শব্দ an imitative word used to express the sound produced by the stamping of the feet of many persons. ক্রি. বিণ. **গিৰিপ্ কৰে**।

**গিৰিশ** বি. শিৱ a name of Shiva.

**গিৰিশৃঙ্গ** বি. পৰ্ব্বতৰ টিং a mountain peak.

**গিৰিসঙ্কট** বি. পৰ্ব্বত মধ্যস্থ সংকীৰ্ণ পথ a pass.

**গিৰিস্** বি. কোনো বস্তু পৰিলে হোৱা শব্দ an imitative sound used to express that of something falling. **গিৰিসাই, গিৰিস কৰে** তৎক্ষণাৎ, বেগাই quickly, suddenly.

**গিৰিহঁত** বি. অধিকাৰী, গৰাকী a master, an owner, স্বামী husband. স্ত্ৰী. **গিৰিহঁতনী**।

**গিৰী** বি. গিৰিহঁত, গৰাকী a householder, লোক, ব্যক্তি a person, অধিকাৰ owner, গৃহস্থালি a household.

**গিৰীন্দ্ৰ** বি. পৰ্ব্বতশ্ৰেষ্ঠ, হিমালয়।

**গিৰীশ** বি. পৰ্ব্বতৰ ভিতৰত শ্ৰেষ্ঠ, হিমালয় পৰ্ব্বত the highest mountain, Himalayas, শিৱ।

**গিৰ্গিৰ** ( অনু. শব্দ. ) মেঘৰ গাজনিৰ নিচিনা উচ্চ শব্দ an imitative sound used to express that of thunder. **গিৰ্গিৰণি** মেঘৰ গাজনিৰ নিচিনা শব্দ, গাজনি, পেটৰ শব্দ। অক. ধা. **গিৰ্গিৰা**। ক্ৰি. বিণ. **গিৰ গিৰ কৰে**।

**গিৰগিৰীয়া** বিণ. গোটাগোট, এটা এটা হৈ থকা not adhering to each other.

**গিৰ্জনি** বি. বহুত মানুহে একেলগে ডাঙৰকৈ হঁহা বা হাই কৰাৰ শব্দ the sound of loud laughing or noise made by many people. ক্ৰি. **গিৰ্জনি মাৰ**।

**গিৰ্জা** বি. খ্ৰীষ্টীয়ান লোকৰ নাম-ঘৰ বা ঈশ্বৰ আৰাধনা কৰা ঘৰ a christian church.

**গিৰ্মিট** বি. পাক ভোঁহৰ **a gimlet.**

**গিৰ্মিট** বি. সম্মতি, কোনো কাম কৰিবলৈ কৰা প্ৰতিজ্ঞা an agreement. বিণ. **গিৰ্মিটীয়া**।

**গিল্** সক. ধা. ভক্ষণ কৰ, মুখেদি পেটলৈ নি to swallow. কৃদ. বিণ. গিলিত ভক্ষিত। **গিলিধৰ** একেবাৰে ঢাকি ধৰ to cover up.

**গিল্টি** বি. সোণ বা ৰূপৰ পাতল লেপ gilt.

**গিলাচ** বি. পানীখোৱা পাত্ৰ a glass.

**গিলিপ** বি. আচ্ছাদন, ঢাকনী a case or cover of cloths or skin. **গিলিপ মাৰ** অক. ধা. তেনেই ঢাকি ধৰ to cover up entirely.

**গীত** বি. গান, সুৰ লগাই গোৱা নাম বা পদ্য a song, a hymn.

**গীত-গোবিন্দ** বি. জয়দেৱ কবিয়ে সুললিত পদ্যত ৰচনা কৰা কৃষ্ণলীলা-মূলক সংস্কৃত কাব্য এ poem composed by Joydeva.

**গীতা** বি. ভগবদ্গীতা the Gita.

**গীতায়ন** বি. গীত সাধনা অৰ্থাৎ যাৰ দ্বাৰা গীতৰ বিস্তাৰ হয়।

**গীতি, গীতিকা** বি. সঙ্গীত song.

**গীৰ্ণ** বিণ. ভক্ষিত, বৰ্ণিত eaten, narrated.

**গুঁই** বি. জেঠী জাতিৰ এবিধ জন্তু an iguana.

**গুঁফ্লি** বি. ঘোঁৰাৰ গলধনৰ নোম a horse's mane.

**গুঁফীয়া** বিণ. গোঁফ থকা, গোঁফাল mustachioed, moustached.

**গুগ্গুল** বি. এবিধ সুগন্ধি এঠা a kind of fragrant gum.

**গুচ্** অক.ধা. আঁতৰ হ, দূৰ হ to be-off, নাইকিয়া হ to disappear, নষ্ট হ to be spoiled, মৃত্যু হ to die. কৃদ. বি. **গুচন**।

**গুচৰীয়া** বি. গোচৰ কৰা, বিচাৰৰ প্ৰাৰ্থনা কৰা bringing a claim or charge before a court. বি. গোচৰ কৰা মানুহ a complainant. স্ত্ৰী. **গুচৰিয়ানী**।

**গুচা** সক. ধা. আঁতৰ কৰ, নাইকিয়া কৰ to remove, to cause to disappear, নষ্ট কৰ, বেয়া কৰ to spoil, to kill. কৃদ. বি. **গুচাওঁতা**। স্ত্ৰী. **গুচাঁতী**।

**গুছি** বি. কুৰি খিলা পানৰ আটি a bundle of twenty betel leaves. সক. ধা. **গুছিয়া**।

**গুজ্গুজীয়া** বিণ. অনেক abundant.

**গুজব** বি. জনৰব rumour.

**গুজৰৎ** বি মাৰফৎ, যাৰ পৰা পোৱা হয় বা যাক দিয়া হয় per, through.

**গুজ্ৰাণ্** বি. জীৱিকা, ভাত-কাপোৰ livelihood.

**গুজুৰ্** ( অনু.শব্দ. ) সৰুকৈ বা মুখৰ ভিতৰতে কোৱা কথাৰ নিচিনা শব্দ muttering noise. ক্রি. বিণ. **গুজুৰ্ কৰে, গুজুৰ্কৈ, গুজুৰীয়া** বিণ. সৰুকৈ মুখৰ ভিতৰতে কোৱা spoken in a low tone of voice.

সক. ধা. গুণ গুণ শব্দ কৰ to buz, to hum. কৃদ. বি. **গুঞ্জৰণ**। কৃদ. বিণ **গুঞ্জৰিত**।

**গুঞ্জা** বি. লাতুৰ মণি, কাঁচমনি a kind of creeper and its berry.

**গুটি** বি. সৰু ঘূৰণীয়া বস্তু a small ball, বীজ, ফল a seed or fruit, কোনো কামৰ ফল the fruit of one's labour, অণ্ডকোষ testicle, বৰ আই, বসন্ত ৰোগ the small-pox, সৰু বা মৰমলগা বস্তু বুজাবলৈ বিশেষ্য শব্দৰ পাছত গোট শব্দৰ সলনি ব্যৱহাৰ কৰা শব্দ a particle used to denote a lovely small thing.

**গুটি-ধান** বি. খেৰ-গুচোৱা ধান thrashed paddy. **গুটি-ভঁৰাল** গুটি ধানৰ ভঁৰাল a granary.

**গুটি-মালী** এবিধ বগা সুগন্ধি ফুল a kind of flower. **গুটি-শস্য** খেতিৰ পৰা উৎপন্ন সৰু সৰু গুটি grain. **গুটি-সাঁচ** বৰ আই বা বসন্তৰ ঘাৰ চিন a small-pox mark.

**গুটিয়া** সক. ধা. বাটলু গুটিৰে আঘাত কৰ, মুঠি মুঠি বা গোট গোট কৰি বান্ধ to shoot with a pellet and bow, to tie into bundles.

**গুটীয়া** বিণ. ভিতৰত বহুত গুটি থকা full of stones, গুটিৰ নিচিনা like a seed, অকলশৰীয়া, এটীয়া single, solitary. ক্রি. বিণ. **গুটীয়াকৈ**।

**গুড়** বি. পগাই ঘন কৰা কুহিয়াৰৰ ৰস raw and unrefined sugar.

**গুড়গুড়ী** বি. দীঘল নলা লগোৱা এবিধ ধোঁৱা খোৱা a kind of hooka.

**গুড়গুড়ীয়া** বি. বাপেক মৰাৰ পাছত মাকে আন পতি বৰণ কৰি লগত লৈ যোৱা সন্তান a fatherless child brought up in the house of its mother's subsequent husband.

**গুড়া, গুড়ি** বি. চূর্ণ, খুন্দি মিহি কৰা বস্তু powder, minute particle of any substance.

**গুড়াকেশ** বি. যি নিদ্রাক জয় কৰিছে, অর্জ্জুন।

**গুড়ি কৰাই** বি. ভজা চাউল খুন্দি কৰা মিহি গুড়ি a kind of flour of parched rice.

**গুড়ি চালনী** বি. চূর্ণ কৰা বস্তুৰ মিহি ভাগৰ পৰা মোটা ভাগ পৃথক্ কৰা সঁজুলি a fine sieve.

**গুড়ি পৰুৱা** বি. এবিধ গুড়িৰ নিচিনা সৰু পিপৰা a kind of very small ant.

**গুড়ঁচী** বি. গুলঞ্চ-লতা, শগুণী লতা, আমৈ লতা a kind of creeper.

**গুণ** বি. স্বভাৱ বা ধর্ম্ম quality property, যশস্যা fame, উপকাৰ benefit conferred, বিদ্যা, জ্ঞান accomplishment, সত্ত্ব, ৰজ, তম এই তিনি গুণৰ এটা one of the three properties of matter, লোকৰ ভাল বা বেয়া কৰা মন্ত্র any charm or incantation, জৰী rope, অংশ, ভাগ part মনৰ বিশেষ শক্তি mental power, কাৰণ reason, ধেনুৰ জোৰ a bow string, পূৰণ multiplication. সক. ধা. বিবেচনা কৰ, চিন্তা কৰ ponder, to think.

**গুণক** বি. যি অঙ্কেৰে আন এটা অঙ্ক পূৰণ কৰা হয় a multiplier.

**গুণকৰ** বিণ. উপকাৰ কৰা, শুভফল দিয়া beneficial, efficacious.

**গুণকাৰক, গুণকাৰী** বিণ. গুণকৰ। স্ত্রী. গুণকাৰিণী।

**গুণকীর্ত্তন** বি. গুণগান, গুণৰ প্রশংসা praise of qualities.

**গুণ্গুণ্** (অনু.শব্দ.) ভোমোৰাৰ মাতৰ

নিচিনা শব্দ an imitative word used to express a sound like that of humming of a humble bee.বি. গুণগুণনি। অক. ধা. গুণগুণা ভোমোৰাৰ দৰে শব্দ কৰা to hum, মুখৰ ভিতৰতে সৰু সৰু কৈ কথা ক বা সৰু স্বৰেৰে গীত গা to talk or to sing in a low voice.

**গুণগ্ৰহণ** বি. গুণী মানুহৰ গুণ স্বীকাৰ কৰা আৰু তাৰ কাৰণে তেওঁক মান্য কৰা কাৰ্য্য appreciation of one's merit.

**গুণগ্ৰাম** বি. গুণবিলাক variety of good qualities.

**গুণগ্ৰাহক, গুণগ্ৰাহী** বিণ. কাৰো সদগুণ স্বীকাৰ আৰু আদৰ কৰা লোক one who appreciates and honours the good qualities of others. বি. গুণ-গ্ৰাহিতা সদ্গুণ স্বীকাৰ কৰা স্বভাব, গুণমুগ্ধতা।

**গুণজ্ঞ** বিণ. সদ্গুণ বা জ্ঞান বিদ্যাৰ মোল জনা appreciating knowledge, virtue or good qualities in another. বি. গুণজ্ঞতা।

**গুণদায়ক** বিণ. গুণ বা শুভফল দিয়া efficacious.

**গুণধৰ** বিণ. গুণশালী ( ব্যঙ্গ অৰ্থত ) গুণহীন, বেয়া কামত ৰত।

**গুণনিধি** বি. বহু গুণৰ আধাৰ।

**গুণন** বি. চিন্তন, চিন্তা কৰণ the act of thinking or reflecting. গুণনি বি. চিন্তা, ভাবনা anxiety, solicitude.

**গুণনীয়** বিণ. যাক পূৰণ কৰিব লাগে tobe multiplied, multiplicant. গুণনীয়ক বি. যি ৰাশিয়ে আন এটা ৰাশিক বাকী নথকাকৈ ভাগ কৰে, যি ৰাশিয়ে আন এটা ৰাশিক পূৰণ কৰি গুণফল উৎপন্ন কৰে a factor.

**গুণবাচক** বিণ. গুণ প্ৰকাশ কৰা signifying a quality.

**গুণমণি** বি. পৰম গুণৱন্ত পুৰুষ a man of many excellent virtues. বিণ. গুণময় বহুত সদ্গুণ থকা, সৰ্ব্ব গুণযুক্ত possessed of excellent qualities. স্ত্ৰী. গুণময়ী।

**গুণমালা** বি. কৃষ্ণৰ সমস্ত লীলা সংক্ষেপে বৰ্ণনা কৰি শঙ্কৰদেৱে লিখা এখন পুথিৰ নাম।

**গুণলুব্ধ** বিণ. নিজৰ গুণ শুনি মুগ্ধ হোৱা charmed with one's own virtues.

**গুণৱন্ত, গুণৱান** বি. ভাল গুণ থকা পুৰুষ a man of merit. বিণ. ভাল গুণ থকা possessing merits. স্ত্ৰী. গুণৱতী গুণশালিনী।

**গুণশালী** বিণ. গুণযুক্ত, গুণী a man of merit. স্ত্ৰী. গুণশালিনী।

**গুণশূন্য** বিণ. গুণহীন, নিৰ্গুণ having no merit.

**গুণসিন্ধু, গুণসাগৰ** বি. অপাৰ জ্ঞান-বিদ্যাযুক্ত লোক a highly virtuous and accomplished person.

**গুণহীন** বিণ. ভাল গুণ নথকা, জ্ঞান বিদ্যা নথকা devoid of merit or good qualities.

**গুণা** বি. ধাতুৰ জৰী a wire, সোণ, ৰূপ আদি ধাতুৰ সূতা a gold or silver thread, বাদ্য যন্ত্ৰৰ জৰী বা তাঁৰ a string of a musical instrument.

**গুণা কটা, গুণাপৰা** বিণ. আঁচলত গুণাৰ ফুল থকা gold or silver bordered.

**গুণাকটীয়া** বি. সোণৰ বা ৰূপৰ গুণা কৰোঁতা a maker of gold or silver thread.

**গুণাকৰ** বি. গুণৰ আধাৰ, গুণবান লোক a possessor of good virtues and qualities.

**গুণা-গাঁথা** বি. চিন্তা কৰা কাৰ্য্য act of arranging the thoughts.

**গুণাগুণ** বি. ভাল গুণ আৰু বেয়া গুণ, ভাল বেয়া merit and demerit.

**গুণাঢ্য** বিণ. বহুগুণশালী a man of many virtues.

**গুণাতীত** বি. উদাসীন, নিলিপ্ত, নিগু´ণ devoid of any virtue ( good or bad ).

**গুণানুকৰণ** বি. সদৃশ গুণলাভৰ প্ৰয়াস attempt of having same qualities.

**গুণানুবাদ, গুণানুকীৰ্ত্তন** বি. গুণ-কীৰ্ত্তন praise of one's good qualities.

**গুণান্বিত** বিণ. গুণ যুক্ত virtuous.

**গুণিত** কৃদ. বিণ. অন্য ৰাশিৰে পূৰণ কৰা multiplied.

**গুণিতক** বি. যি ৰাশিক অন্য নিৰ্দ্দিষ্ট ৰাশিৰে ভাগ কৰিলে ভাগশেষ নাথাকে multiple.

**গুণিন্** বি. গায়নৰ দল a party of singers.

**গুণিয়া** সক. ধা. গুণ পকা বা বাট to make strands for rope.

**গুণী** বি. বিদ্যা বুদ্ধি থকা মানুহ, গুণৱন্ত লোক a man of merits.

**গুণীয়া** বি. স্কেল মতে মেপ তৈয়াৰ কৰোঁতে শিকলিৰ ৰেখাৰ পৰা লম্বৰ জোখ লোৱা এচটা কাঠ বা হাতী দাঁতৰ সঁজুলি an off-set slip.

**গুণে** ক্ৰি. বিণ. কাৰণে owing to.

**গুণোৎকৰ্ষ** বি. গুণাধিক্য।

**গুণ্ঠন** বি. আবৰণ, বেষ্টন, ওৰণি covering.

**গুণ্ঠিত** বিণ. বেষ্টিত covered.

**গুণ্ডা** বি. দুৰন্ত স্বভাৱৰ সাহসী মানুহ a ruffian, উগ্ৰ স্বভাৱৰ বনৰীয়া হাতী a rouge elephant. **গুণ্ডামী** দুষ্ট মানুহৰ কাৰ্য্য doings of a ruffian.

**গুণ্য** বিণ. গুণনীয় that which is multiplied, বিশিষ্ট গুণশালী having good qualities.

**গুদ্গুদা** অক. ধা. মনত উদয় হ, মনত খুন্দিয়া to strike or to be conceived in the mind.

**গুদা** বিণ. খণ্ড খণ্ড হোৱা broken to pieces, reduced to powder, কাঠৰ চলি বা ক্ষুদ্র ক্ষুদ্র টুকুৰা, কুটা fragments of wood etc. অক. ধা. গুদা উঠি ভাগি ডোখৰ ডোখৰ হ, গুড়ি হ। গুদাগুদ খণ্ড খণ্ড হোৱা।

**গুদাম** বি. বস্তু গোটাই ৰখা ঘৰ, বস্তু থোৱা ভৰাল godown, a storehouse.

**গুদাম** বি. চোলা আদিত মৰা বুটাম button.

**গুধায়া** বিণ. গোধা, ভৰিত গোধ থকা affected with elephantiasis, গুপ্ত পাপ বা দোষ থকা stained with a secret vice or sin.

**গুনঠি** বি. খান্দিত সুমোৱা জৰীৰ বা লেজুৰ মূৰৰ গোটা গাঁঠি a round knot at the end of a rope for passing it through a loop, চোলা আদিৰ খান্দিত সুমোৱাবলৈ কৰা কাপোৰৰ গুটিৰ নিচিনা বস্তু a round button attached to a native tunic for fastening it.

**গুপ গুপ্** (অনু. শব্দ.) বি. গুম্ গুম্, দুপ্ দুপ্, কোনো বস্তু ওপৰৰ পৰা পৰোঁতে হোৱাৰ নিচিনা শব্দ, বৰকৈ জ্বলা জুইৰ পৰা উঠা শব্দ, লৰি যোৱা মানুহৰ ভৰিৰ শব্দৰ নিচিনা শব্দ an imitative sound used to express that of something falling in quick succession, of a blazing fire or of someone running quickly. বি. গুপগুপনি। অক. ধা. গুপগুপা।

**গুপগুপীয়া** বিণ. গুপ গুপ শব্দ কৰা, ঘনে ঘনে পৰাৰ শব্দ কৰা, প্রবল pattering, very heavy.

**গুপ্ত** বিণ লুকোৱা, ঢাকি থোৱা, লোকে নেদেখা বা নজনাকৈ ৰখা private, concealed. **গুপ্তচৰ** বি. চোৰাংচোৱা a spy. **গুপ্তবেশ** বিণ. নিজৰ বেশ এৰি নকৈ লোৱা আন আকৃতি বা বেশ disguise. বিণ. গুপ্তবেশী। ক্রি. বিণ. গুপ্তবেশে।

**গুবৰুৱা** বিণ. গোবৰত উৎপন্ন produced in cowdung. বি. গোবৰ আৰু বিষ্ঠাত মাটি তোলা এবিধ পোক a kind of beetle found in dung and human ordure.

**গুম্গুম্, গুম্গুমনি, গুম্গুমা** 'গুপ্ গুপ্' চোৱাঁ।

**গুমটী** বি. প্রহৰী থকা ঘৰ।

**গুমৰ** বি. অন্তৰৰ ভাব, ৰহস্য inter-

nal sentiment, secret thought, গোপন secrecy.

**গুমৰ্থ** অক. ধা. ভাবি দে, ভয় দেখুৱা to threaten. বি. **গুমৰ্থনি** ভয় দেখুৱা কাৰ্য্য a threatening.

**গুমাই** ক্রি. বিণ. ইফাল সিফাললৈ নোচোৱাকৈ বেগাই in a quick pace.

**গুমি** বি. গোপনে কৰা হত্যা secret murder.

**গুমুনী** বি. গোম সাপৰ মাইকী, সাপৰ বিষ গুচোৱা এবিধ লতা a female gom snake, a creeper said to be a specific for snake bite.

**গুম্বজ** বি. মন্দিৰ আদিৰ ওপৰৰ কলচীৰ নিচিনা অংশ dome.

**গুম্‌ভুঁই** বি. মলদ্বাৰৰ অলপ ভিতৰলৈ থকা বিষ্ঠা the organ of anus.

**গুৰ্‌গুৰীয়া** বিণ. ফুৰ ফুৰীয়া, মুখৰ ভিতৰতে মনে মনে কথা কোৱা whispering.

**গুৰা** বি. নাৱৰ পীৰি।

**গুৰা** বি. জাল বা বৰশী পানীত বুৰ যাবলৈ বান্ধি দিয়া সীহ আদি গধুৰ বস্তুৰ গুটি a sinker attached to a fishing line or net.

**গুৰি** বি. গোৰ kick.

**গুৰি** বি. গছৰ শিপাৰ ওপৰ আৰু মাটিৰ ওচৰৰ ভাগ the trunk of a tree immediately above the ground. কথা বা ঘটনাৰ আদি, আৰম্ভ the beginning, origin, ওচৰ, নিকট vicinity, নাৱৰ পাছটি: the stern of a boat, পশ্চিমদিশ west ( গুৰিত গাজিলে বৰষুণ হয় )।

**গুৰিকথা** কোনো কথা বা বিষয়ৰ আৰম্ভ বা মূল the root or origin of anything. **গুৰি গছ** গছৰ গুৰি ভাগ,মূল। **গুৰি ধৰ** নাৱৰ গুৰি পোনা to stern a boat. **গুৰি বঠা** নাৱৰ গুৰি পোনোৱা ডাঙৰ বঠা an oar used as a rudder.

**গুৰিয়া** সক. ধা. ভৰিৰে গোৰ মাৰ বা আঘাত কৰ to kick, অকস্মাৎ ভৰি লগা to touch something with the foot without knowing.

**গুৰিয়াল** বি. নাৱৰ গুৰি পোনাওঁতা a steersman, কামত দিহা পৰামৰ্শ দিওঁতা a guide.

**গুৰু** বি. শিক্ষক, শিকাওঁতা, ধৰ্ম্ম-শিক্ষক, ধৰ্ম্মোপদেশক an instructor, a religious preceptor, পূজ্যলোক, শ্ৰেষ্ঠ লোক a venerable person, দেৱগুৰু বৃহস্পতি,। বিণ. গধুৰ heavy. মান্য, পূজ্য respectable. ( পু. অ. ) গম্ভীৰ, গহীন grave, deep, ডাঙৰ serious, শ্ৰেষ্ঠ, আৱশ্যকীয় important. **গুৰুঋণ** গুৰুৰ পৰা পোৱা শিক্ষাৰ কাৰণে তেওঁৰ ওচৰত সদায় কৃতজ্ঞ বা বাধ্য থকা অৱস্থা।

**গুৰুঘাত** গান বাদ্যৰ আৰম্ভতে গুৰুৰ সন্মানৰ নিমিত্তে মৰা ঘেঁতা a musical prelude. **গুৰুতৰ** অধিক গুৰু বা গধুৰ more heavy, অতি আৱশ্যকীয় very important. **গুৰুতম** অতি গধুৰ বা আৱশ্যক most important. **গুৰুত্ব** বি. গধুৰতা, শ্ৰেষ্ঠতা heaviness, importance. **গুৰুপাকী** শীঘ্ৰে জীৰ্ণ নোহোৱা not easily digested. **গুৰুবাক্য** গুৰুৰ আদেশ বা উপদেশ order or advice of a Guru. **গুৰুমন্ত্ৰ** the form of prayer taught by a Guru.

**গুৰুবাৰ** বি. বৃহস্পতিবাৰ Thursday.

**গুৰুভটিমা** বি. শঙ্কৰ দেৱৰ গুণ বৰ্ণাই লিখা এখন পুথিৰ নাম।

**গুৰুভাৰ** বি. ধৰ্ম্মগুৰু হোৱা দায়িত্ব, ডাঙৰ কামৰ দায়িত্ব grave responsibility.

**গুৰু-মণ্ডলি** বি. গুৰু ঘেঁতা a musical prelude, আৰম্ভ, সূত্ৰপাত the beginning.

**গুৰুলা গুৰুল** বিণ. ভাগি ছিগি খণ্ড খণ্ড বা গুড়ি হোৱা broken to pieces, পকি গুলগুলীয়া হোৱা soft due to over-riping.

**গুৰুলা গুৰুলি** ভালকৈ সিজি বা পকি কোমল হোৱা বস্তুৰ মাজত অলপ টান হৈ নিমিলি থকা ভাগ hard and stiff parts in a boiled or ripe thing.

**গুৰুসমুখীয়া** বিণ. গুৰুত শৰণ লোৱা initiated.

**গুৰু-সেৱা** বি. গুৰুমন্ত্ৰ জপ কৰা কাৰ্য্য।

**গুৰ্খা** বি.নেপাল দেশৰ এটা পৰ্ব্বতীয়া জাতিৰ নাম a hill tribe of Nepal.

**গুৰ্ব্বিণী** বি. গুৰুৰ ভাৰ্য্যা, মান্যৱতী তিৰোতা wife of a religious preceptor, a venerable lady. বিণ. গৰ্ভৱতী, সগৰ্ভা pregnant.

**গুলগুলনি** বি. উকমুকনি, গপগপনি a burning or suffocating sensation, অন্তৰৰ দুখ mental agony.

**গুলগুলীয়া** বিণ. পকি বা সিজি ভিতৰে বৰ কোমল হোৱা very soft, over ripe.

**গুলজাৰ** বিণ. সুশোভন, শোভাময় full of beauties.

**গুলঞ্চ** বি. এবিধ ফুল, তাৰ গছ a kind of flower and its tree.

**গুলঞ্চ লতা** বি. শগুনী লতা, আমৈ লতা।

**গুলপীয়া** বিণ. গোলাপ ফুলৰ বৰণীয়া rose-coloured.

**গুলিয়া** বি. ধৰ্ণীয়া মণি a kind of necklace.

**গুলী** বি. হিলৈত ভৰাই মৰা সীহৰ বা লোৰ গুটি a bullet. অক. ধা.

গুলীমাৰ হিচাবে গুলী চলা। সক. ধা. গুলোৱা গুলীৰে আঘাত কৰ to shoot. গুলী-সূতা বি. গুলীৰ আকৃতি কৰি মেৰাই থোৱা সূতা a ball of thread.

গুলুম্ বি. বিশুদ্ধ বতাহৰ অভাৱত হোৱা তাপ বোধ বা গপ্‌গপনি a burning sensation caused by want of fresh air. অক. ধা. গুলুম মাৰ, গুলুম বান্ধ।

গুলৈ বি. পচা বস্তু থকা জেকা বস্তুৰ পৰা ওলোৱা আৰু আন্ধাৰত জিলিকা এবিধ বাষ্প, কিছুমান মানুহে বিশ্বাস কৰে যে পুতি থোৱা ধন-সোণৰ ই এটা কালিকা আৰু ৰাতি বাহিৰলৈ চৰিবলৈ ওলায়, সেইবাবে ইয়াক 'ধন গুলৈ'ও বোলে Jack o' lantern.

গুল্ম বি. সৰু সৰু গছৰ জোপা a bush, a thicket, এবিধ পেটৰ ৰোগ।

গুৱা বি. তামোল গছৰ ফল, a betel-nut, খাবৰ নিমিত্তে পাণ চূণ আদিৰে যুক্ত কৰা তামোল betel-nut prepared for use. গুৱাকটা সত্ৰৰ মহন্তৰ নিমিত্তে তামোল যুগুত কৰোঁতা। গুৱামৰি এবিধ সুগন্ধি আৰু সোৱাদ মচলাৰ গুটি আৰু তাৰ গছ।

গুৱাল বি. গাখীৰৰ ব্যৱসায় কৰোঁত a milkman, ম'হৰখীয়া buffalo-keeper. স্ত্রী. গুৱালনী, গুৱালিনী,

গুৱাল-গালি বি. কাৰো নাম নধৰাকৈ অপকাৰীক পৰা গালি abusive language indirectly used against a man without mentioning his name.

গুৱালনী, গুৱালেঙী বি. জিয়ঁ। the dragon fly.

গুৱালা-সাপ বি. এবিধ সাপ, ই গৰুৰ ওহাৰৰ পৰা গাখীৰ পি খায় বুলি কয় a kind of snake.

গুহ বি. কাৰ্ত্তিক a name of Kartika.

গুহ, গুহৰাজ বি. চণ্ডাল বিলাকৰ ৰজা, আগৰ জনমত ব্ৰাহ্মণ আছিল, কিন্তু গঙ্গাৰ শাপত চণ্ডাল হয়, এওঁ ৰামচন্দ্ৰৰ অতি মিত্ৰ আছিল।

গুহা বি. পৰ্ব্বতৰ খোপা, গহ্বৰ a cave, cavern.

গুহিন বি. ডাঠ আৰু গহীন হাবি deep and thick forest.

গুহ্য বিণ. গোপনীয়, লুকাই থোৱা concealed, private. গুহ্যদ্বাৰ শৰীৰৰ মলৰ বাট the anus. গুহ্যতৰ, গুহ্যতম অতি গোপনীয় secrets.

গূ বি. বিষ্ঠা. বহিৰ্দ্বাৰেদি শৰীৰৰ পৰা ওলোৱা মল ordure, dung. গূকৰ একেবাৰে নষ্ট কৰ spoil.

গূঢ় বিণ. গুপ্ত, অপ্ৰকাশিত, দুৰ্ব্বোধ

concealed, hidden. **গূঢ়াৰ্থ** বি. সকলোৱে সহজে বুজিব নোৱৰা অৰ্থ secret meaning. বিণ. **গূঢ়াৰ্থক**।

**গৃধ্ৰ** বি. শগুন a vulture. বিণ. লুভীয়া covetous.

**গৃহ** বি. ঘৰ a house, a dwelling. **গৃহ-কন্দল** ঘৰুৱা দন্দ খৰিয়াল family quarrel. **গৃহ-কাৰ্য্য** ঘৰুৱা কাম house-hold duties. **গৃহবাস, গৃহাশ্ৰম** বি. সংসাৰ কৰা কাৰ্য্য, বিয়াবাক কৰাই ল'ৰা ছোৱালীৰে সৈতে বাস কৰা কাৰ্য্য domesticity. **গৃহব্ৰতী** অতিশয় সংসাৰী worldly. **গৃহস্তজন, গৃহস্ত** বস্তু স্বামী বা অধিকাৰ জনা, মহাপুৰুষীয়া ধৰ্ম্ম প্ৰবৰ্ত্তক শঙ্কৰ দেৱ।

**গৃহস্থ** বি. ঘৰৰ গৰাকী, গৃহস্বামী master of a house, সংসাৰী one living with a family. স্ত্ৰী. **গৃহস্থনী**। **গৃহস্থালি** বি. পৰিয়ালৰ সৈতে থকা, গৃহবাস family life. **গৃহস্থাশ্ৰম** বি. ব্ৰহ্মচৰ্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সন্ন্যাস এই চাৰি আশ্ৰমৰ ভিতৰত দ্বিতীয় আশ্ৰম।

**গৃহস্থী** বি. সংসাৰী living a family life.

**গৃহাগত** বি. অভ্যাগত, অতিথি।

**গৃহিণী** বি. ঘৈণী, ভাৰ্য্যা a wife, ঘৰৰ গৰাকিণী the mistress of a house.

**গৃহী** বি. গৃহবাসী, গৃহাশ্ৰমী।

**গৃহীত** কৃদ. বিণ. যাক লোৱা হৈছে, গ্ৰহণ কৰা, ধৰা taken, accepted, seized. স্ত্ৰী. **গৃহীতা**।

**গেঁজা** বি. ঠেলা, হেচা a push, কোনো কথা মনত পেলাবলৈ অলপকৈ মৰা ঠেলা a jog to cause attention. ক্ৰি. **গেঁজামাৰ**।

**গেঁঠু** বি. এবিধ মাছ a kind of small fish.

**গেঁঠেলা** বি. ঠেৰেহা, নপকি টান মাৰি থকা hardened instead of being ripe and soft. ক্ৰি. **গেঁঠেলামাৰ**।

**গেঁথনি** বি. 'কেঁকনি' চোৱা।

**গেঁৰ** বি. ধান বা তৃণৰ গৰ্ভত থকা ফুলৰ থোক, পোনেই জগা চৰাই পোৱালিৰ ডাঙৰ হৈ থকা পেট the spadix of paddy grass, the crop of an unfledged bird. **গেঁৰ ধৰ** অক. ধা. ধান বা তৃণৰ গৰ্ভত ফুলৰ থোক to have spadix. **গেঁৰ শৰ** পোনেই জগা সৰু পোৱালিৰ পেট সৰু হ। **গেঁৰ নসৰা** নিচেই কম বয়সীয়া too young.

**গেঁৰা** বি. কোমল বয়সীয়া মতা-ম'হ পোৱালি a young buffalo.

**গেঁঙেৰি** বি. ভয় দেখাবৰ কাৰণে দাঁত নিকটাই কৰা কুকুৰৰ গোঁজৰণি snarling. অক. ধা. **গেঁঙেৰিয়া**।

গেজগেজনি বি. গাঁত গোজ বা কাঁইট সোমোৱাৰ নিচিনা হোৱা দুখ a painful stinging sensation like that caused by a thorn thrust into the body গেজগেজা অক ধা. খোচা বিন্ধা কৰ্। গেজগেজীয়া বিণ. টানকৈ মৰা আৰু ভিতৰলৈকে পীড়া কৰা (ভুকুত খাটে)।

গেজনীয়া বিণ. কেটেৰা (মাতত খাটে)।

গেজি বি. দা কটাৰি আদিৰ জোঙা নেজ অৰ্থাৎ যি ছোৱা তাৰ নালত সুমাই শালি দিয়া হয় that portion of an instrument which is inserted in the handle.

গেজেট (ইং Gazette) বি. চৰকাৰৰ পৰা নিয়মিত সময়ত প্ৰকাশ পোৱা সংবাদ, আদেশ, আইন-কানুন প্ৰভৃতি থকা কাগজ।

গেজেপনি বি. বৰ ডাঠ হাবি, যাইকৈ ইকৰা-খাগৰি আদি হলি ওপৰা-ওপৰি হৈ পৰি ডাঠ হোৱা হাবি a thicket, shrubs closely set.

গেজেৰা বি কেটেৰা, জেঙেৰা curt and harsh words. অক. ধা. গেজেৰামাৰ।

গেঁড়, গেৰি (পু. অ.) বি. আটাহ, চিঞৰ act of calling loudly.

গেণ্ডুৰা (পু. অ.) বি. ঢোপ, খেলা কৰা ঘূৰণীয়া বস্তু।

গেট (ইং Gate) বি. প্ৰবেশদ্বাৰ, বহিৰ্দ্বাৰ।

গেথু বি. এবিধ বিদেশী লাহী ধান a kind of paddy.

গেদ বি. জুলীয়া বস্তুৰ তলত পৰা মল, মেদ dregs, sediment. ক্ৰি. বিণ. গেদ গেদ কৰে লৰচৰ নকৰাকৈ, আলস্য ভাৱে heavily, inactively.

গেদেৰি বি. জুলীয়া বস্তু তপতাওঁতে, পগাওঁতে, বা ঘাঁটোতে ওপৰলৈ উঠা মল scum.

গেধেমা বিণ. গদহা, ডাঠ আৰু গধুৰ thick and heavy.

গেনা বিণ. নাকেদি মতা বা কোৱা nasal, নাকেদি শব্দ কৰি কথা কোৱা speaking through the nose. স্ত্ৰী. গেনী।

গেন্ গেন্ অনু. শব্দ. নাকেদি কোৱা কথাৰ শব্দ an imitative sound used to express that of words spoken through the nose. অক. ধা. গেন গেনা। বিণ. গেনগেনীয়া পানী লগা বা বৰকৈ চিঞৰাৰ বাবে ভগা, নাকেদি মতা hoarse, nasal.

গেন্ধালি বি. বেয়া গোন্ধোৱা এবিধ বন a kind of bad smelling herb.

গেন্ধেলা বি. বেয়া গোন্ধোৱা, ঘিণ লগা dirty, hateful. স্ত্ৰী. গেন্ধেলী।

গেবাৰ বি. দাস, বন্দী, slave, a menial. গেবাৰী গেবাৰৰ কাম drudgery, menial service

গেমেহা বিণ. টানকৈ বা বলেৰে পেলোৱা বা মৰা heavy.

গেয়োৰে, গেয়ো (পু. অ.) অক. ধা. গল।

গেৰখেণীয়া বি. কিছু বয়স হোৱা having the age to manage household affairs.

গেৰ্ গেৰ্ কৰে ক্রি. বিণ. অতি চেঁচা—"ভাতবোৰ গেৰ্ গেৰ্ কৰে চেঁচা হল।"

গেৰণিয়া বি. পচা বাঁহ বা কাঠৰ খুটাৰ মাটিৰ তলত ভাগি থকা অংশ the underground portion of a rotten post, কাঠ বা বাঁহৰ কামত নলগা অংশ useless portion of bamboo or wood.

গেৰা সক. ধা. একে ঠাইতে বহুত গোটা, দমা—'ৰামধনে মাছ মাৰি গেৰাইছে'—to heap up. গেৰা-খোৱা চুৱা খোৱা eating the remains of another's meal.

গেৰুধাৰা বি. পৰ্ব্বতৰ পৰা বোৱা সোঁত stream flowing from hill.

গেৰুৱা বি. গেৰু মাটিৰে বোলোৱা কাপোৰ cloth dyed with red chalk.

গেৰেউ গেথেউ বি. সৰহকৈ খোৱাৰ পাছত গা গধুৰ লগা আৰু ভালকৈ উশাহ লব নোৱাৰা হোৱা the uneasiness and sense of loathing produced by eating too much.

গেৰেউ মাটি, গেৰুমাটি বি. এবিধ পৰ্ব্বতীয়া ৰঙা মাটি red chalk.

গেৰেকণি বি. মলিন বস্তু বা জাবৰ আদি পেলোৱা ঠাই a place for refuse and filth to be thrown into.

গেৰেলা বিণ. পেটাল, ডাঙৰ পেটা pot-bellied. স্ত্রী. গেৰেলী বি. শিয়ালৰ নিচিনা এবিধ বনৰীয়া জন্তু a kind of animal like a jackal.

গেৰেহা বি. পানীত তিতা কাৰণে জুই নলগা soaked with water, এলেহুৱা lazy.

গেৰেঁাগেথেঁা বি. অনিচ্ছা, কোনো কামলৈ ইচ্ছা নথকা ভাব reluctance, want of heart.

গেৰ্গেৰীয়া বিণ. বৰ চেঁচা, পানীত তিতি বা জাৰত ঠেৰেঙা খোৱা frigid or stiff owing to cold.

গেল্ অক. ধা. স্বাভাবিক কঠিনতা গুচি কোমল হ to rot, to be putrid. বিণ. গেলগেলীয়া পকি বৰ কোমল বা গেলাৰ নিচিনা হোৱা।

গেলা সক. ধা. স্বাভাবিক কঠিনতা গুচাই কোমল কৰ to cause to be putrid. বিণ. স্বাভাবিক কঠিনতা গুচি কোমল হোৱা rotten, গেলা

গপ্ ·বি. মিছা অহঙ্কাৰ vain boasting. গেলা-গপা কৰ ভাবি-চিন্তি চা to ponder over. গেলামাল অলপ দিনতে নষ্ট হোৱা মাল (মাহ, চাউল, আলু আদি) perishable articles of food.

গেলেপা বি. হেঁচা খাই পচি বিকৃত হোৱা decompose owing to fermentation. ক্রি. গেলেপা লাগ, গেলেপা খা।

গেহ বি. গৃহ, ঘৰ house.

গৈৰিক বি. গেৰু মাটি the red ochre.

গো বি. গৰু an animal of the bovine kind. গোমূৰ্খ গৰুৰ নিচিনা মূৰ্খ।

গোঁ গোঁ ( অনু. শব্দ. ) মুখত সোপা দি কথা কোৱাৰ বা চিঞৰাৰ, নাইবা লাটুম ঘূৰোৱাৰ নিচিনা শব্দ an imitative sound used to express that of a half-stifled cry or speech. বি. গোঁগোঁৰনি। অক. ধা. গোঁগোঁৱা। গোঁগোঁৱাই উঠ খঙেৰে গোঁজৰিবলৈ ধৰ to growl with anger. গোঁগোঁ কৰে ক্রি. বিণ. খঙেৰে বেগাই speaking angrily and quickly.

গোঁজ বি. মাটিত থিয়কৈ পোতা দীঘলীয়া খুটি বা মাৰি a stake or peg. সক. ধা. ঠেলি পোত, খুঁচি সুমা to thrust or drive in. গোঁজ মাৰ ক্রি. খুটি বা গোজ পোত to thrust a peg into the ground. গোঁজৰ সক. ধা. সিংহ বা বাঘৰ দৰে উচ্চ শব্দ কৰ, ডাবি দি to grumble or murmur with anger. গোঁজৰণি বি. সিংহ বা বাঘৰ শব্দ a roar, a growl.

গোঁজা বি. হাতেৰে অলপকৈ মৰা ঠেলা a push with the hand. গোঁজা খা দোঁ খা, মূৰ চাপৰা to bend down as the head or top. গোঁজা মাৰ হাতেৰে ঠেলি সুমা, অলপকৈ পোত to push or thrust lightly, to partly bury in. the ground.

গোঁঠ সক. ধা. দুডাল বা অধিক জৰী একেলগে পকাই বান্ধ to string, to braid. বি. গোঁঠনি।

গোঁফ্ বি. ওপৰৰ ওঁঠত গজা নোম a moustache. বিণ. গোঁফাল, গুঁফীয়া গোঁফযুক্ত having a moustache.

গোঁৰখা অক. ধা. পানী বা বোকাৰ তলত থাকি বৰণ সলাই ঘূণে নধৰা হ to be steeped or seasoned by being under water. কৃদ. বিণ. গোঁৰোৱা গোঁৰখোৱা।

গোঁৰা বিণ. বগা white. বি. বিলাতী চিপাহী European soldier.

গোঁৰা সক. ধা. পানীৰ তলত থৈ কোমল বা ঘূণে নধৰা কৰ to season by placing under water.

**গোৱাৰ** বি. আমঠ, মইমত self-willed, obstinate.

**গোকাট্টু** বি. গোবৰৰ দৰে মলিন, কুচ্ছিত filthy, ugly. **গোকাটনি** বি. গেৰেকনি, গোবৰ জাবৰ পেলোৱা ঠাই a filthy place.

**গোকুল** বি. গৰু ৰখা ঠাই, যমুনা নৈৰ ওচৰৰ এক গাওঁ, ল'ৰাকালত কৃষ্ণ তাত আছিল আৰু গৰু চৰাইছিল an ancient village on the bank of Jumna. **গোকুল-চান্দ** কৃষ্ণ।

**গো-খাদক** বি. গৰু খোৱা মানুহ a beaf-eater.

**গোগোলা** বি. মাহুৰি বন a kind of grass.

**গোঙা** বিণ. লেবা, ৰেঙা, মাত ফুটাই কথা কব নোৱৰা unable to articulate distinctly.

**গোঙোৱা** বিণ. খঙাল আৰু মন খুলি কথা নোকোৱা, মোখোৰা cross and reserve, not affable.

**গোচৰ** বি. ইন্দ্ৰিয়েৰে বুজ পোৱা বা বোধ কৰা বিষয় anything perceived by the senses, সমুখ, সাক্ষাৎ presence.

**গোচৰ** বি. প্ৰাৰ্থনা, কোনো মানুহৰ বিৰুদ্ধে বিচাৰকৰ আগত কৰা আপত্তি petition, a complaint, a suit. **গোচৰা-গুচৰি** এজনে আন জনৰ ওপৰত গোচৰ কৰা কাৰ্য্য the act of prosecuting each other. বিণ. **গুচৰীয়া**।

**গোচল** বি. স্নান bath. **গোচল-খানা** বি. গা ধোৱা ঘৰ বা কোঠা a bath-room.

**গো-চাৰ, গো-চাৰণ** বি. ৰায়তৰ গৰু ম'হ চৰাবৰ কাৰণে চৰকাৰীকৈ ৰখা মাটি, গৰুচৰণীয়া ঠাই land reserved for grazing.

**গো-চাৰক** বি. গৰু চৰাওঁতা, গৰখীয়া cowherd.

**গোছ** (ফা.) বি. মঙহ meat.

**গোছ** বি. খেতিৰ আৰম্ভণতে পোন প্ৰথমে ৰোৱা কঠীয়া পুলিৰ কোছ বা মুঠি the first tuft of seedlings transplanted at the beginning of paddy cultivation, জন্তুৰ পাছ ঠেঙৰ আঁঠুৰ ওপৰৰ পাছ ফালে ওখহৈ থকা ডাঙৰ শিৰ the hamstring, মানুহৰ সৰু গাঁঠিৰ পাছ ফালৰ শিৰ the large tendon on the back part of the ankle joint of man. **গোছ্ লা** খেতিৰ আৰম্ভ কৰ।

**গোছা** বি. পথাৰত ৰোৱা ধানৰ পুলিৰ মুঠি a bunch of paddy seedlings.

**গোজন্মা** বিণ. গৰুৰ দৰে ওভত গোৰে ওপজা born with the feet foremost.

**গোজ্ গোজা** অক. ধা. মুখৰ ভিতৰতে খং প্ৰকাশ কৰ বা অসন্তুষ্টতা দেখা to grumble.

**গোট** বি. গুটি, কোনো কাৰ্য্যৰ ফল,

এক বুলি লোৱা পৰিমাণ a fruit, a result, unit.

গোট কৰ সক. ক্রি. একে ঠাইতে গোটা, একে লগ কৰ, মুঠ কৰ to gather together, to collect, to total up.

গোট খা অক. ক্রি. একেলগ হ to be united, to assemble. গোট খুৱা লগলগা to unite.

গোট ধৰ গুটি ধৰ to bear fruit. গোট মাৰ জুলীয়া গুচি টান হ to congeal.

গোট বিণ. সমুদায়, নভগা নিছিগা a particle to denote a whole or undivided thing.

গোট-গৰু বিণ. অতি মূৰ্খ।

গোট্-গোট্ বিণ. এটা এটা, বেলেগ বেলেগ, স্পষ্ট separated each other, distinct.

গোটা বিণ. ঘূৰণীয়া, গোল round, ভিতৰ শুদা নোহোৱা solid.

গোটা সক. ধা. একেলগ কৰ, মুঠ কৰ to gather together, to total

গোটা বি. ঘোঁৰা আদি জন্তুৰ ঠেং জোঁটা জৰী। গোটামাৰ গোটাবে ঠেং জোঁট to put fetters on.

গোটাগোট বিণ. নিসিজি টানহৈ থকা, ডাল ডালহৈ ওলোৱা বা দেখা দিয়া।

গোটা চাৰেক, গোটা চেৰেক বিণ. চাৰিটামান some, about four. গোটাদিয়েক বিণ. দুটামান a few.

গোটা সজীয়া বিণ. গোটা আকৃতিৰ, দীঘলীয়া আক গোল আকৃতিযুক্ত cylindrical.

গোটেই বিণ. সমুদায়, সকলো whole, entire.

গোটে গোটে ক্রি. বিণ. ডোখৰা-ডোখৰ নকৰাকৈ without dividing or breaking up into pieces

গোড় (পু. অ.) বি. ভৰি, পদ।

গোড়া বিণ. চলি অহা ৰীতি-নীতি মতে চলা, প্রাচীনপন্থী, কোনো মত বা পদ্ধতিত অতিশয় নিষ্ঠাবান, অন্ধভক্ত orthodox.

গোতোং বিণ. দ আক মুখ ঠেক round and hollow or deep.

গোত-জ্ঞাতি বি. বংশ পৰিয়াল, একে গোত্রৰ আক এক বংশৰ মানুহ সমূহ, বন্ধুবান্ধৱ persons of kith and kin, friends and relatives.

গোত্র বি. কুল, বংশ a race, a family.

গোত্রীয় বিণ. বংশৰ, গোত্রসম্পৰ্কীয়।

গোথোৱা সক. ধা. খং বা বেজাৰত মুখ ওফোন্দা to look sullen or morose. গোথোৱা-মুৱা খং মুৱা sad-looking.

গোথোৱা-গোথোৱ খং বা বেজাৰত মুখ ওফোন্দাই কোৱা। ক্রি. বিণ. গোথৰা-গোথোৰকৈ।

গোদ্ গোদ্ (অনু. শব্দ.) মুখৰ

ভিতৰতে কোৱা কথাৰ অস্পষ্ট শব্দ an imitative sound used to express that of something spoken under the breath. বি. গোদ-গোদনি অসন্তোষ বা খঙেৰে মুখৰ ভিতৰতে কোৱা কথাৰ অস্পষ্ট শব্দ a grumbling or murmuring. অক. ধা. গোদ-গোদা।

গোধ বি. ভৰি উখহা ৰোগ, গুপ্ত দোষ বা পাপ elephantiasis, a secret sin or vice.

গোধা, গুধীয়া বিণ. গোধ ৰোগে ধৰা affected with the elephantiasis.

গোধিকা বি. গুঁই an iguana.

গোধুম বি. ঘেঁহু ধান, আটাগুড়ি কৰা শস্য wheat.

গোধুলি বি. 'গধূলি' চোৱা।

গোনা বি. অকলশৰে থকা ডাঙৰ মতা ম'হ a solitary male buffalo.

গোনা সক. ধা. খোজ to beg.

গোনাহ ( আৰবী ) বি. কুকৰ্ম্ম, পাপ sin.

গোন্ধা অক. ধা. গন্ধ বিস্তাৰ কৰ to smell.

গোপ বি. গৰখীয়া, গুৱাল a cowherd, গাখীৰ বেচোঁতা a milkman. স্ত্রী. গোপী, গোপিনী, গোপিকা। গোপন বি. গুপ্ত কৰা কাৰ্য্য, লুকোৱা কাৰ্য্য concealment, act of hiding; গোপনীয় বিণ. লুকাই ৰখা hidden, লুকাই ৰাখিব লগীয়া not fit to be revealed. গোপনে ক্রি. বিণ. মনে মনে, আনে নজনাকৈ secretly.

গোপাল বি. গৰখীয়া, গৰু পালন কৰোঁতা a cowherd, কৃষ্ণ Krishna.

গোপিনী-সবাহ বি. অনেক তিৰোতা গোটখাই কৰা নাম-কীৰ্ত্তন public prayer by females. গোপীনাথ কৃষ্ণ Krishna.

গোপ্তা বিণ. ৰক্ষক, পালক।

গোপ্য ( পু. অ. ) বিণ. গোপনীয় secret.

গো-বগ বি. এবিধ বগলি a kind of bird.

গোবধ বি. গৰু বধ কৰা কাৰ্য্য the killing of a cow.

গোবৰ বি. গৰুৰ বিষ্ঠা, গোময় cowdung. গোবৰণি বি. বহুত গোবৰ থকা ঠাই a place full of cowdung. গোবৰ-খোঁচৰা বি. গোবৰ খুঁচৰি পোক ধৰি খোৱা এবিধ চৰাই the Hoopoo. গোবৰ-থেপীয়া গোবৰৰ থেপাৰ নিচিনা কোমল আৰু লপথপ বা মঙহাল soft and fleshy. গোবৰ-শুঠা, গোবৰ খুঁটি শুকান গোবৰ dry cowdung.

**গোবৰ্দ্ধন** বি. বৃন্দাবনৰ এটা পৰ্ব্বত, তাত কৃষ্ণ আৰু গোপী সকলে গৰু চৰাইছিল a famous hill in Brindaban. **গোবৰ্দ্ধনধাৰী** কৃষ্ণ।

**গোবান্ধ** বিণ. বেয়া, কুচ্ছিত, অকৰ্ম্মণ্য ugly, worthless.

**গোবিন্দ** বি. কৃষ্ণ name of Krishna.

**গোম্, গোম্ সাপ** বি. অনেক বিধ বিষাল সাপৰ সাধাৰণ নাম a generic name of several species of poisonous snake.

**গোম্ চেং** বি. সাপৰ গাৰ দৰে ফুল থকা আৰু মিহি এবিধ চীন দেশৰ পাটৰ কাপোৰ a kind of fine chinese silk.

**গোম্-ধান** বি. বাম খেতিত হোৱা এবিধ ধান জাতীয় শস্য maize, the Indian corn.

**গোময়** বি. গোবৰ, গৰুৰ মল cow-dung.

**গোমস্তা** বি. মহাজনৰ হকে দোকান আদি চলাই হিচাপ-পত্ৰ ৰখা কৰ্ম্মচাৰী an agent or subordinate officer of a merchant.

**গোমা** বি. মলিন, বিবৰ্ণ, গোমোঠা dingy, dark, faded. অক. ধা. মেঘৰ দ্বাৰা ঢকা হ to be overcast with clouds, জীৰ্ণশক্তি কম হোৱা to have indigestion.

**গোমুখ** বি. শঙ্খৰ নিচিনা এবিধ বাদ্য a kind of trumpet or conch.

**গোমূৰ্খ** বি. গৰুৰ নিচিনা মূৰ্খ মানুহ one stupid as an ox. **গো-মূত্ৰ** গৰু-মূত cow's urine.

**গোমেদ** বি. এবিধ উজ্জ্বল মণি, পীতমণি, বৈদূৰ্য্যমণি a topaz, agate.

**গোমেধ** বি. গৰুৰ মঙহ উচাগ হোম কৰা যজ্ঞ a cow sacrifice.

**গোমোঠা** বিণ. বিবৰ্ণ, নিৰুৎসাহী মলিন faded, not bright, dull.

**গোমোলা** বিণ. অনুজ্জ্বল, মেঘৰ দ্বাৰা ঢকা cloudy, murky. অক. ধা. গোমা, মেঘেৰে ঢাক যা to be cloudy.

**গোৰ** বি. ভৰিৰে মৰা আঘাত a kick. সক. ধা. **গোৰামাৰ** গুৰিয়া। বি. মূল the root, **গুৰি** the trunk, নাৱৰ বা জাহাজৰ পাছ টিং the stern of a ship or boat.

**গোৰখ, গোৰক্ষ, গোৰক্ষক** (পু অ.) বি. গৰু ৰখীয়া, গৰখীয়া।

**গোৰ দি** সক. ধা. মৰা মানুহ পোত to bury a dead body.

**গোৰস** বি. গৰুৰ এৰাঁ গাখীৰ cow's milk.

**গোৰালি** বিণ. গুৰিৰ ওচৰৰ next to the root of stem. বি. **গুৰি** ছোৱা, গুৰি ফালৰ অংশ the part near the root, **শেষভাগ** the last part.

গোৰী বি. সুন্দৰী তিৰোতা a beautiful woman.

গোবোং বি দ জান বা খাল a deep ravine.

গোবোচনা বি. এবিধ হালধীয়া বস্তু, তাক গৰুৰ মূতৰ পৰা কৰা যায় আৰু গৰুৰ মূৰত পোৱা যায় বুলিও কয়, তাৰে ফোট লোৱা হয় আৰু দৰবতো লাগে a bright yellow pigment used in medicine or in marking the forehead by the Hindus.

গোবোৰা, গোবোহা বি. ভৰিৰ পাছফালৰ ভাগ the heel, the hinder part of the foot.

গোবোহনি বি. গোবোহাৰে মাটিত কৰা আঘাত a stamping with the foot.

গোৰ্হাল বি. নিন্দা, শাউ censure, curse.

গোল সক. ধা. জুলীয়া বস্তুৰে মিহলাই দ্ৰৱ কৰ to dissolve in a fluid.

গোল, গোলক বি. ঘূৰণীয়া বস্তু a round body, a globe.

গোলন্দাজ বি. কামান চলোৱা সৈন্য an artillery man.

গোলমাল বি. গণ্ডগোল, হাই, খেলিমেলি noise, confusion.

গোলা বি. বস্তু বেচা ঘৰ, দোকান a shop.

গোলা বি. বৰ ডাঙৰ গুলি a large bullet.

গোলাই বিণ. অলপ গোল বা ঘূৰণীয়া slightly rounded off.

গোলাকাৰ, গোলাকৃতি বি. ঘূৰণীয়া আকাৰৰ, ঘূৰণীয়া spherical, globular.

গোলাপ বি. গছ আৰু পাতত কাঁইট থকা এবিধ সুগন্ধি ফুল আৰু তাৰ গছ a rose and its tree.

গোলাপী জামু বি. এবিধ ফল আৰু তাৰ গছ the rose-apple and its tree.

গোলাম বি. দাস, ভৃত্য, বন্দী a slave.

গোলামি বি. দাসৰ অৱস্থা বা কাম slavery.

গোলোক বি. বৈকুণ্ঠ heaven of Krishna.

গোৱা (পু. অ.) সক. ধা. কটা, খাবলৈ দে to cause to be spent or passed.

গোৱাৰী, গোৱাৰিণী বি. গুৱালী milk-maid.

গোৱে পোৱে তল যা সমূলঞ্চে পতিত বা ভ্ৰষ্ট হ to be wholly lost or ruined.

গো-শালা বি. গোহালি, গৰু ঘৰ a cow-shed.

গোষ্ঠি (সং-গোষ্ঠী—সভা) বি. লগ হোৱা কাৰ্য্য, গোট খোৱা act of meeting together.

গোষ্ঠ বি. গৰু চৰা ঠাই a grazing

ground for cattle, গৰু বন্ধা ঠাই বা খুঁটি a place for keeping cows.

গোষ্ঠী বি. বংশ, পৰিয়াল a race, a family, সন্তান descendant. গোষ্ঠীপতি কোনো বংশৰ প্ৰধান লোক the headman of a family.

গোষ্পদ বি. গৰুৰ খোজ the foot-print of a cow.

গোসাঁই বি. গুৰু, ধৰ্ম্মৰ উপদেশ বা শিক্ষা দিয়া লোক a spiritual guide, দেৱতা, ঈশ্বৰ God, দেৱতাৰ মূৰ্ত্তি an idol. স্ত্ৰী. গোসাঁনী।

গোস্বামী বি. ধৰ্ম্ম শিকোৱা গুৰু a spiritual instructor.

গোহাঁই বি. অসম দেশৰ ৰজা, বুঢ়া গোহাঁই, বৰ গোহাঁই বা বৰপাত্ৰ গোহাঁই বংশৰ লোকৰ উপাধি a title of the descendants of the Raja, Bura Gohain, Bor gohain, or Barpatra Gohain of Assam. স্ত্ৰী. গোহাঁয়নী।

গোহাৰি বি. বিনয়, নিবেদন, দুখ জনাই প্ৰতিকাৰৰ কাৰণে কৰা প্ৰাৰ্থনা an humble representation.

গোহালি বি. গৰু-ঘৰ, গো-শালা a cowshed.

গোক্ষুৰ বি. এবিধ গছ a kind of tree.

গৌঠালি বি. অহঙ্কাৰ, গপ pride.

গৌণ বি.অপ্ৰধান, কোনো শব্দৰ যাই অৰ্থত বাজে আন secondary as the meaning of a word.

গৌতম বি. ন্যায়-শাস্ত্ৰ ৰচনা কৰা এজন ঋষিৰ নাম, বৌদ্ধ ধৰ্ম্ম প্ৰবৰ্ত্তক শাক্য মুনি the founder of Nyaya philosophy, the founder of Buddhism.

গৌন বি. পলম, বিলম্ব delay.

গৌৰ বি. বগা বৰণ white colour, বগাৰে মিহলি ৰঙা ৰং pale red colour.

গৌৰৱ বি. সন্মান, মৰ্য্যাদা respec-tability. বিণ. গৌৰৱান্বিত গৌৰৱযুক্ত, মাননীয় respectable.

গৌৰাঙ্গ বি. বঙ্গদেশত বৈষ্ণৱধৰ্ম্ম-প্ৰবৰ্ত্তক চৈতন্য দেৱৰ এটা নাম a name of Chaitanya. বিণ. গৌৰ বৰ্ণৰ bright white. স্ত্ৰী. গৌৰাঙ্গী।

গৌৰী বি. পাৰ্ব্বতী, দুৰ্গা a name of Durga, কুমাৰী a virgin, সুন্দৰী তিৰোতা a beautiful woman.

গ্ৰথিত বিণ. গঁথা, জৰীৰে একেলগে সিয়া, ৰচনা কৰা strung to-gether, composed.

গ্ৰন্থ বি. পুথি a book. গ্ৰন্থকৰ্ত্তা,

গ্ৰন্থকাৰ ৰচক, পুথি লেখক an author of a book.

গ্ৰন্থি বি. গাঁঠি, জোৰা a knot, a joint.

গ্ৰস্ সক. ধা. খা, ভক্ষণ কৰ, গিল to devour.

গ্ৰস্ত বিণ. খোৱা, গিলা swallowed, eclipsed, কষ্ট বা দুৰ্ঘটনাত পৰা involved in misfortune.

গ্ৰস্তাস্ত গ্ৰহণ লাগি থাকোতেই অস্ত যোৱা gone down while eclipsed.

গ্ৰহ বি. আকাশত থকা ঘূৰণীয়া দীপ্তিমন্ত বস্তু; ভাৰতীয় জ্যোতিষ শাস্ত্ৰ মতে গ্ৰহ নটা, যেনে :—সূৰ্য্য, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি,ৰাহু, কেতু a planet. গ্ৰহদোষ গ্ৰহৰ প্ৰতিকূল প্ৰভাৱ evil influence of any planet.

গ্ৰহ ( পু. অ ) বি. আগ্ৰহ, একান্ত ইচ্ছা strong desire.

গ্ৰহণ বি. লোৱা কাৰ্য্য, আদান taking, আকাশত থকা দীপ্তিমন্ত বস্তুৰ আন এটা বস্তুৰ দ্বাৰা আচ্ছাদন an eclipse.

গ্ৰহণী বি. পেটৰ বেদনা হৈ তেজ সাঁও পৰা ৰোগ dysentery.

গ্ৰহণীয়, গ্ৰাহ্য, গ্ৰহণযোগ্য বিণ. লবৰ যোগ্য acceptable, reliable.

গ্ৰহপতি বি. গ্ৰহশ্ৰেষ্ঠ সূৰ্য্য the sun.

গ্ৰহপীড়া বি. গ্ৰহৰ কুদৃষ্টিৰ পৰা হোৱা নৰিয়া বা আপদ। গ্ৰহপাঠ, গ্ৰহপূজা, গ্ৰহশান্তি গ্ৰহৰ কুদৃষ্টিৰ পৰা ৰক্ষা পৰিবলৈ কৰা পূজা an offering made to propitiate an adverse planet. গ্ৰহদোষ, গ্ৰহবৈগুণ্য, গ্ৰহমন্দ গ্ৰহ বিতুষ্ট হোৱা, দিন বেয়া unlucky.

গ্ৰহীতা বি. গ্ৰহণ কৰোঁতা, লওঁতা one who takes. স্ত্ৰী. গ্ৰহীত্ৰী।

গ্ৰাম বি. সমূহ a multitude, a collection, সা, ঋ,গা, মা, পা, ধা, নি এই সাতোটা মূল স্বৰকে একেলগে এটা সপ্তক বা গ্ৰাম বোলে octavo (music).

গ্ৰাম বি. গাওঁ a village. গ্ৰামণী গাওঁৰ নেতা। গ্ৰামবাসী বিণ. গাৱঁত বাস কৰা, গাৱঁলীয়া living in a village.

গ্ৰামস্থ বিণ. গাৱঁত থকা living in a village.

গ্ৰামিক বিণ. গাৱঁলীয়া rural.

গ্ৰাম্য বিণ. চহা, নীচ, সামান্য, অমাৰ্জ্জিত rustic, rude, unrefined. বি. গ্ৰাম্যতা চহা গুণ, অশিষ্টতা, অসভ্যতা vulgarity, vulgarness.

গ্ৰাস বি. গৰাহ, এবাৰ মুখত ভিতৰলৈ যোৱা আহাৰ mouthful.

গ্ৰাহ বি. ঘৰিয়াল, কুম্ভীৰ a crocodile. স্ত্ৰী. গ্ৰাহী। সক. ধা. গ্ৰাস কৰ, গিল to swallow.

গ্ৰাহক বি. গ্ৰহণ কৰোঁতা, লওঁতা one who receives.

**গ্ৰাহী** বিণ. গ্ৰহণ কৰোঁতা one who receives, গ্ৰহণ কৰা, লোৱা receiving or taking. স্ত্ৰী. গ্ৰাহিণী।

**গ্ৰাহ্য** বিণ. গ্ৰহণৰ যোগ্য, বিশ্বাসৰ যোগ্য fit to be accepted or believed.

**গ্ৰীৱা** বি. ডিঙি, গল the neck.

**গ্ৰীষ্ম** বি. জহ, তাপ heat, জহকাল the summer. **গ্ৰীষ্মকাল** বি. জহকাল, ঘাম কালি the summer. **গ্ৰীষ্মমণ্ডল** বি. পৃথিবীৰ যি খণ্ড. ঠাইত তপত বেছি the Torrid zone.

**গ্ৰেপ্তাৰ** বি. বিচাৰকৰ হুকুম মতে অপৰাধীক ধৰি অনা কাৰ্য্য arrest.

**গ্লানি** বি. ভাগৰ, ক্লান্তি, শ্ৰান্তি fatigue, অপযশ, দুৰ্নাম slander, defamation.

**গ্লোব** বি. সমস্ত পৃথিবীৰ নক্সা গাত আঁকি দেখুৱা এটা গোলাকাৰ সঁজুলি a globe.

# ঘ

**ঘ** ব্যঞ্জন বৰ্ণৰ ৪ৰ্থ আখৰ the fourth letter of the consonants.

**ঘঁট** বি. ঘৰিয়ালৰ ঠোঁটৰ উঠঙা, মানুহৰ ডিঙিৰ আগফালৰ উঠঙা the protuberance of the snout of a crocodile, Adam's Apple.

**ঘঁটি** বি. নাকৰ ভিতৰৰ নোম the hair in the nostril.

**ঘঁটিকা** বি.মানুহৰ ডিঙিৰ আগফালে থকা উঠঙা Adam's Apple.

**ঘঁটীয়া** বি. টেঙৰ, চতুৰ cunning, artful.

**ঘঁটীয়া-শিঙৰা** বি. এবিধ সৰু শিঙৰা মাছ a kind of fish.

**ঘঁৰিয়া** বি. এবিধ মাছ, এবিধ ডাঙৰ শলিয়া a kind of fish, a large species of mouse.

**ঘঁৰিয়াল** বি.কুম্ভীৰ, গুঁইৰ আকৃতিৰ এবিধ পানীৰ জন্তু a crocodile, alligator.

**ঘঁহ** সক. ধা. পিহ, মাজ, ঘৰ্ষণ কৰ to rub, to scrub, to grind. বি. **ঘঁহনি** পিহা বা ঘৰ্ষণ কৰা কাৰ্য্য act of rubbing. **ঘঁহনি খা** গাত গা লাগি পিছলি যা to be rubbed. **ঘঁহা** সক. ধা. আনৰ দ্বাৰা ঘৰ্ষণ কৰা to cause to be rubbed. **ঘঁহাঘঁহি** এটাই আনটোক ঘঁহা বা ঘৰ্ষণ কৰা কাৰ্য্য mutual rubbing. **ঘহোঁতা** বি. যিজনে ঘঁহে one who rubs. স্ত্ৰী. **ঘঁহতী**।

**ঘকমকি** বি. থকমকনি, লৰালৰিত অস্থিৰ হোৱা অৱস্থা confusion due to hurry. **বিণ. ঘকমকীয়া**।

**ঘকৰাই, ঘকৰ কৰে** ক্ৰি. **বিণ.** অকস্মাতে,হঠাৎ suddenly,**অকস্মাৎ** আঘাত লাগোতে হোৱা শব্দ কৰি

making a sudden and quick sound.

**ঘগৰা** বি. বাঁহৰ কাঠীৰে কৰা মাছ ধৰা এবিধ যতন a kind of fish-trap made from split of bamboo.

**ঘঞ্চাল** বি. ঘন যাতায়াত, ঘন সমাগম frequent contact, জঞ্জাল, দুৰ্ঘটনা trouble, আঘাত, ঠেলা stroke, push. অক. ধা. **ঘঞ্চাল**। বি. **ঘঞ্চালনি, ঘঁচালনি** ঠেলাঠেলি বা হেঁচাহেঁচি কৰা কাৰ্য্য, আমনি কৰা কাৰ্য্য।

**ঘট** বি. টেকেলি a small earthen water jar.

**ঘট্** অক. ধা. হৈ পৰ, সিদ্ধ হ to occur, to happen বিণ. **ঘটিত** জনিত, সম্পাদিত, সংঘটিত।

**ঘট্** সক. ধা. উপাৰ্জ্জন কৰ to earn.

**ঘট** ( পু. অ. ) বি. দেহ থকা বস্তু matter or substance having a form or body. ঘাই, প্ৰধান a leader or chief.

**ঘটং** ( অনু. শব্দ. ) কোনো বস্তুত আঘাত হলে বা কোনো টান বস্তুত পৰিলে হোৱাৰ নিচিনা শব্দ a word used to express the sound of striking or falling of something into a deep hollow thing.

**ঘটংমটং** ( অনু. শব্দ. ) একেলগে থকা সৰু বস্তুৰে পৰস্পৰ খুন্দা খাই হোৱা শব্দ a sound like that of small things striking against one another, গোলমাল, গণ্ডগোল, লৰচৰ confusion, conflict, inconsistency.

**ঘটক** বি. যি বিয়াৰ সম্বন্ধ ঘটায় a match-maker. **ঘটকতা, ঘটকালি**-বি. ঘটকৰ কাম।

**ঘটৃঘটৃ** ( অনু. শব্দ ) বস্তুৰ পৰস্পৰ আঘাতৰ পৰা হোৱা শব্দ a word used to express the sound produced by mutual hitting of several things. অক. ধা. **ঘটৃঘটা**। বি. **ঘটঘটনি**।

**ঘটন** বি. উপাৰ্জ্জন কৰা কাৰ্য্য the act of earning, আৰ্জ্জন earnings.

**ঘটনা** বি. হোৱা কাৰ্য্য, অকস্মাৎ হোৱা কাৰ্য্য an event, an unusual event, accident. **ঘটনাক্ৰমে** ক্ৰি. বিণ দৈবক্ৰমে accidentally. **ঘটনাচক্ৰ** ঘটনা পৰম্পৰা। **ঘটনাপূৰ্ণ** বিণ. ঘটনাময়।

**ঘটনাৱলী** ব্যাপাৰসমূহ। **ঘটনাবহু** ঘটনাকাৰক, ঘটনাসংকুল। **ঘটমান** যি সম্পন্ন হৈ গৈছে।

**ঘটৃমট্** বি. খুন্দা খুন্দি বিবাদ, গোলমাল clashing, conflict, trouble. **ঘটমটনি** ঘটঘটনি। সক. ধা. **ঘটৃমটা** বৰকৈ লৰাই বা জোকাৰি

শব্দ তোল to produce sound by violent shaking.

**ঘটস্থাপন** বি. পূজা কৰিবৰ অৰ্থে পবিত্ৰ গছৰ পাতেৰে ( পঞ্চপল্লব ) সজাই পানীৰে ভৰা টেকেলি পূজাৰ ঠাইত মন্ত্ৰোচ্চাৰণ কৰি স্থাপন কৰা কাৰ্য্য।

**ঘটা** সক. ধা. ঘটুৱা, পৰাজয় কৰ to defeat, সিদ্ধি কৰ, হবলৈ দে to cause to happen, উপাৰ্জ্জন কৰা to cause to be earned.

**ঘটা** ( পু. অ. ) বি. বহুত পৰিমাণ abundance.

**ঘটি** বি. অলপ সময় a short space of time.

**ঘটী** বি. ধাতুৰ চুটি ডিঙীয়া এবিধ পানীৰ পাত্ৰ a small metal water vessel.

**ঘটীযন্ত্ৰ** বি. পানী তোলা সঁজুলি বা যতন contrivance for drawing water.

**ঘটুৱা** সক. ধা. পৰাস্ত কৰ, হৰুৱা to defeat.

**ঘটোৎকচ** বি. হিড়িম্বা ৰাক্ষসীৰ গৰ্ভত জন্মা ভীমৰ পুতেক the son of Bhima by a Rakshasi named Hidimba.

**ঘড়া** ( পু. অ. ) বি. ডাঙৰ পিতলৰ কলহ, ঘাগৰী a large water-jar.

**ঘড়ী** বি. সময় নিৰ্ণয় কৰা যন্ত্ৰ a clock, a time-piece.

**ঘণ্টক** বি. কন্দল, গোলমাল quarrel, trouble.

**ঘণ্টা** বি. টিলিঙা a bell, আঢ়ৈ ডাঁৰ কাল an hour.

**ঘণ্টাকৰণ, ঘণ্টাকৰ্ণ** বি এবিধ ফুল a kind of flower and its tree. **ঘণ্টাকৰ্‌বীৰ** বি. এবিধ ফুল a kind of flower and its tree.

**ঘন** বি. মেঘ cloud. বিণ. ডাঠ, ওচৰা-উচৰি, পাতল নোহোৱা thick dense. ক্ৰি. বিণ. **ঘনকৈ** ওচৰা-উচৰিকৈ, ডাঠকৈ closely, thickly. **ঘনাই** ঘনে ঘনে, শীঘ্ৰে often, frequently. বি. **ঘনতা, ঘনত্ব** নিবিড়তা, গাঢ়তা density, দৈৰ্ঘ্য; প্ৰস্থ আৰু বেধৰ ভাৱ volume. **ঘন** তিনিটা সমান অঙ্কৰ পূৰণ ফল। **ঘনঘোৰ** বিণ. মেঘাচ্ছন্ন, জলদগম্ভীৰ, ভীষণ।

**ঘনজুৰী** বি. এবিধ ডাঠ কাপোৰ a kind of coarse wrapper.

**ঘনফল** বি. দীঘ, পথালি আৰু ওখ থকা ক্ষেত্ৰৰ কালি বা ঠাইৰ পৰিমাণ, ঘন পৰিমাণ the area of a cube.

**ঘনমূল** বি যি ৰাশি নিজৰ দ্বাৰা দুবাৰ গুণিত হলে অন্য নিৰ্দ্দিষ্ট ৰাশি উৎপন্ন কৰে cube root, যেনে ৮ৰ ঘনমূল ২।

**ঘনশ্যাম** বিণ. মেঘৰ নিচিনা শ্যাম বা কলা black like cloud, কৃষ্ণ বা ৰাম a name of Krishna or Ram.

**ঘনক্ষেত্র** বি. যি ক্ষেত্ৰৰ দীঘ, পথালি আৰু ওখ সমান a cube.

**ঘনা** সক. ধা. ঘন কৰ, ডাঠ কৰ to thicken.

**ঘনিষ্ঠ** বিণ. নিচেই ওচৰত থকা, বৰ ওচৰা-উচৰি nearest, very close. বি. **ঘনিষ্ঠতা** বৰ ওচৰা-উচৰি হোৱা অৱস্থা বা গুণ close proximity.

**ঘনীভূত** বিণ. ঘন হৈ বা চাপ খাই সৰু হোৱা thickened or condensed into a small mass.

**ঘনে ঘনে** ক্রি. বিণ. বাৰে বাৰে often, repeatedly. **ঘনেপতি, ঘনেপাকে** ক্রি. বিণ. ঘনে ঘনে।

**ঘপৰাই** ক্রি. বিণ. বেগতে, ততালিকে quickly, at cnce. **ঘপ্ কৰে, ঘপহ কৰে** ক্রি. বিণ. ঘপৰাই।

**ঘপৰ, ঘপহ** (অনু. ,শব্দ.) দা-কুঠাৰেৰে কোব মৰাৰ নিচিনা শব্দ।

**ঘপিয়া** সক. ধা. কুঠাৰ বা দাৰে ঘৈয়া, ঘা মাৰ to strike with a cutting instrument.

**ঘমঘণ্ট** বি. হুলস্থূল confusion.

**ঘমা** সক. ধা. ঘাম উলিয়া to cause to perspire.

**ঘৰ** বি. মানুহ থাকিবলৈ বা বস্তু থবলৈ বাঁহ, কাঠ, ইটা, শিল আদিৰে সজা ঠাই, গৃহ a house, a dwelling place, সংসাৰ family life, একে ঘৰতে একেলগে থকা পৰিয়াল a family. **ঘৰ-কৰা** স্বামী-ভাৰ্য্যা স্বৰূপে একে ঘৰতে থাক to live as husband and wife. **ঘৰ-খা** স্বামীৰ ঘৰত থাকিবলৈ মন বহা। **ঘৰ গছক** বিয়াৰ পিছত কন্যাই দৰাৰ ঘৰত প্ৰথম বাৰ ভৰি দে bride-groom's first visit to the bride's house. **ঘৰ-গিৰী** ঘৰ চলাওঁতা a steward, ঘাই ভৃত্য head servant. **ঘৰ-গোনা** সদায় ঘৰত থকা, দেশ-বিদেশ নেদেখা home-sick. **ঘৰচকা ঘৰচৰাই, ঘৰচিৰিকা** মানুহৰ ঘৰত বাহ লোৱা সৰু চৰাই the house sparrow. **ঘৰচীয়া** ঘৰ লোৱা. পোহনীয়া tame, domesticated. **ঘৰ-জোৱাঁই** শহুৰৰ ঘৰত বাস কৰা জোৱাঁই son-in-law residing in father-in-law's house. **ঘৰ নিৰন্তৰে** ঘৰে পতি। **ঘৰপাত** বিয়া কৰাই দে to cause to be married. **ঘৰ বেৰা** অৱৰোধ, শত্ৰু আদিয়ে ঘৰ আগুৰি থকা seige. **ঘৰ ভঙা** ঘৰ নষ্ট কৰা কাৰ্য্য. **ঘৰ ভাগ** ঘৰ নষ্ট হ, ঘৰৰ মানুহ মৰি গৃহস্থালি থান থান হ to be ruined or disordered, as a household. **ঘৰমুৰি** ক্রি. বিণ. ঘৰেপ্ৰতি। **ঘৰমুৱা** ঘৰৰ ফাললৈ যোৱা। **ঘৰ ল** নকৈ সজা ঘৰত প্ৰথমে থাকিবলৈ ল। আনৰ ঘৰক নিজৰ ঘৰবুলি ভাবি থাকিবলৈ ধৰ (বিশেষকৈ জন্তুত খাটে)।

**ঘৰণী, ঘৰিণী** বি. গৃহিণী, ঘৈণী wife.

**ঘৰা** বি. ভাত ৰন্ধা আখা, চৌকা an earthen cooking place, গছ আদিৰ চাৰিওফালে মেৰাই সজা ঘূৰণীয়া বেৰ a ring-fence.

**ঘৰাকাতি, ঘৰামুটি** বি. পৰি ঘূৰা বা মেৰৰ নিচিনাকৈ বাগৰি যোৱা কাৰ্য্য the act of falling down and rolling. **ঘৰামুটি খা** লুটি খাই পৰ, বাগৰ খাই পৰ to fall down and roll. **ঘৰামুটি মাৰ** হেঁচা বা ঠেলা মাৰি বগৰাই পেলা to pitch over.

**ঘৰাঘৰি** ক্রি. বিণ. আপোন আপোন ঘৰলৈ to respective house.

**ঘৰিষণ, ঘৰিষণা** বি. ঘঁহনি friction.

**ঘৰুৱা** বিণ. নিজৰ ঘৰৰ, আপোনাৰ ঘৰত হোৱা belonging to or produced in one's own house or family. বি. **ঘৰুৱালি**।

**ঘৰে ঘৰে, ঘৰেপতি** ক্রি. বিণ প্রত্যেক ঘৰ বা পৰিয়ালত to each house or family. **ঘৰে পৰে** আপোনাৰ ঘৰত আৰু আন ঠাইত in one's own family and out of it, at home and abroad. **ঘৰেবাজে** ঘৰৰ ভিতৰত আৰু বাহিৰত inside and outside of a house.

**ঘৰোৱাহু** বি. গোটেই পৰিয়াল, একে পৰিয়ালত থকা সকলো মানুহ a whole family. বিণ. **ঘৰোৱাহী** গৃহস্থী living in a family state, গৃহস্থালী সম্বন্ধীয় domestic.

**ঘৰ্ ঘৰ, ঘৰ্ঘৰ** ( অনু. শব্দ. ) ঘূৰা চক্রৰ নিচিনা শব্দ an imitative sound used to express that of wheels in motion. অক. ধা. **ঘৰ্ ঘৰা, ঘৰ্ঘৰা**।

**ঘৰঘৰণি, ঘৰ্ঘৰণি** বি. ঘূৰা চক্রৰ শব্দ creaking sound as of wheels in motion.

**ঘৰ্ম্ম** বি. ঘাম, তাপৰ কাৰণে গাৰ পৰা ওলোৱা ৰস sweat, perspiration. **ঘৰ্ম্মাক্ত** বিণ ঘামেৰে তিতা wet with perspiration.

**ঘৰ্ম্মাৰ্ত্ত** বিণ. অতিশয় ঘাম ওলোৱা বাবে যি শ্রান্ত হৈছে।

**ঘৰ্ষণ** বি. ঘহা কাৰ্য্য, পিহন, মাজন friction, the act of rubbing. **ঘৰ্ষিত** বিণ. ঘঁহা, মাৰ্জ্জিত rubbed ground.

**ঘলা** সক. ধা. বেয়ামাত শুনা, গালি পৰা to cause to be abused.

**ঘলো-মলো** বিণ. বন-বাৰী নকৰা অৱস্থাত থকা wasting time uselessly.

**ঘা** বি. আঘাতৰ চিন, ক্ষত a wound, a sore, আঘাত, অস্ত্ৰৰ কোব stroke. **ঘা মাৰ** সক. ধা. অস্ত্ৰেৰে: আঘাত কৰ to strike with a cutting weapon. **ঘা-লাগ** ক্ষত হ to be wounded.

**ঘাই** বি. বনৰীয়া চৰাই ফান্দত পেলাবলৈ শিকোৱা চৰাই a decoy bird, এবিধ পাখীৰ দৈ হবলৈ থোৱা এবিধ মাটিৰ পাত্ৰ an earthen pot to keep milk to turn into curd, পাচি খৰাহি আদিৰ মাজত ডাঙৰ আৰু প্ৰধান কাঠী the central and principal twigs of a basket, লৰি গৈ যি বস্তু বা যি ঠাই পালে জিকা যায় a winning post, a goal, ফুলৰ চানেকি a model.

**ঘাই** বি. প্ৰধান, মুখ্য, মূল, আচল chief, principal. **ঘাইকৈ** ক্রি. বিণ. প্ৰধান ৰূপে, মুখ্য ৰূপে। **ঘাই-মুৰীয়া** বি. প্ৰধান বা মুখিয়াল মানুহ a leader, a headman. বিণ. প্ৰধান, মুখ্য, মুখিয়াল chief, principal.

**ঘাইল** বি. ঘা পোৱা, অস্ত্ৰৰ আঘাত পোৱা wounded.

**ঘাঁট** সক. ধা. মথ, সঞ্চালন কৰ to stir, to agitate, to churn. কৃদ. বি. **ঘাঁটন**। বি. **ঘাটোঁতা**। স্ত্ৰী. **ঘাটোঁতী**।

**ঘাঁত, ঘাত** বি. তাল মৃদং আদিৰে গোৱা গায়নৰ প্ৰতি ভাগৰ অন্তত এটাইবোৰ বাদ্য একেলগে বজাই মৰা সামৰণি, গীত বাদ্যৰ ছেদ a simultaneous striking up of musical instruments.

**ঘাঁহ** বি. কোমল বন, জন্তুৰে খোৱা বন আদি grass, fodder. **ঘাঁহনি** বি. বহুত ঘাঁহ থকা ঠাই a place full of grass. **ঘাঁহী** বি. জন্তুক ঘাঁহ যোগাওঁতা a grass-cutter.

**ঘাউৰা** বি. অমঙ্গল, বিঘিনি ill-luck, misfortune.

**ঘাগৰ, ঘাঘৰ** বি. তিৰোতা বা ল'ৰাক পিন্ধোৱা জুনুকাৰ মালা a girdle of small bells.

**ঘাগৰি** বি. ঘূৰি, কঁকালত জৰীৰে কোঁচ খুৱাই পিন্ধা মেখেলাৰ সদৃশ সাজ, ইয়াক মতা মানুহে ভাৱনাত পিন্ধে frock worn by singers at theatrical performance.

**ঘাগৰি-গাতি** বি. এফালে গাৰ কান্ধৰ ওপৰে দি নি সিফালে কাষলতি বা বাহুৰ তলেদি ওলোমাই মৰা কাপোৰ আদিৰ বান্ধ।·বিণ. **ঘাগৰিগতীয়া**। ক্রি. বিণ. **ঘাগৰি গতীয়াকৈ**।

**ঘাগি** বি. যি বস্তুক আশ্ৰয় কৰি আন বস্তু গোট খায়, আশ্ৰয় a nucleus, a refuge.

**ঘাগী** বি. ঘাই বা প্ৰধান লোক, বহুদৰ্শী লোক a veteran, an experienced man, অনেক ঠাইত ঠেকা খোৱা লোক an inveterate.

**ঘাঞ্চ** ( পু. অ. ) বি. দ্ৰোহ, অপৰাধ।

**ঘাট্** বি. গা ধোৱা, পানী অনা, নাৱত-উঠা-নমা আদি কৰিবলৈ নৈ বা পুখুৰীৰ পাৰত সুবিধা কৰিলোৱা ঠাই

a bathing or landing place on the bank of a river or tank, খোপ a key-hole.

**ঘাট্** অক. ধা. কম হ, তাকৰ হ to be less in measure or quantity, পৰাস্ত হ, হাৰ to be defeated.

**ঘাট** ( পু. অ. ) বি. আঘাত।

**ঘাটন** (পু. অ.) বি. ঘাটি, জগৰ, ত্রুটি drawback, short-coming.

**ঘাট-মাউৰা** বিণ. নিচেই সৰুতে মাক বাপেক মৰি আশ্রয়হীন হোৱা deprived of parents while still a child. স্ত্রী. **ঘাট-মাউৰী**।

**ঘাটি** বি. অপৰাধ, জগৰ fault, offence, মিছা faleshood. বিণ. কম, তাকৰ deficient, less in measure or quantity. **ঘাটি খা** দাই বা জগৰত পৰ, বিপদত পৰ, ব্যৱসায়ত লোকচান হোৱা to get into trouble or difficulty, to have a loss in business.

**ঘাটিমাৰ, ঘাটামাৰ** ( পু. অ. ) অক. ধা. হাত সাৰি যা, ধৰা নপৰাকৈ যা to escape, to dodge.

**ঘাটৈ, ঘাটোৱাল** বি. নাৱেৰে পাৰ কৰোঁতা a ferryman.

**ঘাণ্টি** বি. থপ্‌থপীয়াকৈ সিজোৱা এবিধ আঞ্জা।

**ঘাত** বি. প্রহাৰ, আঘাত stroke. **ঘাতক, ঘাতকী** বধ কৰোঁতা, নষ্ট কৰোঁতা killer, destroyer. স্ত্রী. ঘাতিকা, ঘাতিনী। কৃদ. বি. ঘাতন। **ঘাতী** বি. বধ কৰোঁতা, নাশ কৰোঁতা killer. স্ত্রী. **ঘাতিনী**।

**ঘাতুক** বি. নিষ্ঠুৰ, নিৰ্দ্দয় cruel, hurtful, গুপ্তভাবে বধ কৰোঁতা an assassin.

**ঘানাক-ঘুনুক** বি. অনিশ্চিতৰূপে শুনা slightly rumoured. ক্রি. বিণ. **ঘানাক-ঘুনুককৈ**।

**ঘানী** বি. তেল পেৰা কল বা যন্ত্র an oil-mill.

**ঘাম** বি. তাপৰ কাৰণে গাৰ পৰা ওলোৱা পানী perspiration, heat. অক. ধা. **ঘাম, ঘাম ওলা** তাপৰ কাৰণে গাৰ পানী ওলা to perspire. **ঘামকাল, ঘামকালি** বি. গ্রীষ্মকাল, জহৰ দিন the hot season. **ঘামগাঁড়, ঘামগাঁৰ** ঘামকালি হোৱা এবিধ খহু a kind of boil.

**ঘামচি** বি. ঘামৰ পৰা হোৱা সৰু ফোঁহা prickly heats.

**ঘাৰ** বি. গলধন, ডিঙিৰ পাছফাল the back of the neck. **ঘাৰ-মোচৰ মাৰিব বা দুখ দিবৰ** কাৰণে ডিঙি পকা to twist the neck.

**ঘাৰ মোচৰা** বি. ডিঙি পকাওঁতা, ডিঙি পকাই দুখ দিয়া কাৰ্য্য one

who wrings the neck, act of wringing the neck.

**ঘকুৰা** বিণ. বৰ দুষ্ট, অঘাইত very wicked.

**ঘাল** সক. ধা. অতিশয় ৰূপে গালি পাৰ to revile severely, নাশ কৰ to kill.

**ঘালী** (পু. অ.) বধ কৰোঁতা a destroyer.

**ঘিউ** বি. মাখন পগাই কৰা খোৱা বস্তু clarified butter, মূৰৰ খোলাৰ ভিতৰত থকা ঘিউৰ নিচিনা বগা বস্তু the brain.

**ঘিটৃঘিটনি** বি. বহুত বস্তুৰে পৰস্পৰে ঠেকা-খোৱাৰ পৰা হোৱা শব্দ,অনেক মানুহৰ সঙ্গম the sound of many things striking one and other, an assemblage of many persons. অক. ধা. ঘিটৃঘিটা।

**ঘিটিং** বি. ডাঙৰ গহীন শব্দ a thunderlike sound.

**ঘিটিবা** বিণ. বাঢ়িব নোৱৰা, কটীয়া stunted in growth, dwarfed. অক. ধা. ঘিটিবা লাগ।

**ঘিণ** বি. ঘৃণা, অতিশয় নীচ, অশুচি বা অধম যেন লগা বোধ hate, a sense of loathing or degradation. সক. ধা. ঘিণ কৰা, ঘিণা। বিণ. ঘিণ লগা ঘিণ জন্মোৱা, জঘন্য hateful, loathsome.

**ঘিমক** বি. তিয়ঁহ জাতি এবিধ গুটি আৰু তাৰ লতা a wild fruit of the cucumber family.

**ঘিলা** বি. ঘূৰণীয়া গুটি হোৱা এবিধ বনৰীয়া লতা আৰু তাৰ গুটি, তাৰ গুটিৰে ল'ৰাই ধেমালি কৰে seed of a kind of creeping plant used by children as marbles in play, চক্ৰ, চকৰি a wheel, আঁঠুৰ গাঁঠিৰ আগফালৰ ঘূৰণীয়া হাড়, চৰাইৰ পেটত আহাৰ জীণ কৰা যতন the knee-cap, a bird's crop. ঘিলা খেল ঘিলাৰে কৰা ধেমালি। ঘিলা-পিঠা এবিধ পিঠা a kind of cake. **ঘিলা হাঁহ** এবিধ সৰু বনৰীয়া পানী হাঁহ a species of teal.

**ঘঁকুটিয়া** সক. ধা. খোঁচৰ, আঙুলি বা মাৰিৰে অলপকৈ খোঁচা বা ঠেলা মাৰ shake or stir with a stick or finger thrust into something, কথালৈ মন কৰাবৰ কাৰণে অলপকৈ আঙুলিৰে ঠেলা মাৰ to nudge.

**ঘুকুচা** বিণ. গা কোঁচ খোৱা, কুঁজা হোৱা bowed.

**ঘুগুৰা** বি. কোনো বস্তুত আৰি দিয়া সৰু জুনুকা a small tinkling bell attached to something.

**ঘুগুলা** বি. শস্য বা তৃণ আদি পচি হোৱা চূৰ্ণ corn, straw or any other thing crumbled to dust. বিণ. ভাগি গুৰি হোৱা

reduced to trash, অতি জীৰ্ণ, ক্ষীণ worn out, emaciated.

**ঘুগুলি** বি. এবিধ সৰু মাছ a kind of small fish.

**ঘুগুলী** বিণ. অতি বুঢ়া, অতি জীৰ্ণ decrepit, emaciated.

**ঘুঙুৰ্** বি. উৰ্দ্ধশ্বাস, উদফাই ৰোগ asthma. বিণ. **ঘুঙুৰীয়া** ঘুঙুৰ ৰোগ থকা asthmatic.

**ঘুটুমুটীয়া, ঘুটুমুট কৰে** বিণ. চুটি-চাপৰ কিন্তু গা শকত আৰু তজ্-বজীয়া of short stature but stout and smart.

**ঘুণ** বি. এবিধ। কাঠ বাঁহ বিন্ধি নষ্ট কৰা পোক, গাৰ কোনো অঙ্গৰ অভাব বা দোষ a small destructive insect that bores timber etc., a bodily defect or imperfection, খোল মৃদং আদিৰ ছালৰ ছাওনিত লগোৱা লোৱা-চুৰ গুৰি। ঘুণগুড়ি,ঘূণ-পোকে কাঠ-বাঁহ খাই কৰা ধূলি।

**ঘুণীয়া** বিণ. ঘুণে খোৱা, ঘুণে ধৰা attacked or eaten by *ghun* দোষ যুক্ত, চেকা লগা defective, tainted.

**ঘুনুক ঘানাক** 'ঘানাক ঘুনুক'-চোৱা।

**ঘুনুচা জৰী** বি. কঁকালত বন্ধা বা ডিঙিত পিন্ধা এবিধ সূতাৰ ধুনীয়া জৰী a fancy cord or lace of coloured thread.

**ঘুপ ঘুপীয়া** বিণ. একেবাৰে একোকে নেদেখা, ঘিটমিটিয়া pitchy (said of darkness).

**ঘুপীয়া** বিণ. ভাঁজ লোৱা, বেঁকা winding, curved.

**ঘুপুৰ্** বি. 'ঘুপুহ' চোৱা। **ঘুপুৰাই, ঘুপৰ্ কৰে** ক্রি. বিণ.

**ঘুপুহ** (অনু. শব্দ.) কোনো গধুৰ বস্তু বেগেৰে পৰাৰ নিচিনা শব্দ an imitative sound used to express that of a thing falling heavily. **ঘুপুহাই, ঘুপুহ কৰে** ক্রি. বিণ.

**ঘুম** (অনু. শব্দ.) বৰ হিলৈৰ নিচিনা শব্দ।

**ঘুম মাৰ** অক. ধা. মূৰৰ পৰা ভৰিলৈকে কাপোৰেৰে ঢাক to cover the body from head to foot with cloth.

**ঘুমটি** বি. টোপনি, টোপনি অহাৰ পৰা আকৌ সাৰ পোৱালৈকে থকা নিদ্ৰা sleep. ক্রি. **ঘুমটি মাৰ** এঘুমটি শো to have a nap.

**ঘুমটি-ঘূৰণ** বি. টোপনিতে খোজ কাঢ়ি ফুৰা এটা ৰোগ somnambulism.

ঘুমটীয়া বিণ. ঘুমটি বা টোপনি যোৱা, শুই থকা asleep, sleeping.

ঘুমনি বি. চিন্তাৰ দ্বাৰা বাহিৰৰ জ্ঞান নথকা হোৱা অৱস্থা, গভীৰ চিন্তা the state of being lost in thought.

ঘুমা অক. ধা. শয়ন কৰ, শো to sleep.

ঘুমুৰ, ঘুমুৰোগ বি. উদফাই asthma. বিণ. ঘুমুৰীয়া, ঘুমুৰুগীয়া।

ঘুমে গড়ীয়া বিণ. এলেহুৱা lazy.

ঘুলা বি. ঘূগুলা anything reduced to dust.

ঘুলি বি. নৈৰ দাঁতিৰ দ পানী থকা, বৰ সোঁত নথকা আৰু বতাহে নোপোৱা কুঢ়, ঘোপ an inlet of a river which is used as a place of safety for boats, আশ্ৰয়ৰ ঠাই a shelter, a harbour.

ঘুলি বি. ম'হ, গাহৰি আদি জন্তুৱে লেটি লোৱা খাল a small pool of water in which buffaloes or other animals wallow. অক. ধা. ঘুলি ল বোকাত লেটি ল roll in mud. পাপ কৰ্ম্মত লিপ্ত হ to be addicted to vice.

ঘুষিত কৃদ. বিণ. ঘোষণা কৰা, প্ৰচাৰিত proclaimed, notified.

ঘূঘুয়া বিণ. অলপকৈ তাপ বোধ কৰিব পৰা partially hot.

ঘূৰ্ অক. ধা পাক ল, পকা to turn round, to rotate, আগৰ মুৰ পাছ হ to turn back, পৰিবৰ্ত্তন হ to change. কৃদ. বি. ঘূৰণ ঘূৰা কাৰ্য্য the act of turning. বিণ. পোণ নোহোৱা round about.. বি. ঘূৰণি ঘূৰা কাৰ্য্য act. of revolving, মূৰঘূৰণি বা মূৰ ফুৰণি vertigo. বিণ. ঘূৰণীয়া গোলাকাৰ circular.

ঘূৰঘুৰ, ঘূৰ্ঘুৰ (অনু. শব্দ) সৰু চকৰি ঘূৰাৰ নিচিনা শব্দ an imitative sound used to express that of a small wheel in motion. কৃদ. বিণ. ঘূৰঘূৰণি, ঘূৰ্ঘুৰণি। অক. ধা. ঘূৰ্ঘূৰা।

ঘূৰঘুৰী, ঘূৰ্ঘুৰী বি. সৰু চকৰি a small wheel.

ঘূৰঘুৰী যন্ত্ৰ বি. কপি-কল a pulley.

ঘূৰা সক. ধা. পাক খুৱা, পকা to cause to revolve, লুটি খুৱা, ওলটা to cause to turn back, ওলটাই দে to return. ঘূৰাই আন ওলটাই আন to take or bring back.

**ঘূৰাঘূৰি** বি. অহাযোৱা, ইফাল সিফাল কৰা coming and going back often and often, moving hither and thither.

**ঘূৰি** বি. মেখেলাৰ নিচিনা কিন্তু কঁকালৰ ফালে কোঁচ থকা ভাৱনা আদিত মতাই পিন্ধা এবিধ কাপোৰ, ঘাগৰি a petticoat worn by males on occasions. **ঘূৰি আহ** উলটি আহ, ফিৰি আহ to turn back, to come back. **ঘূৰি ঘূৰি** ক্রি. বিণ. বাৰে বাৰে, পুনঃ পুনঃ again and again. **ঘূৰি পকি** ক্রি. বিণ. অকাই পকাই walking about a good deal. **ঘূৰি ফুৰ** অহা যোৱা কৰি ফুৰ, অকাই পকাই ফুৰ walk hither and thither, go about.

**ঘূৰীয়া** বি. আঁঠুৱাৰ অভাৱত চাৰিওফালে ঘূৰাই আঁঠুৱাৰ নিচিনাকৈ আঁৰি দিয়া কাপোৰ a cloth shaped into a temporary curtain.

**ঘূৰ্ণবায়ু** বি. ঘূৰি ঘূৰি চলা ধুমুহা বতাহ a cyclone, বা'মাৰলী a whirlwind.

**ঘূৰ্ণায়মান** বিণ. চকৰিৰ দৰে ঘূৰোৱা made to revolve, ঘূৰি থকা revolving.

**ঘূৰ্ণিত** কৃদ. বিণ. ঘূৰোৱা turned round.

**ঘূম্মুটিয়া, ঘূম্মুটি খাই ফুৰ** অক. ধা. অকাই পকাই ফুৰ, বাট বা বস্তু বিচাৰি ঘূৰি ফুৰ to move about confusedly to find out the way or some other thing.

**ঘৃণা** বি. ঘিণ, তুচ্ছবোধ hate, hatred. বিণ. **ঘৃণা কৰ** ঘিণ জন্মোৱা, বেয়া লগোৱা hateful, loathsome.

**ঘৃণিত** কৃদ. বিণ. ঘিণ লগা, নিন্দিত hated.

**ঘৃত** বি. ঘিউ clarified butter, *ghee*. **ঘৃতকুমাৰী** চাল-কুৱঁৰী the aloe. **ঘৃতাহুতি** ঘিউৰে দিয়া আহুতি act of pouring *ghee* into a sacrificial fire, অতিশয় খঙাম্বিত very angry.

**ঘেঁও** বি. যঁতৰত সূতা কাটোঁতে এবাৰত যিমান খিনি সূতা ওলায় an arm's length of thread in spinning.

**ঘেউ ঘেউ** (অনু. শব্দ.) কুকুৰে ভুকাৰ নিচিনা শব্দ an imitative sound to express that of the barking of a dog.

**ঘেং কৰি উঠ** বৰ খঙেৰে ভেকাহি মাৰি দি to utter loud angry words. **ঘেং কৰি** শব্দ কৰি

suddenly uttering an angry sound.

**ঘেঁকেটাল** সক. ধা. কোনো কথা খুচৰি খুচৰি ঘনে ঘনে সোধ, কোনো মাৰি বা আঙুলি সুমাই লৰা to ask about some thing repeatedly, to stir up with a stick etc.

**ঘেঁকেটীয়া** বি. কৰিবলৈ টান, খোঁচৰ difficult to do.

**ঘেঁচুলি** বি. এবিধ বনৰীয়া আলু আৰু তাৰ গছ a kind of root and its plant.

**ঘেঁতা** অক. ধা. বহুত লাভ কৰ, বাঞ্ছনীয় কথা সিদ্ধি কৰ to make a great profit. বি. ঘাত a flourish of musical instruments.

**ঘেঁহনি** বি. মৰিবৰ সময়ত কফে ধৰাত ডিঙিৰ পৰা হোৱা শব্দ the death rattle. অক. ধা. খেৰো গেৰো কৰ to be undecided.

**ঘেঁহু** বি. আটা-গুৰি কৰা শস্য wheat, ইকৰাৰ থোৰ।

**ঘেকেচ** বি. ইচ্ছা নকৰাকৈ অকস্মাৎ কৰা অলপ দাই বা জগৰ a slight unintentional fault.

**ঘেকেটা** বিণ. ঘিণ লগা, অপৰিষ্কাৰ hateful, unclean. **ঘেকেটা খোৱা** বিণ. বাৰে বাৰে অপমান পাই নিলাজ হোৱা deprived of the sense of self-respect by being frequently subjected to insults.

**ঘেকেৰ** (অনু. শব্দ.) দাৰে কোব মৰাৰ নিচিনা শব্দ an imitative sound used to express that of striking with a *da*. ক্রি. বিণ. ঘেকেৰ কৰে, ঘেকেৰাই।

**ঘেঙা** অক. ধা. খুজি খুজি আমনি কৰ, কুতুৰ to beg repeatedly in a pitiful and vexing tone, কুকুৰৰ দৰে গোজৰ to snarl as a dog. বি. ঘেঙনি গেঙেৰি, কুকুৰৰ গোঁজৰণি the growl of a dog, বাৰে বাৰে খোজা কাৰ্য্য।

**ঘেটেলা** বিণ. মলিযুক্ত, লেতেৰা dirty.

**ঘেতা** বি. ঘাত, গীতবাদ্যৰ একো অংশৰ পাছত বজোৱা বাদ্য musical flourish made at the end of each part of a musical performance. অক. ধা. **ঘেতা মাৰ**, বাজনাৰ ছেও মাৰ, অন্ত কৰ বা হ to mark the end of a part of a song by a flourish of musical instruments, close.

**ঘেৰ** বি. বেৰ, পৰিধি, চাৰিও ফালৰ জোখ width of circumference of a thing. অক. ধা. বেৰ, আগুৰ, বেষ্টন কৰ, to surround, to encircle.

**ঘেৰ্ঘেৰ** বি. কফে ধৰা ডিঙিৰ পৰা ওলোৱা শব্দ an imitative word used to express the sound of breath catching in the throat. কৃদ. বি. ঘেৰ্ঘেৰণি। অক. ধা. ঘেৰ্ঘেৰা। বিণ. ঘেৰ্ঘেৰীয়া।

**ঘেলা** সক. ধা. আনন্দ আৰু ফিতাহিৰে ব্যৱহাৰ কৰ to use pompously. কাম কাজ নকৰি ধেমালি কৰি ঘূৰি ফুৰ to move about gaily, জিৰণি ল to enjoy rest.

**ঘেলেং ঘেটেং** বি. জুলীয়া বস্তু পাত্ৰৰ ভিতৰত লৰিলে বা জোকাৰিলে হোৱাৰ নিচিনা শব্দ, অস্থিৰ অৱস্থা।

**ঘৈণী** বি. গৃহিণী, পত্নী a wife, ঘৰ বাৰীৰ অধিকাৰিণী the mistress of a house.

**ঘৈয়া** সক. ধা. ঘা মাৰ, কটা অস্ত্ৰেৰে কোব মাৰ বা প্ৰহাৰ কৰ to strike with a cutting weapon. **ঘৈয়াল** বিণ. ৰবকৈ ঘা লগোৱা, চোকা sharp, fierce.

**ঘোঁক** সক. ধা. আঙুলি বা জোঙা বস্তুৰে কৰি বাহিৰলৈ আন to gauge out, to scoop.

**ঘোঁকট** সক. ধা. কোনো বস্তুৰ ভিতৰলৈ মাৰি আদি সুমাই ভাত থকা বস্তু লৰা বা খোচ to stir or shake with a stick, thrust into anything. বি. সহজে ঢুকি নোপোৱা ঠাই a place not easily accessible. বিণ. সহজে পাবলৈ, কৰিবলৈ বা বুজিবলৈ টান difficult to get or do or understand.

**ঘোঁকট-পাকট** বি. অসুবিধা, জঞ্জাল inconvenience, difficulty.

**ঘোঁকা** বি. কোনো দমাই বা গোটাই থোৱা বস্তুৰ পৰা থাপ মাৰি নিয়া এমুঠি a handful taken out of a heap or large quantity of things. ঘোঁকাঘোঁকে ক্ৰি. বিণ. খামোচা-খামোচ handful by handful. ক্ৰি. ঘোঁকামাৰ।

**ঘোঁকাজালি** বি. চল পাই অধিককৈ নিয়া কাৰ্য্য the act of taking in large quantities.

**ঘোঁকোটা, ঘোঁকটা** বি. আঙুলি বা মাৰিৰে মৰা বা ঠেলা বা খুন্দা a thrush made with a finger or stick. ক্ৰি. ঘোঁকোটামাৰ।

**ঘোঁট** সক. ধা. মাৰি ঘূৰাই পিহ, মিহলা বা মথ to mix by stirring or agitating with a stick.

**ঘোঁটনা** বি. বস্তু ঘোঁটা পাত্ৰ a bowl or vessel in which anything is mixed by stirring.

**ঘোঁটনী** বি. ঘোঁটামাৰি a stick with which anything is mixed by stirring.

**ঘোঁটা** বি. গাখীৰ চেনিৰ লগত ভাং ঘুটি কৰা এবিধ জুলীয়া মাদক বস্তু an intoxicating drink made

by mixing *ganja*, sugar and milk together.

**ঘোঁৰদৌৰ** বি. ঘোঁৰা মেলোৱা খেল a horse-race.

**ঘোঁৰা** বি. অশ্ব, ঘোটক a horse, a pony. স্ত্রী. ঘুঁৰী। হিলৈৰ টুপী ফুটোৱা হাতুৰী। The hammer of a gun.

**ঘোঁৰা চোৱা** বি. ঘোঁৰা ৰখীয়া, ঘোঁৰাৰ কাম কৰোঁতা a groom, man who has the charge of a horse.

**ঘোঁৰানিম** বি. এবিধ নিমগছ the Persian Lilac or Bead tree.

**ঘোঁৰা-বাগৰ** বি. নিচেই অলপ সময় চাৰি পাটিত পৰি জিৰণি লোৱা কাৰ্য্য a short rest taken by lying down.

**ঘোঁৰা-শলখা** বি. ডিঙি উখহি উশাহ লব নোৱৰাকৈ শাল মাৰি ধৰা বেমাৰ anthrax.

**ঘোঁৰা-শাল** বি. ঘোঁৰা ঘৰ a horse-stable.

**ঘোঁকোচ** বি. 'ঘেকেচ' চোৱা।

**ঘোঁকোৰ** বি. মানুহে কাহিলে হোৱাৰ নিচিনা শব্দ a sound of a cough.

**ঘোঙ, ঘোং** বি. বাঘ জাতিৰ এবিধ জন্তু the black leopard.

**ঘোগোলা** বি. ভগা, ফটা, জীৰ্ণ broken, torn, worn out.

**ঘোচা** বি. মুকুটি, মুঠিৰে মুখত কৰা আঘাত a blow with clenched fist on the face, খং, ৰাগ anger.

**ঘোচাম গাঁঠি** মেলিব নোৱৰা বান্ধ an intricate knot.

**ঘোটক** বি. ঘোঁৰা a horse.

**ঘোট্‌ঘোট্‌** (অনু. শব্দ.) লৰা-লৰিকৈ পানী খাওঁতে হোৱাৰ নিচিনা শব্দ an imitative sound like that of somebody drink-king water hastilly.

**ঘোট, ঘোটা** বি. ঢোক, ঢোকা a draught of liquid.

**ঘোদা** বিণ. বোকা বা মাটি মিহলি muddy, dirty.

**ঘোদাল** সক. ধা. ঘাঁটি বোকা কৰ to make muddy by stir-ring.

**ঘোপ** বি. চাৰিওফালে ঢকা সৰু এন্ধাৰ ঠাই a small dark place, নৈৰ ঘুলি a harbour. **ঘোপ মাৰ** চাৰিওফালৰ পৰা বেৰি এন্ধাৰ কৰ cover with daikness. **ঘোপ মৰা** বিণ. বৰ এন্ধাৰ gloomy.

**ঘোপা** বিণ. দ কৈ বহা, তললৈ সোমোৱা sunken, পৰ্ব্বতৰ গহ্বৰ a cave in a hill. **ঘোপা কৰ** খঙেৰে বা দেখা শক্তি বঢ়াবলৈ কোঁচাই সৰু কৰ to contract as the eye with anger or to increase the power of vision. ক্রি. বিণ. ঘোপাকৈ।

**ঘোপা চকুৰা** বিণ. দকৈ বহা চকুৰে sunken eyed.

**ঘোপলা-ঘুপলি** বিণ. ওখ চাপৰ কৰি কটা unevenly cropped as one's hair.

**ঘোৰ** বি. ভয় লগা, ভয়ঙ্কৰ, ভয়ানক frightful, প্ৰবল, গুৰু, অতিশয় excessive, grave.

**ঘোৰ্** বি. ভাঁজ, মেচ a curve. a bend. ঘোৰ খা, ঘোৰ ল অক. ধা. বেঁকা হ, ভাঁজ ল to bend, মন ওলটা to change one's mind.

**ঘোৰতৰ** বিণ. বৰ ভয়ানক, বৰ প্ৰবল exceedingly frightful, very intense.

**ঘোৰা** সক. ধা. ভাঁজ লগা, ভিৰা to bend, আগৰ মত এৰুৱাই আন মতলৈ আন to convert to a new opinion.

**ঘোৰ্ঘোৰ** ( অনু. শব্দ. ) টোপনিত নাকৰ পৰা হোৱাৰ নিচিনা শব্দ an imitative word used to express the sound of snoring or of a cat purring. অক. ধা. ঘোৰ-ঘোৰা। বি. ঘোৰ্ঘোৰণি।

**ঘোল** সক. ধা. খঁচি বা সানি বোকাৰ নিচিনা বা লেউলেৱা কৰ to make muddy by agitating or stirring, সমূলি নষ্ট কৰ, বিচাৰি বিচাৰি মাৰ to devastate, to desolate. বি. পাতল বোকাৰ দৰে লেউলেৱা বস্তু, মাখন তুলি পানীৰে সৈতে পাতলকৈ গুলা দৈ something of the consistency of thin mud.

**ঘোলা** বিণ. ঘোলৰ নিচিনা, বোকা-যুক্ত muddy as liquid, rotten as eggs.

**ঘোলঘূলীয়া** বিণ. গেলগেলীয়া, বৰকৈ পকি গলিয়ন হোৱা over-ripe.

**ঘোলনী** বি. জন্তুক আহাৰ-পানী দিয়া নাৱৰ নিচিনা কাঠৰ পাত্ৰ a manger.

**ঘোলা** বি. বোকা বা মলিযুক্ত muddy, dirty, গেলা, কুহুম গেলা rotten or addled.

**ঘোষ** সক. ধা. উচ্চ শব্দেৰে প্ৰকাশ কৰ to proclaim, to sing or chant. বি. শব্দ, ধ্বনি sound.

**ঘোষক** বি. জাননী দিওঁতা, প্ৰচাৰক public crier, a proclaimer.

**ঘোষণা** বি. জাননী, সৰ্ব্বত্ৰ প্ৰচাৰ, ইস্তাহাৰ a notice, proclamation, declaration.

**ঘোষা** বি. ওজাই লগাই দিয়াৰ পাছত পালী বিলাকে একেলগে গোৱা গীত বা পদ্য the part of a song or verse in which the company joins the singer or chanter, a chorus, মাধৱদেৱে লিখা এখন মহাপুৰুষীয়া ধৰ্ম্মপুথিৰ

নাম a name of a religious book written by Madhabdev.

ঘো ঘো কৰে ক্রি. বিণ. বেগেৰে সোঁতৰ দৰে in a rapid current.

ঘো-ঘোৱা অক. ধা. ঘো ঘো কৰে বা বেগেৰে সোঁত বৈ ওলা বা ব to flow in a stream.

ঘ্রাণ বি. গোন্ধ, গন্ধ smell.

ঘ্রাণেন্দ্রিয় বি. গোন্ধ লোৱা অঙ্গ, নাক the organ of smell, the nose.

ঘ্রাত বিণ. যাক শোঙা হৈছে, যাৰ গোন্ধ লোৱা হৈছে that which is smelt.

## চ

চ ব্যঞ্জন বর্ণৰ ষষ্ঠ আখৰ the sixth letter of the consonants.

চ বি. এবিধ গছ a kind of tree.

চং বি. খোপা বান্ধিবৰ নিমিত্তে ছিগা চুলিৰ মুঠা false hair, ভাৱনাৰ মাজত দর্শকৰ আনন্দ বঢ়াবৰ কাৰণে ফুচুৰি ভাও দিয়া কার্য্য, প্রহসন a farce, a ridiculous or empty show.

চঁক বি. অকস্মাৎ পোৱা ভয়, উচাপ sudden terror, fright. অক. ধা. অকস্মাৎ ভয় পা, উচাপ খা to be frightened.

চঁক্ খা অকস্মাৎ ভয় পা to be suddenly frightened. চঁক্ খৰ ভয় পাই শিৰ মূৰ থিয় কৰ to start and raise up head from fear সক. ধা. চঁক্ খুৱা অকস্মাৎ ভয় খুৱা to frighten.

চঁচা সক. ধা. আনক চাঁচিবলৈ দে to cause to be smoothed. বিণ. অস্ত্রেৰে চাঁচি পৰিষ্কাৰ কৰা made smooth by scraping.

চঁছ বিণ. নিমজ, মিহি smooth, উকা plain.

চঁছালি বি. বেৰ আদি দিবলৈ বাঁহ ফালি কৰা সঁজুলি long strips of bamboo strung together to use as a wall, covering etc.

চঁড়াল, চঁৰাল বি. হিন্দুৰ এটা নীহ জাতি a low caste of Hindus.

চঁপা বি. এবিধ সুগন্ধি ফুল a kind of fragrant flower.

চঁহা বি. কোনো বস্তুৰ গাৰ পৰা এৰাই পৰা চলি বা পাতল খণ্ড a thin piece flaking off. অক. ধা. চঁহা মেল, চঁহা খা।

চক্ বি. গোটা গাৰুৰ দুই মূৰে লগোৱা ঘূৰণীয়া আৰু ফুল বচা তলা the embroidered end of round pillow, সাঁফৰ থকা ঘূৰণীয়া পাছি বিশেষ a basket with a lid.

চক বি. টকা বা মোনৰ চাৰি ভাগৰ এভাগ বুজোৱা চিন, চাৰি অনা বা দহসেৰ বুজোৱা অঙ্ক the figure

denoting one-fourth of a rupee or a maund.

**চক** বি. চাৰিচুকীয়া ঠাই a square, চাৰিওফালে ঘৰ থকা চাৰি চুকীয়া a square space surrounded by houses. যেনে—**চক বজাৰ**।

**চক্‌চকীয়া** বিণ. উজ্জ্বল, জিলিকা glittering, glossy, সোৱাদ, ৰসাল pleasing to the palate.

**চক্‌চৰা** বি. দাঁতিত বাওৰে বন্ধা ঘূৰণীয়া বহা চাৰি a round sitting mat. **চক্‌ভৰ** বি. ধাতুৰ পাত্ৰ আদিত ঘূৰণীয়া সাঁচ কটা তীখাৰ যতন a rude form of brace and bits for engraving on metals.

**চক্‌মক্** বি. ওলায়েই বেগেতে মাৰ যোৱা, দীপ্তি, অকস্মাৎ ওলাই আকৌ নাইকিয়া হোৱা পোহৰ a flash of light, জিলিকনি glitter, lustre. বি. **চকমকনি**। অক. ধা. **চক্‌মকা** অকস্মাৎ পোহৰ হৈ নাইকিয়া হোৱা, জিলিক to flash, to glitter. বিণ. **চক্‌মকীয়া**। ক্রি. বিণ. **চক্‌মক্ কৰে** পোহৰ হৈয়েই বেগেতে মাৰ গৈ, অকস্মাৎ সাৰ পাই in quick flashes, awaking suddenly.

**চকৰ্** বি. গাত থকা ঘূৰণীয়া সাঁচ বা চিন a round mark or spot, বজাৰ আগত নিয়া এবিধ দীঘল নাললগোৱা কাপোৰৰ আবোৱান a circular screen in a long handle carried before the *Ahom Rajas* as a sign of royalty.

**চকৰা** বি. মতা পখিলা a male silk moth. স্ত্রী **চকৰী**।

**চকৰি** বি. কোনো বস্তু ঘূৰিবৰ নিমিত্তে লগোৱা সৰু চকা a wheel, গাত থকা সৰু ঘূৰীয়া সাঁচ, চকৰ a round spot on the body.

**চকৰি ফেঁটী** বি. ফেঁতত চকা থকা এবিধ ফেঁটী সাপ *cobra de capello.*

**চকলং** বি. আহোম প্ৰথা অনুসৰি তেওঁলোকৰ বিয়াৰ অনুষ্ঠান the ceremony of final union in marriage by the *Ahoms.*

**চকল্ চকলা** বি. চেপেটাকৈ কটা খণ্ড a slice.

**চকলা-চকল** বি. অনেক পাতল খণ্ড কৰা divided into many slices.

**চকলা-টেঙা** বি. নিমু টেঙাতকৈ অলপ ডাঙৰ এবিধ টেঙা a kind of acid fruit.

**চকলিয়া** ক্রি. চকলা-চকল কৰ, পাতলকৈ ডোখৰ ডোখৰ কৰ to slice. **চকলীয়া** বিণ. চেপেটা আৰু ঘূৰণীয়া আকাৰৰ round and flat.

**চকা** বি. পদুমৰ গুটিৰ আধাৰ the seed vessel of the lotus,

আঙঠিৰ বাখৰ পতা ঠাই the part of a ring where the stone is set.

**চকা** সক. ধা. সোৱাদ লোৱা to cause to taste.

**চকা** যা কোনো পাত্রৰ বিশেষকৈ মাটিৰ পাত্ৰৰ গাৰ পৰা জুইৰ তাপ পাই পাতল ঘূৰণীয়া এচকলা এৰাই পৰ falling off of a thin layer from the surface.

**চকাছন্দা** বিণ. অলপ পোহৰ থকা faintly lighted or shining, সমানে নিজিলিকা not uniformly bright or painted. বি. অলপ পোহৰ, অস্পষ্ট দীপ্তি dusk, twilight. ক্রি. বিণ. চকা ছন্দাকৈ।

**চকামকা** বি. খন্তেক থাকি মাৰ যোৱা পোহৰ a temporary flash of light, অস্পষ্ট পোহৰ twilight. ক্রি. বিণ. চকামকাকৈ।

**চকাৰ বকাৰ** বি. কোনো কথাৰ ভংস্থত্র the smallest particle of information or knowledge.

**চকিত** বিণ. চমকিত, ত্ৰস্ত startled.

**চকী** বি. চাৰিটা খুৰা থকা বহা আসন a chair, a stool, ৰজাৰ নগৰ বা গড়ৰ পৰ দিয়া ঠাই a place where a guard is placed.

**চকীদাৰ, চৌকীদাৰ** বি. পৰ দিয়া মানুহ a guard.

**চকীয়াল** বি. পৰীয়া, চকীদাৰ a guard, a sentry.

**চকু** বি চক্ষু, নেত্ৰ, শৰীৰৰ যি অঙ্গেৰে দেখা যায় the eye, বাঁহ আদিৰ আখি the knot caused by the outgrowth of a branch, খহু, ফোঁহা আদিৰ মাজত থকা গুটিৰ নিচিনা বস্তু the central core of a boil, গুটিৰ কণ the germ of a seed. **চকু-গজ** বুজন হ, ভাল বেয়া বুজিব পৰা হ to grow up, to be able to understand what is right and what is wrong. **চকু চৰহা** বি. মানুহৰ চকুত সোমাই কষ্ট দিয়া এবিধ সৰু পোক a small insect which gets into the eyes. বিণ. পৰৰ ভাল সহ্য কৰিব নোৱৰা, পৰশ্ৰীকাতৰ, চকু পোৰা envious. **চকুৰ পচাৰতে** ততালিকে নিমিষতে instantly, in the twinkling of an eye. **চকু চিপ** অলপ টোপনি আহ to doze. **চকুজুৰা** চাই সন্তোষ লাভ কৰা to please with eye. **চকু টোকা** পৰশ্ৰীকাতৰ envious. **চকুত ধৰ** জিলমিল কৰা to dazzle. **চকুত পৰ** দৃষ্টিগোচৰ হ to appear. **চকু দি** পাবৰ ইচ্ছাৰে চা, বৰকৈ মন লগা to be attracted. **চকু নমা** চকু উখহা আৰু ৰঙা হোৱা ৰোগ ophthalmia. **চকু পকা** খং ভাব দেখা to frown. **চকু পোৰ** আনৰ ভাল দেখি বেয়া পা to be envious. **চকু পোৰা**

খিয়লীয়া envious. **চকু ফুৰা** ওপৰে ওপৰে চা to glance. **চকুত বালি মাৰ** ফাঁকি দে, প্ৰবঞ্চনা কৰ to deceive, to cheat. **চকু মুদ** চকু জপা to close the eyes, মৃত্যু হ to die. **চকু-মুদা কুলি** ফাঁকি দি খোৱা মানুহ deceiver. **চকু মেলি চা** কোনো মানুহৰ ফালে শুভ দৃষ্টি কৰ, অনুগ্ৰহ কৰ to pity, the favour. **চকুৰ কুটা** অপ্ৰিয় বস্তু an eyesore. **চকু ৰাখ** সাৱধান ল to take care, দেখি থাক to keep an eye on.

**চকুৰোৱা, চকু লগা, চকুত লগা** শুৱনি attractive.

**চকুৰা** বিণ. আখি থকা knotted.

**চকোৰ** বি. জ্যোৎস্না পান কৰি তৃপ্ত হোৱা এবিধ চৰাই greek partridge. স্ত্ৰী. **চকোৰী**।

**চকোৱা** বি. বাৰীৰ চাৰিওফালে দিয়া বেৰ, টাটি a fence raised around a compound. **চকোৱা বৰা** বি. এবিধ ধান ইয়াৰ প্ৰায়ে কোমল চাউল খোৱা হয় a kind of paddy.

**চকোৱা** ( পু. অ. ) চকিয়াল, পৰিয়া a guard, a sentry.

**চক্ৰ** বি. ৰথৰ ঘিলা, ঘূৰণীয়া চকৰিৰ আকাৰৰ বস্তু a wheel of a chariot, a cycle, কুমাৰৰ চাক a potter's wheel, দাঁতিত ধাৰ থকা এবিধ অস্ত্ৰ a circular missile weapon, ৰাশি চক্ৰ zodiac, দেশৰ এক খণ্ড a division of a country, বঞ্চনা, চক্ৰান্ত fraudulence, machination. **চক্ৰগতি** ঘূৰি ঘূৰি কৰা গমন revolving motion. **চক্ৰধৰ** বিষ্ণু। **চক্ৰপাণি** বিষ্ণু। **চক্ৰবৰ্ত্তী** বহু দেশৰ ওপৰৰ ৰজা, অধিৰাজ an emperor, ব্ৰাহ্মণৰ উপাধি বিশেষ। **চক্ৰবাক** চাকৈ চকোৱা the ruddy sheldrake. স্ত্ৰী. **চক্ৰবাকী**। **চক্ৰবাত** বি. ঘূৰা বতাহ, বা-মাৰলি whirl-wind, তৃণাবৰ্ত্ত the name of a demon.

**চক্ৰবাল** বি. দিগন্ত, আকাশ আৰু পৃথিবী লগালগি হোৱা যেন দেখা চাৰিওফালৰ ঘূৰণীয়া সীমা বা ৰেখাটো the horizon.

**চক্ৰবৃদ্ধি** বি. সুতৰ সুত compound interest.

**চক্ৰবেষ্ট, চক্ৰব্যূহ** বি. যুদ্ধত ঘূৰণীয়াকৈ শাৰী কৰি ৰখা সৈন্য সমূহ a circular army of troops.

**চক্ৰাকাৰ, চক্ৰাকৃতি** বিণ. চক্ৰৰ আকাৰৰ, ঘূৰণীয়া, মণ্ডলাকাৰ circular, ঘূৰণি লগা reeling. ক্ৰি. বিণ. **চক্ৰাকাৰে** ঘূৰি ঘূৰি reeling.

**চক্ৰান্ত** বি. কূট কৌশল, ষড়যন্ত্ৰ intrigue, plot.

**চক্ৰী** বি. চক্ৰধাৰী বিষ্ণু *Bishnu*, চকৰি ফেঁটী সাপ *cobra de capello*, চক্ৰান্তকাৰী, খল, কুটিল, দুষ্ট crafty.

schemirg, designing, intriguing.

**চখ** বি. আমোদ pleasure.

**চগা** বি. এন্ধাৰ ৰাতি উৰি আহি জুইত পৰা এবিধ সৰু পোক a kind of small-winged insect.

**চগাপৰ** অকস্মাৎ আহি লোকৰ ভাগ ল to come suddenly and unexpectedly and take a share of another's thing.

**চঙীন** বি. বন্দুকৰ আগত থকা তৰোৱাল a bayonet.

**চচমা** বি. দীপ চকু spectacles.

**চচ্‌ৰা** বি. শুকান জিকা বা ভোলৰ ভিতৰত থকা জালখন।

**চজিনা, সজিনা** বি. দীঘল ছেঁই ধৰা এবিধ গছ the horse-raddish.

**চঞ্চনীয়া, চন্‌চনীয়া** বিণ. চনকা, বেগেতে ভগা, মুৰমুৰীয়া easily broken, brittle.

**চঞ্চৰ** ( পু. অ. ) বিণ. চঞ্চল।

**চঞ্চৰিক** বি. ভোমোৰা the black bee.

**চঞ্চল** বিণ. লৰি থকা moving, অস্থিৰ restless, পৰিবৰ্ত্তনশীল changeable. স্ত্ৰী. **চঞ্চলা**। বি. **চঞ্চলতা**।

**চঞ্চু, চঞ্চু** বি. চৰাইৰ ঠোঁট a beak.

**চঙ্গাপ** বি. চোলা আদিৰ দাঁতিত লগাই দিয়া কাপোৰ a strip of cloth tacked to the outer part of a garment.

**চট্** বি. মৰা পাটেৰে কৰা এবিধ বৰ চৰীয়া কাপোৰ, ইয়াৰে থৈলা আদি কৰা হয় a kind of coarse cloth made from jute, sackcloth.

**চট্** বি. অলপ পানীত তল গৈ থকা বালি sand under shallow water.

**চটক** বি. ঘৰ-চিৰিকা a sparrow, চকমকনি।

**চটক** সক. ধা. গচক, গৰক to trample.

**চট্‌চট্** ( অনু. শব্দ. ) বি. চেপেটা পাতল বস্তুৰে আঘাত কৰিলে হোৱাৰ নিচিনা শব্দ an imitative sound like that produced by striking with a thin flat thing. বি. **চট্‌চটনি**। অক. ধা. **চট্‌চটা, চট্‌চটাই ফুৰ** অস্থিৰ হৈ ফুৰ to move about restlessly. **চট্‌চটীয়া** বিণ. কথকী আৰু চট্‌ফটীয়া brisk and talkative.

**চটপ্, চটপ্** বি. চেপেটা বস্তুৰে কোবালে উঠা শব্দ sound of striking with a flat thing.

**চটা** (উপ. শব্দ.) দীঘল সজীয়া চেপেটা বস্তু বুজাবলৈ সংজ্ঞা শব্দৰ পাছত ব্যৱহৃত শব্দ যেনে পাট-চটা a parti-

cle used after a noun to denote a long flat thing. বি. দীঘল চেপেটা বস্তু, সৰু আৰু ভাল বস্তু বুজাবলৈ চটি হয়।

**চটাই-ঢৰা** বি. বাঁহৰ কাঠীৰে বোৱা ওপৰত পাটি নলগোৱা আসন a sitting mat.

**চটাচট** বিণ. বেলেগ বেলেগ separate. ক্রি. বি. **চটাচটকৈ, চটাচটে**।

**চটি, চটি-জোতা** বি. গোৰোহাৰ ফালে ঢাকনী নথকা এবিধ জোতা slipper.

**চটি** ( পু. অ. ) বি. গপ।

**চটিয়া** অক. ধা. উচট to be incited.

**চটীয়া** বিণ. চেপেটা দীঘল long and flat.

**চটচটা** অক. ধা. পাতল চেপেটা বস্তুৰে আঘাত কৰাৰ বা জুইত খৰি ফুটাৰ দৰে শব্দ to make a flapping or cracking sound.

**চট্‌ফট্‌** বি. ধৰফৰ, গাৰ বা মনৰ দুখত অস্থিৰ হোৱা অৱস্থা struggling in agony of mind or body. অক. ধা. **চটফটা**। বি. **চটফটনি**।

**চট্‌ফটীয়া** বিণ. চঞ্চল brisk.

**চটুৱা** সক. ধা. চাটুকৰ, ফুচুলা, মিছা প্রশংসা বা উৎসাহৰ দ্বাৰা মন ভুলা to induce or make agreeable by flattery.

**চঠা-দিনা** বি. আজিৰ আগৰ বা পাছৰ চতুর্থ দিন the day previous to that before yesterday or the day after that following tomorrow.

**চড়** (পু. অ. ) অক. ধা. কোনো বস্তুৰ ওপৰত উঠ to mount, বেছি হ, বাঢ় to increase.

**চড়া** (পু. অক.) সক. ধা. ওপৰত পিন্ধ বা ল to put on, অতিক্রম কৰ, পাৰ হ to pass over.

**চণ্ড** বিণ. বৰ খঙাল, অলপতে খং উঠা, অলপতে বুদ্ধি ভ্রম হোৱা, উগ্র, মাৰাত্মক furious, passionate, crazy.

**চণ্ডা** বি. মুখৰা, মুখ চোকা দন্দুৰী তিৰোতা a foul-mouthed woman, a shrew.

**চণ্ডী** বি. দুর্গাৰ এটা নাম, যাইকৈ মহিষাসুৰক মাৰিবলৈ তেওঁ যি ৰূপ ধৰিছিল, সেই ৰূপৰ নাম; মার্কণ্ডেয় পুৰাণৰ যি ভাগত সেই যুদ্ধৰ বর্ণনা আছে সেই ভাগৰ নাম, খঙাল তিৰোতা the goddess Durga, specially the form she assumed in order for her to kill the Asura called Mahisha, a furious woman.

**চণ্ডী-মণ্ডপ** বি. দেৱীৰ পূজাঘৰ।

**চ'ত** বি. বছৰৰ শেষ মাহ the last month of the Hindu year.

**চত** বি. তলতীয়া অৱস্থা, অধীনতা subordination. বিণ. অধীন, তলতীয়া subordinate.

**চতবতনি** বি. অস্থিৰতা unsteadiness. অক. ধা. **চত্‌বতা**। বিণ. **চতবতীয়া**।

**চতি** বি. ঘৰৰ খুঁটাৰ কানত পথালিকৈ দিয়া কাঠ বা বাঁহ a beam, a support of a roof.

**চতিয়না** বি. বৰ ঔষ ডাঙৰ এবিধ আও কাঠী গছ a kind of tree.

**চতুঃ** বি. চাৰি four.

**চতুৰ** বিণ. নিপুণ, পাৰগ, বুধিয়ক clever, cunning, skilful, sharp. স্ত্রী. **চতুৰী**। বি. **চতুৰতা, চতুৰালি, চাতুৰী**।

**চতুৰঙ্গ** বিণ. হাতী, ঘোঁৰা, ৰথ আৰু পদাতি এই চাৰিটা অঙ্গ বা ভাগ থকা consisting of chariots, cavarly, elephants and infantry.

**চতুৰস্র** বিণ. চাৰি চুকীয়া square. having four corners.

**চতুৰানন** বি. ব্রহ্মা a name of Brahma.

**চতুৰাশ্রম** ব্রহ্মচর্য্য, গার্হস্থ্য, বাণপ্রস্থ, সন্ন্যাস।

**চতুর্গুণ** বি. চাৰি গুণ four times.

**চতুর্থ** বিণ. চাৰি সংখ্যা পূৰ কৰা, তিনিৰ পাছৰটো the fourth.

**চতুর্থা** বি. মৃতকৰ উদ্দেশ্যে মৰাৰ চাৰি দিনৰ দিনা কৰা কাৰ্য্য the ceremony performed on the fourth day after death.

**চতুর্থাংশ** চাৰি ভাগৰ এভাগ one-fourth. **চতুর্থী** বি. আঁউসী বা পূৰ্ণিমাৰ পাছৰ চতুৰ্থ দিনৰ তিথি the fourth day of the lunar month.

**চতুর্দ্দশ** বি. চৈধ্য, চৈধ্য সংখ্যা পূৰক fourteen, the fourteenth. স্ত্রী. **চতুর্দ্দশী** আঁউসী বা পূৰ্ণিমাৰ আগদিন the fourteenth day of lunar month.

**চতুর্দ্দিশ** বি. চাৰিওদিশ বা ফাল the four cardinal points of the compass. ক্রি. বিণ. **চতুর্দ্দিশে** চাৰিওফালে all around.

**চতুর্দ্দোল** বি. চাৰিজনে কান্ধত নিয়া দোলা a litter borne by four men.

**চতুর্ভিতি** (পু. অ.) বি. চাৰিওফালে।

**চতুর্ভুজ** বিণ. চাৰি হাত থকা having four arms. বি. চাৰিটা সৰল ৰেখাৰে সীমাবদ্ধ ক্ষেত্র a quadrilateral figure.

**চতুর্ম্মুখ** বিণ. চাৰি মুখীয়া having four face. বি. ব্ৰহ্মা a name of Brahama. ক্ৰি. বিণ. **চতুৰ্ম্মুখে** চাৰিখন মুখেৰে with four mouths.

**চতুর্যুগ** বি. চাৰি যুগ, সত্য, ত্ৰেতা, দ্বাপৰ, কলি the four ages.

**চতুর্ব্বর্গ** বি. ধৰ্ম্ম, অৰ্থ কাম আৰু মোক্ষ এই চাৰিটা মনুষ্য জীৱনৰ প্ৰধান বস্তু the four principal objects of human pursuit, namely, virtue, wealth, sensual enjoyment and final beatitude.

**চতুর্ব্বর্ণ** বি. হিন্দুৰ প্ৰধান চাৰি জাতি যেনে—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ the four original classes of the Hindus.

**চতুর্ব্বেদ** বি. চাৰি বেদ—ঋক্, সাম, যজুঃ, অথৰ্ব্ব the four vedas of the Hindus.

**চতুৰা** বিণ. চ'তত জন্মা বা হোৱা born or produced in the month of Chaitra.

**চতুষ্কোণ** বিণ. চাৰি চুকীয়া having four angles or corners. বি. চাৰি চুকীয়া ক্ষেত্ৰ a square.

**চতুষ্পাঠী** বি. টোল, বিদ্যালয়।

**চতুষ্পদ, চতুষ্পাদ** বিণ. চাৰি ঠেঙীয়া having four legs, quadruped.

**চতুষ্পদী** বিণ. চাৰি ঠেং থকা having four legs. বি. চাৰি ঠেং থকা জন্তু a quadruped, চাৰি পদ বা ফাঁকি থকা শ্লোক বা পদ্য a verse consisting of four lines.

**চন, চান** সক. ধা. ঢাকি ধৰ, পূৰ্ণ কৰ, বিয়প 'শৰ বৰষিয়া সব চনিলা আকাশ' to fill, to cover up.

**চন** বি. বছৰ, অব্দ year, era.

**চন** বি. পিয়া বা খোৱা বস্তু মুখলৈ নিয়া পাত্ৰ, চামোচ a spoon.

**চন** বি. জালৰ জৰী a rope attached to a fishing net.

**চন** (পু. অ. ) বিণ. উচ্ছন্ন, নষ্ট, ধ্বংস।

**চনক** অক. ধা. অলপতে ফাট to crack. বিণ. **চনকা** অলপতে ভগা brittle, easily broken.

**চনদ** বি. ৰজাৰ হুকুম বা আদেশ থকা পত্ৰ a charter, a formal written paper conferring or confirming titles, rights, or privileges.

**চনমূৰ্** বি. খঙত নিজক বা আনক দোষ দি কৰা বেজাৰ bitter self-reproach. ক্ৰি. **চনমূৰ্ কৰ**।

**চনি** বি. বেলি, বাৰ a time.

**চনীয়া** বিণ. কোন নিৰ্দ্ধাৰিত বছৰলৈ লোৱা, যেনে—দহ চনীয়া বন্দোবস্ত,

একচনীয়া পাট্টা relating to or settled for a certain number of years.

**চম্বৰী** বি. পৰীয়া, প্ৰহৰী sentry.

**চন্দন** বি. পিহা চন্দন কাঠ a paste made by rubbing sandal wood on a stone. **চন্দনকাঠ** এবিধ সুগন্ধি গছ, জাতি বা ৰঙা চন্দন the sandal wood.

**চন্দৰী** ( পু. অ. ) বি. ৰঙা চন্দনৰ নিচিনা টিক্ টিক্ কৰে ৰঙা ।

**চন্দলা** বিণ. বাউ ভাঙি ফেট মেলা আৰু মুকলি হোৱা ( পাচি খৰাহি ) flattened out owing to the rim being broken. বি. **চন্দলাই** বাউ ভঙা পাচি বা খৰাহি । **চন্দলিয়া** সক. ধা. ভাঙি বহলাই পেলা to break open.

**চন্দা** বি. এবিধ সৰু মাছ a kind of fish.

**চন্দাৰ** বি. চন্দোৱাৰ a canopy.

**চন্দিয়া** সক. ধা. নেউঠিবৰ কাৰণে গুটিৰ পৰা কপাহৰ আঁহ টানি দীঘল কৰ to draw out as the fibres of cotton preparatory to cleaning it from the seeds.

**চন্দুক** বি. পেড়া, বাকচ a box, a chest.

**চন্দুৱা** বিণ. লজ্জিত, অপমান পোৱা, লাজপোৱা put to shame, ashamed. **চন্দুৱা পৰ** অক. ধা. অপমান পা to be ashamed.

**চন্দুৱালি** বি লাজ shame.

**চন্দোৱাৰ** বি. চন্দ্ৰতাপ, বহা বা শোৱা ঠাইৰ ওপৰত তৰা কাপোৰ a canopy, an awning.

**চন্দ্ৰ** বি. জোন, শশধৰ the mcon.

**চন্দ্ৰকলা** বি. চন্দ্ৰৰ ষোল ভাগৰ এভাগ one-sixteenth part of the moon. **চন্দ্ৰকান্ত** চন্দ্ৰৰ ৰশ্মিৰ পৰা উৎপন্ন বুলি খ্যাত এবিধ কাল্পনিক মণি a fabulous gem, the moon-stone. **চন্দ্ৰকান্তি** এবিধ ফুল a kind of flower.

**চন্দ্ৰগ্ৰহণ** বি. পৃথিবীৰ ছাঁৰ দ্বাৰা চন্দ্ৰৰ আচ্ছাদন the lunar eclipse.

**চন্দ্ৰচূড়** বি. সদাশিব, মহাদেৱ a name of Shiva.

**চন্দ্ৰতাপ** বি. ডাঙৰ মানুহ বহা বা দেৱতাৰ মূৰ্ত্তি ৰখা ওপৰত তৰা কাপোৰ a canopy.

**চন্দ্ৰপ্ৰভা** বি. জোনৰ পোহৰ, জোনাক the moon light.

**চন্দ্ৰবংশ** বি. কুৰু-পাণ্ডৱ, যদুবংশ আদি পূৰ্ব্ব কালৰ এক ৰজাৰ গোষ্ঠী এই বংশৰ আদি পুৰুষ পুৰুৰবা চন্দ্ৰৰ পৰা জন্মছিল বুলি খ্যাত the lunar race. বিণ. চন্দ্ৰবংশী চন্দ্ৰবংশত জন্মা ।

**চন্দ্ৰবিন্দু** বি.'ঁ' অনুনাসিক বৰ্ণ nasal letter, কোনো মানুহ নাইবা

দেৱতাৰ আগত থাকিলে সেই লোক স্বৰ্গীয় হোৱা বুজায়।

**চন্দ্ৰমণ্ডল** বি. চন্দ্ৰৰ ঘূৰণীয়া মেৰ বা আকাৰ orb or disc of the moon, চন্দ্ৰৰ চাৰিওফালে বেঢ়ি থকা জেউতি। **চন্দ্ৰমল্লিকা** এবিধ সুগন্ধি ফুল a kind of flower, chrysanthemum.

**চন্দ্ৰমা** বি. চন্দ্ৰ, জোন the mcon.

**চন্দ্ৰমুখ** বি. চন্দ্ৰৰ নিচিনা লাৱণ্য মুখ, বৰ শুৱনি মুখ a beautiful face. স্ত্ৰী. **চন্দ্ৰমুখী**।

**চন্দ্ৰমৌলি** বি. শিৱ, মহাদেৱ a name of Shiva.

**চন্দ্ৰলোক** বি. চন্দ্ৰ থকা ঠাই the lunar region.

**চন্দ্ৰশেখৰ** বি. মহাদেৱ name of Shiva.

**চন্দ্ৰহাৰ** বি. তিৰোতাই পিন্ধা এবিধ হাৰ a kind of ornament.

**চন্দ্ৰহাস** বি. চোকা খড়্গ বা তৰোৱাল a kind of sword.

**চন্দ্ৰাননী** বি. চন্দ্ৰমুখী a lovely woman.

**চন্দ্ৰাৱলী** বিণ. জোনৰ দ্বাৰা প্ৰকাশিত, জোনাক moon light.

**চন্দ্ৰিকা** বি. জোনাক, চন্দ্ৰৰ পোহৰ moon shine.

**চন্দ্ৰোপল** বি. এবিধ বৰ মিহি আৰু বগা শিল alabaster.

**চপ্‌কৰে** ক্ৰি. বিণ. শীঘ্ৰে, বেগাই quickly.

**চপনীয়া** বিণ. ঘৰৰ গৰাকীৰ অনুগ্ৰহত নিৰ্ভয় কৰি লোকৰ ঘৰত বাস কৰা living in the house of another, as a dependant. বি. বিয়া নকৰাকৈ কোনো তিৰোতাক ভাৰ্য্যা স্বৰূপে লৈ সেই তিৰোতাৰ ঘৰতে বাসকৰা মানুহ, লোকৰ ঘৰত পেট পুহি থকা মানুহ a man living at the house of a woman who keeps him, a man who lives at the house of another as a dependant. স্ত্ৰী. **চাপনী**।

**চপ্‌চপ্‌** (অনুকাৰ শব্দ.) জুলীয়া বস্তু খাওঁতে হোৱা শব্দ। কৃদ. বি. **চপ্‌-চপনি**। ক্ৰি. **চপ্‌চপা**। ক্ৰি. বিণ. **চপ্‌চপ্‌ কৰে, চপ্‌চপ্‌কৈ**।

**চপ্‌চপীয়া** বিণ. মুখলৈকে পূৰ বা ভৰা কাণৰ সমান লৈকে ভৰা full to the brim, অলপ জুলীয়া। ক্ৰি. বিণ. **চপ্‌চপীয়াকৈ**।

**চপয়** বি. পৰস্পৰে মিল হোৱা চাৰি ফাঁকিৰ ছন্দেৰে ৰচনা কৰা বিষ্ণুৰ স্তৱ a prayer in a metre of four feet.

**চপৰা** বি. পৃথিবীৰ পৰা কাটি বেলেগ কৰা এডোখৰ মাটি a clod of earth, খণ্ড, ডোংৰ a flat or round piece. বিণ. **চপৰাচপৰ**

খণ্ড খণ্ড, ডোখৰ ডোখৰ divided or formed into many pieces. ক্রি বিণ. **চপৰাচপৰে।**

**চপৰাণি** বি. বহুত চপৰা থকা ঠাই a place full of clods of earth.

**চপৰিয়া** সক. ধা. হাতৰ তলুৱাৰে আঘাত কৰ, চাপৰ মাৰ to strike with the open hand, to slap. বি. **চপৰিয়াওঁতা।** স্ত্রী. **চপৰিয়ঁতী।**

**চপল** বিণ. চঞ্চল, অস্থিৰ unsteady, ক্ষণস্থায়ী। স্ত্রী. **চপলা।** বি. **চপলতা।**

**চপলা** বি. বিজুলী lightning, লক্ষ্মী goddess of wealth.

**চপা** সক. ধা. গোট খুৱা, একেলগ কৰ to gather, to collect together, কোঁচ, সঙ্কুচিত কৰ to contract, ওচৰলৈ আন to bring near, নিজৰ ঘৰত ৰাখ to keep in one's own house. **চপাই কাট** গুৰিতে কাট to cut close to the root.

**চপেটাঘাত** বি. চাপৰ, মেলা হাতেৰে কৰা প্ৰহাৰ a slap with the open hand.

**চফ্‌** বি. এবিধ মচলা, তামোলৰ লগত বা তাৰ পৰিবৰ্ত্তে খোৱা হয়।

**চফৰ** বি. ভ্ৰমণ touring, journey.

**চফল্** বিণ. ডেকা কালৰ তেজ শক্তিৰে পূৰ (ডেকা লৰাত খাটে) full of vigour and beauty, as a young man.

**চফা** বিণ. পৰিষ্কাৰ, নিৰ্ম্মল clean.

**চফাৰি** বি. খাবলৈ শুকাই ৰখা গোটা তামোল dry nut.

**চফেদ** বিণ. বগা, চফা white.

**চবকা** বি. গৰু মহ'ৰ মুখত আৰু খুৰাত ঘা হোৱা ৰোগ the sore in the foot and mouth of cattle.

**চবিয়া** সক.ধা. বঠা ব্যৱহাৰ কৰ, নাও বাওঁতে বঠাৰে পানীত আঘাত কৰ to row, কোৰেৰে মাটি খান to dig with a hoe, থাপ মাৰ, চাব মাৰ to strike with the claws. বি. **চবিয়াওঁতা।** স্ত্রী. **চবিয়ঁতী।**

**চবুজ** বি. কলপতীয়া, সেউজীয়া green.

**চবুৰ** বি. অপেক্ষা waiting. ক্রি. **চবুৰ** অপেক্ষা কৰ to wait.

**চভিয়া** বি. ইন্দ্ৰিয় an organ of sense. **চভিয়া-পৰা, চভিয়া-খোৱা** বিণ. নৰিয়া বা এলাহৰ কাৰণে লৰচৰ কৰিব নোখোজা, অকৰ্ম্মণ্য languid or spiritless owing to illness or laziness.

**চমক** বি. উচাপ, চঁক sudden fright. অক. ধা. **চমক খা** উচাপ খা to startle, চকমকা, চকুত ধৰা to dazzle, জিলিক to glitter.

**চমকা** বি. পাঁচোটা আঙুলি মেলি চুকি পোৱা বা হাতৰ ভিতৰত ধৰি ৰাখিব পৰা বস্তুৰ পৰিমাণ, সেই

পৰিমাণ বা জোখৰ বস্তু the measure of the hand with the fingers extended. ক্রি. বিণ. চমকা-চমকে। ক্রি. চমকিয়া চমকা মাৰি ধৰ। বিণ. চমকীয়া হাতৰ চমকাত ধৰা।

**চমকিত** বিণ. ভয় পোৱা, ভীত frightened.

**চম্‌চম্‌** বি. বুকুৰ পোৰণি বোধ burning sensation on the chest. কৃদ. বি. চমচমনি। অক. ধা. চম্‌চমা।

**চমজ** অক. ধা. ভালকৈ বুজ to understand clearly. চম্‌জা সক. ধা. ভালকৈ গতাই দে, ভালকৈ বুজাই দে to make over charge, to explain clearly.

**চমটা** বি. নাল লগোৱা এচটা ছাল a scourge made of leather. সক. ধা. চমটামাৰ, চমটিয়া চমটাৰে কোবা to scourge.

**চমৎকাৰ** বিণ আচৰিত, বিস্ময়জনক, astonishing, wonderful, বিতোপন excellent. বি. বিস্ময়, আশ্চৰ্য্য surprise, astonishment. কৃদ. বিণ. চমৎকৃত আচৰিত, বিস্মিত astonished.

**চমন** বি. কোনো ঠাইত কোনো এক নিৰ্দ্ধাৰিত সময়ত উপস্থিত হবলৈ আজ্ঞা কৰা পত্ৰ a summons.

**চমৰামাৰ** অক. ধা. তৰপামাৰ, ভাঠ ছালৰ নিচিনা হ to form a layer on the surface.

**চমৰী** বি. চুৰঁৰী পহু, তাৰ নেজেৰে চোৱঁৰ কৰা হয় the yak, তিব্বতী গৰু বিশেষ। পুং. চমৰ।

**চমৰীয়া** বি. গাৰ ছালত খজুৰতি উৎপন্ন কৰা সৰু সৰু খহু itches.

**চমাৰ** বি. মুচিয়াৰ a shoemaker or cobbler, চুণ পোৱা বা তাৰ ব্যৱসায় কৰা এজাতি নীহ শ্ৰেণীৰ মানুহ one who prepares or sells lime.

**চমি** বি.ফাল, দিশ way,direction.

**চমিকি** ক্রি. বি. তৎক্ষণাৎ immediately.

**চমু** বিণ. ওচৰ not distant, পোন straight, সংক্ষেপ brief. বি. ওচৰ ঠাই an adjacent place. অক. ধা. চমু চাপ, চমু হ।

**চমুচা** বিণ. সমস্ত all.

**চমুৱা** সক. ধা ওচৰলৈ আন, ওচৰ চাপ to bring near, সংক্ষেপ কৰ to make brief.

**চমুৱাচমি** বিণ. ওচৰাউচৰি mutually near to each other.

**চমূ** বি. ফৌজ, সৈন্য army.

**চম্পট** বি. চাপৰ, ঢকা a slap on the body.

**চম্পক** বি. চঁপা ফুল a kind of fragrant flower.

**চম্পা** বি. 'চম্পক'ৰ অপভ্ৰংশ।
**চম্পু** বি. গদ্য-পদ্যময় কাব্য a work written partly in verse, partly in prose.
**চম্বিত** বি বোধ, গম sense.
**চম্ভাল** সক. ধা. দমন কৰ, বশ কৰ to control, to check, সমাধা কৰ to perform. বি. চম্ভালোঁতা। স্ত্ৰী. চম্ভালঁতী।
**চয়** বি. সমূহ ( বহুত বুজাবৰ কাৰণে সংস্কৃত শব্দৰ পাছত থাকে ) a multitude, এক ৰজাই আন এক ৰজাক দিয়া কৰ a tribute.
**চয়** বি. সন্দেহ, আশঙ্কা, যাইকৈ স্বামীয়ে ভাৰ্য্যাৰ বা ভাৰ্য্যাই স্বামীৰ সৎ স্বভাৱৰ কথাত কৰা আশঙ্কা suspicion, jealousy. ক্ৰি. চয় দেখ সন্দেহ কৰ to suspect.
**চয়তান** বি. বাইবেল আৰু কোৰাণত লিখামতে মানুহক পাপলৈ নিয়া এটা ভূত satan, a devil. বৰ দুষ্ট মানুহ a very wicked man, satan, পাপলৈ হোৱা মতি evil propensity.
**চয়ন** বি. সংগ্ৰহ কৰা কাৰ্য্য, যাইকৈ ফল বা ফুল গোটোৱা কাৰ্য্য collecting, gathering.
**চয়-নিচয়** বি. সঁচা-মিছা, ঠিক-অঠিক truth or falsehood.
**চৰ্** বি. নৈৰ পাৰত ক্ৰমান্বয়ে মাটি গোট খাই ওখ হোৱা ঠাই high land formed by river by deposit of silt, alluvial land.
**চৰ্** বি. গুপ্ত দূত a spy.
**চৰ্** সক. ধা. বাঢ়, বৃদ্ধি হ to increase, আনতকৈ আগ বাঢ় to excel or surpass others, বেয়া কামত বৰকৈ বাঢ়, বৰ দুষ্ট হ to be very wicked, গাত বা ওপৰত উঠ to mount, লভ to possess.
**চৰপৰ** ফল পকাৰ পাছত মৰ ( কল গছত খাটে) to die as a plantain tree after the fruit is ripe.
**চৰ্** অক. ধা. আহাৰ কৰ, ভক্ষণ কৰ ( জন্তুত খাটে ) যেনে গৰু চৰিছে to feed as an animal, graze.
**চৰ্** বি. মুকলি হাতেৰে গালত কৰা আঘাত a slap on the cheek. সক. ধা. চৰিয়া, চৰ মাৰ, চৰা।
**চৰ** সক. ধা. ঢেকী বা উৰালত চাউল নিকা কৰ to clean as grain.
**চৰক** বি. আয়ুৰ্ব্বেদ জনা প্ৰধান হিন্দু ঋষি, চৰক মুনিয়ে কৰা অতি প্ৰাচীন আৰু লাগতিয়াল বেজালি পুথি, বজ্ৰ, স্বৰগ lightning.
**চৰকা** বি. সূতা কটা যন্ত্ৰ, কাঠৰ চকৰিৰ যঁতৰ spinning wheel.
**চৰ্খৰীয়া** বি. ধামখুমীয়া। চৰ্-খৰীয়াত পৰ হঠাৎ বিপদত পৰ।
**চৰ্চৰ্** ( অনু. শব্দ. ) বি. তপত তেলত পানী বা চেঁচা বস্তু দিলে বা কোনো বস্তু মাটিত চোঁচৰাই নিওঁতে

হোৱাৰ নিচিনা শব্দ an imitative word used to express the sound produced by hot oil when water or any cold thing is thrown on it or when anything is dragged along the ground. কৃদ. বিণ.
**চৰচৰণি** চৰচৰ কৰা কাৰ্য্য, গিলোতে নিশ্বাসৰ নলীত খোৱা বস্তু সোমাই বা ডিঙিত ঘঁহনি খাই জন্মোৱা কাহ বা অসুখ, সুঁহই, গাঁঠি an uneasy sensation accompanied by harsh sound caused by food or drink getting into the wind pipe or sticking on the throat in swallowing. অক. ধা. **চৰ্‌চৰা**।

**চৰ্‌চৰীয়া** বি. বেছি জোল নথকাকৈ ৰন্ধা আঞ্জা curry cooked almost dry, অলপ শুকোৱা বা শুকাবলৈ ধৰা slightly dried up.

**চৰচ** ( হি. চৰস ) বি. ভাঙৰ পৰা কৰা এবিধ ৰাগীয়াল বস্তু a preparation of ganja.

**চৰ্‌জমিন্‌** বি. সীমা boundary, স্থানীয় তদন্ত local enquiry.

**চৰঠ** বি. নাৱৰীয়াই বহি বঠা মাৰিবৰ নিমিত্তে নাৱৰ আগ আৰু গুৰিত পাৰি দিয়া পাট the flooring of either end of a boat outside the roofing.

**চৰণ** বি. ভৰি, পদ, শ্লোকৰ এভাগ a foot, a leg, a division or the fourth part of a verse or stanza. **চৰণ কমল** পদুমৰ নিচিনা ভৰি lotus-like foot. **চৰণ প্ৰিয়া** দাসী, সেবিকা a female devotee.
**চৰণামৃত** বি. গোসাঁইৰ মূৰ্ত্তি, গুৰু বা মান্য লোকৰ ভৰি ধোৱা পানী, পাদোদক the water in which foot of an idol, spiritual guide or a venerable person, has been washed. **চৰণাম্বুজ**, **চৰণাৰবিন্দ** বি. পাদপদ্ম lotus-like foot.

**চৰণীয়া** বিণ. গৰু আদি চৰোৱা (ঠাই) grazing.

**চৰপ্‌ চৰপ্‌** ( অনু. শব্দ. ) দীঘল এছাৰি বা সোকাবে কোবালে হোৱা শব্দ, চপ্‌ চপ্‌। ক্রি. বিণ. **চৰপ্‌ চৰপ্‌ কৰে**।

**চৰম** বি শেষ কাল, জীৱনৰ শেষ সময় the last part of life. বিণ. অন্তিম, চূড়ান্ত, শেষ last.

**চৰম্‌** বি. লাজ shame. **অক. ধা.** শুকাই চোকোৱা মৰি নকৈ ছাল হ to dry up or heal and form a new skin.

**চৰম-পন্থী** বি. নিজৰ মত যিমান পাৰে সিমান খটাই চলা মানুহ an extremist.

**চৰলি** বি. এবিধ মচলা গছ আৰু তাৰ গুটি sowa.

**চৰহ্** সক. ধা. চুহি খা, ওঁঠেৰে চুহি বা চেপি ৰস খা to suck, সোৱাদ লোৱা শক্তি নাইকিয়া কৰ to dull the power of sense or sense of tasting. **চৰহামাৰ** আটখাই ধৰ, **শুকাই** কামোৰ মাৰি ধৰ to adhere. বি. **চৰহোঁতা**। স্ত্ৰী. **চৰহঁতী**।

**চৰহা** বি. শস্যৰ পাত খোৱা এবিধ সৰু পোক an insect destructive to crops.

**চৰা** সক. ধা. এটা ধাতুৰ ওপৰত আন ধাতুৰ পানী লগাই ঢাক যেনে 'তামত ৰূপ চৰাইছে' to cover with metal, to gild.

**চৰা** বিণ. ওখ high, বঢ়া surpassing others. সক. ধা. চৰমাৰ, চৰিয়া to slap in the cheek, ঘাঁহ খুৱা to cause to graze. বি. **চৰাওঁতা**। স্ত্ৰী. **চৰাঁতী**।

**চ'ৰা, চ'ৰা-ঘৰ** বি. বাহিৰৰ বহা ঘৰ an outside sitting room.

**চৰাই** বি. পক্ষী, পখী a bird. **চৰাই মৰীয়া** বি. চৰাই মৰা মানুহ a fowler.

**চৰাই-ঘৰ** বি. বাটত থকা চৰকাৰী আলহী ঘৰ an inn, a rest-house.

**চৰাচৰ** বি. সমুদায় জগত, জঙ্গম-স্থাবৰ সমস্ত জগত the whole world. **চৰাচৰ গুৰু** বি. জগতৰ গুৰু, পৰমেশ্বৰ god of the universe.

**চৰা-নাও** বি. আহোম ৰজাৰ দিনৰ ৰজা উঠি খেমালি কৰা ৰব ওখ টিঙৰ নাও the state barge of an Ahom king.

**চৰাৰ** (পু. অ.) বেছি, বঢ়া more, further, ওখ high.

**চৰাৰভ** (পু. অ.) অক. ধা. চৰায় to graze.

**চৰি** বি. নাও চলোৱা দীঘল বাঁহ a bamboo pole used in propelling a boat.

**চৰিক** বি. অংশীদাৰ a partner.

**চৰিত** বি. আচৰণ, ৰীতি, চৰিত্ৰ, কাৰ্য্য behaviour, character, the life narrative of a person. **চৰিতাখ্যান** বি. চৰিত্ৰ কীৰ্ত্তন; জীৱন চৰিত বৰ্ণন। বিণ. **আচৰিত** অনুষ্ঠিত, সম্পন্ন।

**চৰিতাৰ্থ** বি. বাঞ্ছা সিদ্ধ হোৱা, কৃতাৰ্থ, কৃতকাৰ্য্য, পৰিতুষ্ট successful, blessed.

**চৰিত্ৰ** বি. স্বভাৱ, ৰীতিনীতি, আচৰণ character, habits, নীতি morals, উন্নত বা আদৰ্শ জীৱন, কোনো মানুহৰ কাৰ্য্যৰ বিবৰণ a narrative of the doings of a man, জীৱনৰ বৃত্তান্ত বা কাহিনী the life narrative of a person. গল্প নাটকাদিৰ পাত্ৰ a character. দ্ৰঃ

শিক্ষা, অভ্যাস আৰু কাৰ্য্যেৰে আমি প্ৰকৃতিক যিৰূপে গঠন কৰোঁ, তাকে চৰিত্ৰ বোলে। চৰিত্ৰ কাৰ্য্যত প্ৰকাশ পায়। যি অন্তৰ্হিত সিয়েই স্বভাৱ। **চৰিত্ৰবান** বিণ. ভাল স্বভাৱৰ having a good character.

**চৰিত্ৰহীন** বিণ. যাৰ চৰিত্ৰ নাই, অসৎ-চৰিত্ৰ character-less. **কুচৰিত্ৰ, দুশ্চৰিত্ৰ** বেয়া স্বভাৱৰ, দুষ্ট।

**চৰিত্ৰদৰ্শী** বি. মানুহৰ গঢ়, গতি, মুখ আৰু ভঙ্গি আদি দেখি স্বভাৱ নিৰ্ণয় কৰিব পৰা লোক a physiognomist.

**চৰিয়া** বি. গুপ্তচৰ a spy. **চৰিয়া মেল** গুপ্ত বিষয় জানিবলৈ মানুহ নিযুক্ত কৰ to employ a spy.

**চৰিয়া** বি. মুখ ধোৱা পাত্ৰ a wash basin. **চৰিয়া-দোলা** বি. চৰিয়াৰ দৰে সজা কাঠৰ দোলা।

**চৰিয়া** সক. ধা. চৰ মাৰ, চৰা।

**চৰীয়া** বিণ. নৈৰ চৰত থকা, চাপৰিয়াল inhabiting the high sand bank of a river.

**চৰু** বি. মাটিৰ পাক-পাত্ৰ, মাটিৰ ভাত ৰন্ধা সৰু সৰু থালী a earthen cooking pot.

**চৰু-জোৰ,** চৰুপাত ৰান্ধিবলৈ আৰম্ভ কৰ। **চৰুভ-খোৱা** ভাত ৰান্ধি থাকোঁতেই চৰুৰে পৰা চুৰ কৰি খোৱা মানুহ। স্ত্ৰী. **চৰুভখাঁতী।**

**চৰোবাৰ** বি. কোনো কাম কৰিবৰ কৌশল।

**চৰকাৰ, চৰ্কাৰ** বি. গৱৰ্ণমেণ্ট Government. **চৰ্কাৰী, চৰ্‌কাৰী** গৱৰ্ণমেণ্ট সম্বন্ধীয় belonging to Government.

**চৰ্চ্চ** সক. ধা. আগত নথকা মানুহৰ দুৰ্নাম কৰ বা অহিতে ক to speak ill of one absent. (পু. অ.) কাৰ্য্য কৰ, সম্পন্ন কৰ to manage, আলোচনা কৰ to discourse.

**চৰ্চ্চা** বি. আলোচনা discussion, বিবেচনা, অভ্যাস, অনুশীলন consideration, practice, আগত নথকা মানুহৰ বিষয়ে কোৱা মেলা conversation about an absent person, শুশ্ৰূষা act of attending on any person.

**চৰ্ত্ত** বি. চুক্তি, নিয়ম condition.

**চৰ্দ্দাৰ** বি. নায়ক, তদাৰক কৰোঁতা a head man.

**চৰ্দ্দি** বি. পানীলগা cold, chill.

**চৰ্ব্বটি** (পু. অ.) চুপতি উপহাস।

**চৰ্ব্বণ** বি. চবোৱা the act of chewing.

**চৰ্ব্বত** বি. টেঙা, মিছিৰি বা চেনি মিহলাই কৰা চেঁচা পানী a cool drink.

**চৰ্ব্বিত** কৃদ. বিণ. চবোৱা, দাঁতেৰে ভাঙি গুৰি কৰা chewed. **চৰ্ব্বিত-**

**চৰ্ব্বিণ** বহু-আলোচিত বিষয়ৰ আলোচনা, কোৱাকে কোৱা repetition of a discussion already made.

**চৰ্ব্বী** বি. জন্তুৰ গাত হোৱা তৈল-পদাৰ্থ, মেদ fat, grease.

**চৰ্ব্ব্য** বি. দাঁতেৰে চোবাই খাবলগীয়া বস্তু, চোবাব লগীয়া বস্তু food which is to be chewed before swallowing.

**চৰ্ভে** ( ইং survey ) মাটি জৰীপ কৰা কাৰ্য্য।

**চৰ্ভে-স্কুল** মাটি জৰীপ কৰিবলৈ শিক্ষা দিয়া স্কুল।

**চৰ্ম্ম** বি. জন্তুৰ ছাল, বাকলি, ঢাল skin, bark, shield. **চৰ্ম্মকাৰ** মুচিয়াৰ a shoe-maker. **চৰ্ম্মছেদন** ছাল কটা কাৰ্য্য act of cutting off skin. **চৰ্ম্মছেদী** পুৰুষাঙ্গৰ মূৰৰ ছাল কটা circumcised. **চৰ্ম্মপাদুকা** জোতা a shoe.

**চৰ্য্য** বিণ. আচৰণীয়। **চৰ্য্যা** বি. আচৰণ, পালন, সেৱা act of practising.

**চল্** অক. ধা. গতি কৰ, যা to go, to pass, সম্পন্ন হ, কৰা হ, ব্যৱহৃত হ to be performed, to be used (ভকতীয়া মাতত) পৰলোকলৈ যা, মৃত্যু হ to die, ভেদ হ যেনে—পেট চলিছে to purge. বি. কোনো কাৰ্য্য চলাবৰ উপায় বা জুতি the secret of doing anything, advantage, কোনো কাৰ্য্যৰ উপযুক্ত সময় বা ঠাই opportunity.

**চলং** বি. কাছৰ পিঠিৰ বা বুকুৰ হাড়, কাছৰ গাৰ দাঁতিৰ কোমল ভাগ a tortoise shell ( upper and lower ) the cartilaginous substance surrounding the edge of a turtle's body.

**চলকুটো** বিণ. অস্থিৰ, চঞ্চল unsteady, fickle.

**চল্কৰ** বি. অহাযোৱা, চলাচল, খোৱালোৱা social intercourse.

**চলকুভলক্** বিণ. চঞ্চল, অস্থিৰ fickle, unsteady.

**চলঙা** বিণ. ঠাইতে দ নহৈ ক্ৰমাত দ হৈ যোৱা, হেলনীয়া not precipitous but descending or becoming deep gradually.

**চলঙুৰা** বি. কাছৰ পিঠিৰ দৰে মাজ ওখ, ঢুৰা পিঠীয়া high in the middle and sloping towards the sides.

**চল্চল্** বিণ. পানীৰে বা চকুৰ লোৰে ভৰা full of water or tears. **চলচলীয়া** পানীৰে শাল বাম পূৰ হোৱা filled with water on all sides, ৰূপৰ বৰণীয়া, উজ্জ্বল silver-white, bright.

**চলন্তি** বিণ. প্ৰচলিত, চলিত com-

monly used, current বি. **চলন,** ব্যৱহাৰ use, currency.

**চলৎশক্তি** বি. লৰি চৰি ফুৰিবৰ শক্তি, উঠি লৰি ফুৰিব পৰা শক্তি the power of movement.

**চলথ** বিণ. তল ওপৰ, পাত পাত minutely.

**চলন** বি. গমন, গতি act of moving, gait, ব্যৱহাৰ, চলতি, আচৰণ use, currency, conduct, ( পু. অ. ) ধৰণ mode, style.

**চলবল** ( পু. অ. ) বিণ. অস্থিৰ, উত্ৰাৱল restless.

**চলল** ( পু. অ ) চলচল, গল।

**চললি** (পু. অ.) অক. ধা. চলে, যায়।

**চলছু** ( পু. অ. ) অক. ধা. যায়, গতি কৰে।

**চলবলীয়া** বিণ. হাতভৰি জোকাৰি থকা, চট্‌ফটীয়া sprightly, brisk.

**চলা** সক. ধা. গতি কৰা, ব্যৱহাৰ কৰা, সম্পন্ন কৰা to cause to move, to bring into use, to perform. কৃদ. বিণ. চলি থকা, ব্যৱহৃত হোৱা current, used. মৃত হোৱা deceased.

**চলা** সক. ধা. চালনীৰে শস্য পৰিষ্কাৰ কৰা to cause to be sifted as grain.

**চলা** বি. দীঘল চেপেটা বস্তু anything flat and long.

**চলা** বি. বিল water surrounded by land.

**চলাচল** বিণ. অস্থিৰ, চঞ্চল unsteady. বি. চলকৰ, খোৱা লোৱা social intercourse.

**চলাগুটীয়া** বি. এবিধ দৰবত লগা শাক, মুই শাক।

**চলাচল** বিণ. এচলা এচলা হোৱা separated into flat pieces. ক্ৰি. বিণ. **চলাচলে।**

**চলি** বি. চাঁছি একৰা পাতল কাঠ, কাঠৰ সৰু চেপেটা খণ্ড a small flat piece of wood. শুৱনি ভাল দীঘল চেপেটা বস্তু a beautiful, small, long and flat thing.

**চলিত** বিণ. ব্যৱহাৰত থকা, চলি থকা current in use.

**চলিষ্ণু** বিণ. চলনশীল, গমনশীল। বি. **চলিষ্ণুতা**

**চলিহা** বি. চকুৰি বছৰ বা তাৰ ওপৰ বয়স হোৱাত চকুৰ শক্তিৰ হ্ৰাস dimness of eye sight, পূৰঠ হোৱা ( তামোলত খাটে ) about to ripen ( said of an areca nut. ) অক. ধা. **চলিহাই ধৰ** বয়সৰ দ্বাৰা দেখা শক্তি কম হ to have dim sight in advanced age.

**চলিহা** বি. আহোম ৰজাৰ দিনৰ একশ্ৰেণী ওখ থাপৰ কাকতী, এক ফৈদ ওখ শ্ৰেণীৰ আহোমৰ নাম।

**চলু** বি. হাতৰ তলুৱাৰ খোলত লবৰ

জোখাৰে পানী a handful of water.

**চলোঁতা** বি. যি পুৰুষ চলে an active man. স্ত্ৰী চলঁতী।

**চলোপাতী** বিণ. অমনোযোগী light-minded.

**চল্লিশ** বি. দুকুৰি forty

**চৱৰ** ( পু. অ. ) বি. চৰ a slap.

**চৱৰি** ( পু. অ ) বি. ছাল, ছালৰ আসন skin, hide.

**চৱাল** বি. কথা উলিয়াবলৈ কৰা প্ৰশ্ন cross-question.

**চশমা** বি. যি কাচ চকুত ললে ক্ষীণ দৃষ্টিৰ সাহায্য হয় spectacles.

**চহ** বি. খেতি কৰা কাৰ্য্য cultivation. সক. ধা. খেতিৰ বাবে হালকোৰ বাই মাটি যুগুত কৰ, খেতি কৰ to cultivate, to till. ক্ৰি. **চহ কৰ** খেতি কৰ, হাল কোৰ বা to cultivate.

**চহ** বি. কোনো কাৰ্য্যত মান্তি কৰিবৰ নিমিত্তে দিয়া মিছা আশা, প্ৰলোভন false hopes held out with the view of inducing any one to do a certain act. ক্ৰি. **চহ দি**।

**চহকী** বি. ধনী মানুহ a rich man, খেতিয়ক ( নামনি ) cultivator. বিণ. ধনী, খেতিৰ উৎপন্নেৰে পৰিপূৰ্ণ rich, well-to-do.

**চহৰ** বি. গাওঁ, নগৰত বাজে আন বসতিৰ ঠাই a village. **চহৰ ফুৰ** গাৱেঁ গাৱেঁ বিশেষকৈ শিষ্যৰ ঘৰে ঘৰে ফুৰ to go about visiting disciples from village to village. **চহৰীয়া** গাৱঁলীয়া, গাওঁত থকা, চহা living in the village, rustic

**চহৰা** বি. এবিধ মাছ ধৰা বাঁহৰ সঁজুলি a fishing trap.

**চহল** বিণ. নৰম, বেয়া বিধৰ of inferior quality.

**চহল** বি. যাবলৈ সুগম, সমান easily passable.

**চহলা** বি. প্ৰতাৰণা, বঞ্চনা fraud.

**চহা** বিণ. হাল-কোৰ বাই খোৱা, সভ্য নীতি-নিয়ম নজনা rustic, ignorant,of polished manners. সক. ধা চাহ কৰ, হাল কোৰ বা to till, to cultivate. **চহাওঁতা** কৃদ. বি. চাহ কৰাওঁতা a man who causes to be tilled. স্ত্ৰী **চহাঁতী**। **চহোঁতা** চাহ কৰোঁতা, খেতিয়ক a tiller. স্ত্ৰী. **চহঁতী**।

**চহিচ্** বি. ঘোঁৰাৰ আল-পৈচান ধৰোঁতা a horse-groom.

**চহী** বি. স্বাক্ষৰ, দস্তখত signature.

**চক্ষু** বি. চকু, নয়ন, দেখা ইন্দ্ৰিয় the eye. **চক্ষুস্পন্দ** চকু নচা, চকু লৰা shaking of the eye.

**চা** সক. ধা. দেখ, দৃষ্টি কৰ to look at, to see, বিবেচনা কৰ to reflect upon, চিকিৎসা কৰি ভাল কৰ to

treat and cure. সাৱধানে ৰাখ to look after, অপেক্ষা কৰ to wait for, ইচ্ছা কৰ to want.

**চাইটনীয়া** বি. কাপোৰৰ চাৰি চুক একেলগে বান্ধি কৰা জোলোঙা a bag made by tying rogether the four corners of a cloth.

**চাইটা** বি. চাৰি গোট four pieces, heads or numbers. বিণ. **চাইটীয়া** চাৰিটা থকা containing four, চাৰিটাৰ appertaining to four.

**চাউভাং** বি ৰজাৰ আজ্ঞাৰে মানুহৰ প্ৰাণদণ্ড কৰোঁতা, অসম ৰজাৰ দিনত এই কামৰ নিমিত্তে বেলেগ এক শ্ৰেণীৰ মানুহ আছিল, ৰজাৰ গা-চোৱা সেনা a public executioner, a hangman, a bodyguard.

**চাউল** বি. বাকলি বা চোকোৰা গুচোৱা ধান husked rice. **চাউল-উঠ, চাউল-টুট** জীৱিকাৰ উপায় নাইকিয়া হ to be deprived of one's means of livelihood, আয়ুস শেষ হ to be at the end of life. **চাউল খা** ভোগ কৰ to be supported. **চাউল-ধুৱা** এবিধ সৰু গছ a kind of plant. **চাউল মৰ** জীৱিকাৰ উপায় নষ্ট হ to be deprived of means of livelihood. **চাউল মাৰ** জীৱিকাৰ উপায় নষ্ট কৰ। **চাউল মোকলা** জীৱিকা উপাৰ্জ্জন কৰ to earn a livelihood. **চাউল সিজোৱা** ভাত boiled rice.

**চাউলীয়া** বি. ভালকৈ নিসিজা, চাউল যেন হৈ থকা not well-boiled. পনীয়া অৱস্থাৰ পাছত ভিতৰৰ সাহ খিনি অলপ টান মৰা (তামোলত খাটে)।

**চাও-চকলীয়া** বিণ. পোন চাৰি সীমাৰে চাৰি চুকীয়া rectangular.

**চাং** বি. বস্তু আদি থবৰ কাৰণে বা শুবৰ কাৰণে বাঁহৰ গাধৈ বা তক্তাৰে কৰা ওখ ঠাই, মঞ্চ a raised bamboo platform, scaffolding, **চাংঘৰ, চাংবঙলা** চাঙৰ ওপৰত সজা ঘৰ a house built on a raised platform. **চাংপতা কথা** মিছা কথা fabricated or false story.

**চাংমাই** আহোম জাতিৰ ডাঙৰ মানুহ বিলাকৰ ভাত ৰান্ধনি a cook of the Ahom noble men.

**চাংমাই-শাল** আহোম সকলৰ ৰান্ধনি ঘৰ।

**চাঁচৰি** বি সত্য কথা লুকাবৰ নিমিত্তে অনিশ্চিতৰূপে কোৱা কথা prevarication, equivocation. ক্ৰি. **চাঁচৰি কোৱা**।

**চাঁচ** সক. ধা. চোকা অস্ত্ৰেৰে নিমজ কৰ to smooth with an adze. বি. বাঢ়েয়ে কাঠ চঁচা অস্ত্ৰ a

carpenter's adze **চাচোঁৱা** ঘি চাঁচে। স্ত্রী. চাচঁভী।

**চাঁত** (অনু. শব্দ) পকা তেলত ৰসাল বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. চাঁত কৰে হঠাৎ অতি শীঘ্রে suddenly.

**চাঁদ** ( পু. অ. ) চন্দ্র। **চাঁদমুখী** চন্দ্রমুখী।

**চাঁকলি** বি. খুতৰা a pot herb. **চাঁকলীয়া** বিণ. অপ্রধান, চাঁকলিৰ শিপাৰ নিচিনা সৰু minor, small.

**চাওঁতে চাওঁতে** ক্রি. বিণ. দেখোঁতে দেখোঁতে, চকুৰ আগতে instantly.

**চাক** বি. কুমাৰে চৰু কলহ গঢ়া ঘূৰণীয়া যন্ত্র a potter's wheel, ঘূৰণীয়া বস্তু a round thing ঘূৰণীয়াকৈ পতা খেৰৰ মেজি।

**চাক্** সক. ধা. চাকি চা, জিভাৰে সোৱাদ ল to taste.

**চাক** বি. হিলৈ বা কাঁড় পোনোৱা কার্য্য, লক্ষ্য an aim, the pointing of a gun.

**চাকচিকণ** বিণ. পৰিষ্কাৰ, নিকা neat and clean.

**চাক-জাল** বি. পলৰ নিচিনাকৈ বোৱা ঘূৰণীয়া আকৃতিৰ এবিধ জাল।

**চাকতি** বি. লুচি বেলা পীৰা a pastry board, মাছ মঙহৰ টুকুৰা a piece of meat.

**চাকনৈয়া** বি. নৈৰ সোঁতৰ পাক a whirlpool.

**চাকৰ** বি. বেচ লৈ লোকৰ কাম কৰা মানুহ, ভৃত্য a man servant. স্ত্রী. চাকৰণী।

**চাকৰি** বি. বেচ লৈ কৰা কাম, চাকৰৰ অৱস্থা, দাসত্ব service, servitude. **চাকৰীয়া** বিণ. চাকৰি কৰা।

**চাকলি** বি. পাতল ঘূৰণীয়া চেপেটা বস্তু flat and circular piece, ৰূপ বা সোণৰ মোহৰ a coin. **চাকলি-কটা** চাকলি কাটি ধুনীয়া কৰা adorned with circular shaped devices. **চাকলি-পীৰা** ঘূৰণীয়া পীৰা a round low stool. **চাকলি-মণি** গলপতা।

**চাকা** বি. চকৰি, গাড়ী আদিৰ ঘিলা a wheel, সন্ধ্যা সময়ৰ সূর্য্য the evening sun.

**চাকি** বি. প্রদীপ, বন্তি a lamp, a light, ফুল গাঁথি কৰা ঘূৰণীয়া থোপা a small round bunch of flowers strung together. **চাকিলগা** বান্তি জ্বলা to light a lamp.

**চাকিন** ( ফা. ) বি. বাসস্থান, থকা ঠাই residence.

**চাকিপাত** কাপোৰত ঘূৰণীয়া ফুল তোলা।

**চাকুলী** 'চাকোলা' চোৱা।

**চাকৈ-চকোৱা** বি. এবিধ ইটাগুৰীয়া বৰণেৰে হাঁহ জাতিৰ বনৰীয়া চৰাই a pair of ruddy sheldrakes.

**চাকোঁতা** বি. জিভাত দি সোৱাদ বুজোঁতা a man who tastes. স্ত্রী. চাকঁতী।

**চাকোলা** বি. ভৰি বা কঁকালৰ দোষত থিয় হব নোৱৰা, গাৰ পৰিমাণলৈ চাই চাপৰ unable to stand up, a cripple. স্ত্রী. চাকুলী।

**চাগৈ** ক্রি. বিণ. কিজানি, হবলা perhaps, possibly.

**চাগু, চাগুদানা** বি. এবিধ গছৰ মাজৰ কোমল আৰু সোপোকা শাহবোৰ খুন্দি গুৰি কৰি কৰা খাদ্য sago.

**চাণ্ডটি** বি. সিংহাসনৰ ওপৰত চন্দ্ৰতাপ বা খাটৰ ওপৰত আঁঠুৰা তৰিবলৈ লগোৱা খুঁটাৰ কাণত চাৰিওফালে লগাই দিয়া কাঠ বা মাৰি a wooden frame for hanging canopy over throne or a mosquito curtain over a bed.

**চাঙিন** ( ফা. সাঙ্গিন ) বি. বন্দুকৰ মুখত লগোৱা জোঙা অস্ত্র a bayonet.

**চাঙী** বি. এখন চঁছালিৰ দুই দাঁতিত দুডোখৰ বাঁহ লগাই দুমূৰে দুটা মানুহে হাতেৰে ধৰি বা কানত লৈ বস্তু কঢ়িওৱা যতন a bamboo frame work for carrying things.

**চাঙেৰী** বি. এবিধ টেঙা বন শাক, টেঙেচী টেঙা the Indian sarrel.

**চাক্ষ** ( পু. অ. ) বি. চমক।

**চাচি** বি. খন্তেকীয়া প্রবল ধুমুহা a violent gust of wind, কষ্টেৰে উশাহ লোৱা অৱস্থা।

**চাজা** বি. শাস্তি punishment.

**চাজি-মাটি** বি. খাৰ মাটি, সাজি মাটি।

**চাট** বি. আঘাত, এছাৰিৰ কোব a stroke with a whip, বাঁহৰ নিচান a pole, গম বা বুজ a slight notice of approach or touch.

**চাটিন** বি. এবিধ বিদেশী ডাঠ ৰেশমী কাপোৰ satin.

**চাটনি** বি. খাওঁতে মুখৰ ৰুচি বঢ়াবৰ কাৰণে খোৱা এবিধ জলা সোৱাদ আৰু টেঙা গুণ যুক্ত বস্তু a kind of sauce.

**চাটল** বি. পিতল খুন্দা এবিধ লোৰ যতন a brass-smith's tool.

**চাটু** বি. লোকৰ মনত সন্তোষ লগাবলৈ কোৱা কথা, ফুচুলনি flattery, coaxing, ভৰসা dependance.

**চাটুকৰ** ক্রি. লোকৰ মনত ভাল লগা কথা ক, ফুচুলা to flatter, to look to some one for help.

**চাটুকাৰ, চাটুকাৰী** বি.লাভৰ আশাত

লোকৰ মনত সন্তোষ লগা কথা কোৱা মানুহ one who flatters another with the hope of gain. **চাটূক্তি** বি. উচটোৱা কথা, ফুচুলনি flattery.

**চাণক্য** বি. প্ৰাচীন মগধ দেশৰ চন্দ্ৰগুপ্ত ৰজাৰ মন্ত্ৰী আৰু নন্দবংশ ধ্বংস কৰা কূট ৰাজনৈতিক পণ্ডিত a minister of Chandra-gupta, the famous ancient king of Maghadha, চাণক্য পণ্ডিতে অনেক সংস্কৃত পুথিৰ পৰা সংগ্ৰহ কৰা ৰাজনীতি আৰু সমাজ নীতি বিষয়ৰ এক পুথি a work on morals and polity compiled by Chanakya.

**চাণ্ডাল** বি. এটা নীচ জাতিৰ নাম, জাতি চ্যুত মানুহ, দুৰন্ত স্বভাৱৰ মানুহ an outcaste, a wicked or debased person. স্ত্ৰী. **চাণ্ডালী, চাণ্ডালিনী।**

**চাত** বিণ. গোট খোৱা united, একতা unity, ধঁপাতৰ দীঘলীয়া হোঁপা।

**চাতক** বি. এবিধ উকহ জাতিৰ চৰাই, পানী পিয়া a kind of bird. স্ত্ৰী. **চাতকী, চাতকিনী।**

**চাত্‌লি** বি. কঁহাৰৰ লোৰ সঁজুলি bell-metal worker's tool.

**চাতুৰী** বি. নিপুণতা, শঠতা, দুষ্টালি cunning, rougishness.

**চাতুৰ্ম্মাস্য** বি. আহাৰৰ শুক্লা দ্বাদশী বা পূৰ্ণিমাৰ পৰা আৰম্ভ কৰি কাতি মাহৰ শুক্লা দ্বাদশী বা পূৰ্ণিমাত শেষ কৰি কৰা ব্ৰত।

**চাদৰ** বি. গাত মেৰাই লোৱা এতৰ-পীয়া কাপোৰ, চেলেং a sheet.

**চাদা** বিণ. উকা, ফুল নথকা plain. **চাদা ধঁপাত** শুকাই ৰখা ধঁপাতৰ পাত।

**চান্‌** ( পু. অ ) সক. ধা. ছাট, আবৰি ধৰ to envelop.

**চান** বি. চন্দ্ৰ the moon.

**চান** বি ৰাজ হাড়ৰ দুয়োফালে থকা দীঘল গোটা মঙহ the long strip of flesh on either side of the spine. **চানকাঢ়** অলপীয়া এভাগ চুৰ কৰ to steal a small portion. **চান-মাৰি** বি. এটা নিচান পুতি তালৈ লক্ষ্য কৰি গুলী মাৰি হাত পোন কৰা ঠাই a rifle range.

**চানাই** বি. কালিৰ নিচিনা মুখেৰে ফুঁকি বজোৱা এবিধ বাদ্য যন্ত্ৰ a kind of flute.

**চানিবিচাৰ** বি. পুনৰ বিচাৰ retrial.

**চানেকি** বি. কাপোৰত তুলিবৰ কাৰণে কৰা ফুলৰ আৰ্হি, যি বস্তুক চাই আন এটা সজা যায় a pattern, a model.

**চানেকীয়া** বিণ. দেখা, নিচিনা looking like, resembling.

**চান্দ** বি. চন্দ্র, জোন the moon, এবিধ শাক a kind of pot herb. অক. ধা. চল চা, কোনো কাৰ্য্য কৰিবলৈ উপযুক্ত সময় বিচাৰ (প্ৰায় বেয়া ভাৱত) to seek an opportunity.

**চান্দা** বি. বৰঙণি subscription. **চান্দা-ভাহা** বিণ. বৰ দুৰ্ভগীয়া।

**চান্দি** বি. ৰূপ silver.

**চান্দ্র** বি. চন্দ্র সম্বন্ধীয় lunar, চন্দ্ৰৰ গতি অনুসাৰে গণনা কৰা regulated by the course of the moon.

**চান্দ্রায়ণ** বি. চান্দ্র তিথিৰে নিয়মিত কৰা ব্ৰত বিশেষ, কৃষ্ণপক্ষৰ প্ৰতিদিন এক গৰাহকৈ আহাৰ কমাই অমাবস্যাৰ দিনা উপবাস কৰি আৰু শুক্লপক্ষৰ প্ৰতিদিন এক গৰাহকৈ আহাৰ বঢ়াই পূৰ্ণিমাৰ দিনা ১৫ গৰাহ কৰি কৰা ব্ৰত বিশেষ, প্ৰায়শ্চিত্ত a kind of expiatory penance regulated by the moon's age, in it the daily quantity of food, which consists of fifteen mouthfuls at the fullmoon is diminished by one mouthful every day during the dark fortnight till it is reduced to zero at the new moon, and is increased in like manner during the bright fortnight.

**চাপ** বি. ধেনু a bow. জ্যামিতিত বৃত্তৰ পৰিধিৰ অংশ, ধনু arc.

**চাপ্** অক. ধা. ওচৰলৈ আহ to draw nigh, আপোনাৰ ঘৰ এৰি আনৰ ঘৰত থাক to go and live at another's house, কোঁচ খা to be contracted, আশ্ৰয়ৰ কাৰণে ওচৰলৈ আহ to go for shelter. সক. ধা. ওচৰলৈ যা to approach. বি. থোপ, চেপা, হেঁচা pressure. অক. ধা **চাপ খা**। সক. ধা. **চাপ খুৱা**।

**চাপ্‌কন্** বি. কান্ধৰ পৰা আঁঠুলৈ ওলমা এবিধ চোলা a kind of flowing garment.

**চাপচুপ** বিণ নিতাল, নিমাত silent.

**চাপি-চুপা** বি লুকাই থাকিবলৈ চেষ্টা কৰা attempt to conceal oneself.

**চাপনী** বি নিয়ম মতে বিয়া নকৰাকৈ অনা তিৰোতা a woman who is kept without being formally married.

**চাপৰ** বি আঙুলি মেলা হাতৰ তলুৱাৰে কৰা আঘাত a blow with the open hand. ক্ৰি. **চাপৰ মাৰ**।

**চাপৰ** বিণ চুটি, ওখ নোহোৱা low, not high. অক ধা. গা কোঁচাই বা মূৰ দোঁৱাই চুটি হ to lower one-

self by bending the head or the body. **সক ধা. চাপৰা** চাপৰ কৰ, ওখৰ পৰা তললৈ নমা।

**চাপৰাচ্** বি. পদবীৰ পৰিচয় দিয়া এচকলা ধাতুৰ বস্তু a badge.

**চাপৰাচী** বি. চাপৰাচ পিন্ধা কৰ্ম্মচাৰী an orderly.

**চাপৰি** বি. দুয়োখন হাত মেলি ইখনৰ ওপৰত সিখনেৰে কৰা আঘাত a clap. ক্রি. **চাপৰি মাৰ, চাপৰি বজা**।

**চাপৰি** বি. নৈয়ে বালি, পলস পেলাই পতা ওখ মাটি an island or bank formed by a river, এৰীয়া সূতাৰ চপৰা raw eri silk kept in a lump for twisting.

**চাপৰিয়াল** বি. চাপৰিত থকা মানুহ one living in a chapari.

**চাপল্য** বি. অস্থিৰতা, চঞ্চলতা unsteadiness.

**চাপাচী** বিণ. আনে নজনা, লুকাই ৰখা concealed.

**চাফ্, চাফা** বিণ. পৰিষ্কাৰ, নিৰ্ম্মল clean.

**চাব** বি. কোৰ আদি কোনো গধুৰ বস্তু ঘনে ঘনে দাঙি কৰা অনেক আঘাতৰ প্ৰত্যেকটো a stroke or thump given by quickly raising anything heavy, ক্ষেপন, পানীত পল আদি মাছ ধৰা যতনৰ নিক্ষেপ throwing of a fishing implement, নাঙলৰ মুখত লাগি থকা মাটিৰ চপৰা। সক গাখীৰৰ টেকেলি।.

**চাব্** বি. কোনো বস্তুৰ ওপৰত হেঁচি আখৰ বা আন চিন বহুৱা যতন a stamp, a seal. **চাব দি ধৰ, চাব মাৰি ধৰ** হাতেৰে থাপ মাৰি ধৰ, এনেয়ে দোষী বুলি ধৰ to catch suddenly, to charge a man with an offence all on a sudden without proof. **চাব** কাটি নাঙলৰ মুখত লাগি ধৰা মাটি আৰু জাবৰ গুচা। **চাব্‌খৰি** বি. নৈত উটি অহা খৰি।

**চাবতিয়াল** বিণ. অতি শীঘ্রে কাম কৰিব পৰা, নিপুণ capable of doing quickly, skilled, dexterous.

**চাবন, চাবোন** বি. তেল আৰু ছাই মিহলাই কৰা গা আৰু কাপোৰ ধোৱা বস্তু soap.

**চাবাচ্, চাবাইচ্** বি. ধন্যবাদ, প্ৰশংসা thanks, bravo.

**চাবি** বি. তলাৰ কাঠী, সঁচাৰ কাঠী a key. ক্রি. **চাবি-মাৰ, চাবি-লগা**।

**চাবুক** বি. ছালেৰে গোঁঠা চেকনী বা সোঁকা a whip.

**চাবুদ** বি. প্ৰমাণ a proof.

**চাবুৰি** বি. একে সময়তে আৰু একেবাৰেই পৰা বহুত গালি।

চাবেক বিণ. আগৰ, পূৰ্ব্বৰ previous, former.

চাম বি. এবিধ সুকাঠী গছ a kind of timber tree, একেবাৰে উৎপন্ন হোৱা বহু বস্তু। ক্রি. বিণ. চামে চামে এচামৰ পাছত আন এচাম, দলে দলে batch after batch.

চাম্‌দলা বি. গাৰ ছালৰ ওপৰত বহলকৈ উখহি উঠা চকলা patch of swollen skin.

চামনি বি. ঘাৰ ওপৰত বন্ধ যোৱা পাতল চোকোৰা বা ছাল scale, জুলীয়া বস্তুৰ তেলৰ ভাগ, মল বা সৰ উঠি তাৰ ওপৰত বন্ধা জাল thick scum rising to the surface of liquid things, cream.

চামৰ বি. চোৱঁৰ, মা'খ খেদোৱা চুঁৱৰী পহুৰ নেজৰ নোমৰ শোটা a whisk made of the tail hair of the yak.

চামিল বিণ. ভুক্ত কৰা inclusion. ক্রি. চামিল কৰ।

চামুচ বি. চন, মুখত আহাৰ তুলি দিয়া সৰু হেঁতা a spoon.

চামেলী বি. এবিধ ফুল jasmine.

চাৰ বি. গুপ্ত চৰ a spy. বিণ. প্ৰবল হোৱা aggravated. বি. ঘাঁহেৰে পেট ভৰা অৱস্থা the state of having the belly filled with grass or food. চাৰ পা ঘাঁহেৰে পেট ভৰা।

চাৰণ বি. গৰু আদি চৰোৱা কাৰ্য্য the act of tending, grazing cattle. চাৰণ দি মাজে সময়ে ধন বা বস্তুৰে অলপ সহায় কৰ। চাৰণ পা মাজে মাজে সাহায্য স্বৰূপে অলপ ধন বা বস্তু পা।

চাৰণ বি. এজাতি দেৱযোনি, কোনো লোক বা বংশৰ কীৰ্ত্তি গোৱা মানুহ a professional singer of the deeds of an illustrious man or family, a bard.

চাৰপাই বি. চাৰি খুৰা লগোৱা শোৱা আসন a bedstead.

চাৰি বি. দুইৰ দুগুণ four.

চাৰি চাপৰ বাজ বি. টোলৰ বাজ অৰ্থাৎ সকলো প্ৰকাৰ সম্পৰ্ক নথকা having no communication or connection whatever.

চাৰি-পুৰুষাৰ্থ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰি বিধৰ কামনাৰ বস্তু।

চাৰি প্ৰসঙ্গ পুৱা, দুপৰীয়া, আবেলি আৰু গধূলি কৰা প্ৰসঙ্গ।

চাৰিবস্তু বি. শৰণ লগাওঁতে দিয়া নাম, গুৰু, ভকত, দেৱ এই চাৰি নাম।

চাৰিভিতি চাৰিওফালে।

চাৰি সত্ৰীয়া আসামৰ আউনী আটী, দক্ষিণ পাট, গড়মূৰ আৰু কুৰুৱাবাহী এই প্ৰধান চাৰি সত্ৰ সম্পৰ্কীয়।

চাৰী ( পু. অ. ) বি. ছোৱালী, তিৰী।

**চাৰু** বিণ. উত্তম, সুন্দৰ beautiful, elegant.

**চাৰেং** বি. সক জাহাজৰ কৰ্ম্মচাৰী বিলাকৰ ওপৰত প্ৰধান বিষয়া a serang.

**চাৰেক, চাৰিয়েক** বিণ. চেৰেক, কিছু a few, some.

**চাৰ্ব্বাক** বি. তৰ্কেৰে ঈশ্বৰ নাই বুলি নিশ্চয় কৰা মানুহ a sceptic, an atheist, নাস্তিক মত প্ৰবৰ্ত্তক এজন হিন্দু ঋষি।

**চাল** বি. ঘৰৰ ওপৰৰ আচ্ছাদন the roof of a house, কোনো বস্তুৰ ওপৰৰ আচ্ছাদন the upper covering of anything. সক. ধা. চালনীৰে ভাল বেয়া, ডাঙৰ সৰু বেলেগ কৰ to sift. বি. কৌশল trick.

**চাল** বি. চন a year.

**চাল-কুঁৱৰী** বি. ঘৃতকুমাৰী the aloe.

**চালতামামি** বি. বাষিক বিবৰণ বা হিচাব, গোটেই বছৰত হোৱা কাৰ্য্যৰ বিবৰণ বা হিচাব an annual account or report.

**চালনা** বি. সঞ্চালন, লৰোৱা বা জোকৰা কাৰ্য্য the act of moving or shaking

**চালনী** বি. শস্য চালি ভালবেয়া, ডাঙৰ-সৰু বেলেগ কৰি উলিওৱা যতন a sieve. **চালনী-সৰকা** চালনীৰ দৰে বহুত ফুটা কৰা, থকা-সৰকা pierced with many holes, তুই বাকচ মাজেৰে গাটো পাছ ফালে সৰকাই আলাসতে মৰা বাগৰ।

**চালপীৰা** বি. খুৱা লগোৱা বৰ ডাঙৰ বহল শোৱা পীৰা a large bedstead.

**চাল্‌পেনীয়া** বিণ. চেলবেলীয়া, চেলেপু talkative.

**চালবাৰ কোবা** ক্ৰি. ঠিক কথা নকৈ যিহকে পায় তিহকে ক to ramble.

**চালা** বি. খুলশালি (গালিত ব্যৱহাৰ হয়)। স্ত্ৰী. **চালী**।

**চালাক** বিণ. চতুৰ, টেঙৰ, বুধিয়ক cunning, artful, intelligent. বি. **চালাকি** চতুৰতা, ধূৰ্ত্তালি cunningness, cleverness.

**চালান** বি. বেচিবলৈ পঠোৱা বস্তুৰ আৰু তাৰ বেচৰ লেখ থকা কাকত, কোনো ঠাইলৈ পঠোৱা ধনৰ লেখ থকা কাকত an invoice, a list of things etc. despatched, a challan. বিণ. **চালানী**।

**চালাম** বি. ডাঙৰ লোকৰ প্ৰতি সম্ভ্ৰম প্ৰকাশ কৰি মতা মাত, প্ৰণাম salaam. ক্ৰি. **চালাম কৰ, চালাম দি**। বি. **চালামি** ডাঙৰ লোকক সন্মান দেখুৱাই দিয়া বস্তু, উপঢৌকন a personal gift or present.

**চালি** বি. এচলীয়া ঘৰ a shed

consisting of one flat roof. ম'ৰা আদি চৰায়ে নেজৰ পাখি থিয় কৰি বহলাই মেলা কাৰ্য্য the spreading out of the tail of a peacock or similar bird. ক্রি. চালিধৰ। চালিজাৰি ক্রি. বিণ. ৰবকৈ বিচাৰি, বাচি বাচি searching diligently.

**চালিচ** বি. মেল, কোনো কথা আলচ নাইবা বিচাৰ কৰিবলৈ পতা সমাজ a private court of enquiry. **চালিচ-নামা** চালিচৰ ৰায় বা হুকুম লিখা কাকত the judgment of a private court of enquiry.

**চালিচা** বি. চালিচৰ ৰায় মানিম বুলি স্বীকাৰ কৰা জামিন স্বৰূপে দুই পক্ষৰ লোকে চালিচৰ হাতত ৰখা টকা (যি পক্ষৰ অনুকূলে ৰায় হয়, সেই পক্ষই এই টকা ফিৰত পায়) money deposited as a security to abide by the decision of a chalis.

**চালু** বি. এবিধ ৰঙা কাপোৰ a kind of red twilled cloth.

**চালুকীয়া** বিণ. লৰিচৰি ফুৰিব পৰা, অলপ অলপ কৈ খোজ কাঢ়ি বা আঁঠু কাঢ়ি ফুৰিব পৰা child just able to walk a little or go on all fours.

**চাৰল** বিণ. এঢলীয়া, আওগবীয়া sloping.

**চাহ** বি. এবিধ গছ আৰু পাত the tea plant, its manufactured leaf. **চাহ-মাৰ** চাহ পাত ছিঙি আনি মাৰি আৰু শুকাই তাক খোৱাৰ উপযুক্ত কৰা to manufacture tea.

**চাহ** বিণ. হাল কোৰ বাই খেতিলৈ যুগুত কৰা, চহোৱা tilled, broken up as land. বি. চহোৱা মাটি, চহোৱা কাৰ্য্য। **চাহনি** চাহ থকা ঠাই, হাল কোৰ বাই যুগুত কৰা মাটি।

**চাহাব** বি. মান্য লোক a gentleman, ইউৰোপৰ মানুহ an European.

**চাহিদা** বি. প্রয়োজন, সাধাৰণে যি পৰিমাণে কোনো বস্তু কিনিব খোজে demand.

**চাহী** বি. মানুহৰ বা আন জন্তুৰ ছালত সোমাই তেজখোৱা এবিধ অতি সৰু পোক a kind of very small mite, অতি ক্ষুদ্র অংশ a very small portion.

**চাহীনী** বি. লোকৰ বস্তুৰ পৰা মনে মনে লোৱা ভাগ a small portion pilfered.

**চাক্ষুষ** বিণ. চকুৰে দেখা visible, seen with the eyes.

**চিঁউ চিঁউ, চিঁ চিঁ** (অনুকাৰ শব্দ) কোনো কোনো চৰাইৰ নিচিনা শব্দ an imitative word used to express the sharp shrill

of birds. অক. ধা. চীঁচীঁয়া। বি. চীঁচীঁয়নি।

**চিঁহিঁহিঁ** ( অনুকাৰ শব্দ ) ঘোঁড়াৰ নিচিনা মাত।

**চিক্** ( অনু. শব্দ. ) চিকাৰ নিচিনা মাত। ক্রি. চিক্‌চিকা।

**চিক** বি. কৰঙণৰ যোৱাৰ চুক the groin. জৰীৰে গঁথা বাঁহৰ কাঠিৰ পৰ্দা a screen made by stringing together bamboo strips.

**চিকচিকীয়া** বিণ. বৰকৈ ঘঁহা-মজাৰ কাৰণে জিলিকা, জিলিকি থকা glossy, glittering.

**চিকটা** বিণ. বেগাই নিছিগা, লিকটা tough, tenacious, কৃপণ niggardly. বি. অতি অলপ অংশ a small portion.

**চিকণ** বিণ. মিহি আৰু সুন্দৰ, উত্তম fine, smooth and excellent, পুষ্ট plump. ক্রি. বিণ. চিকণকৈ ভালকৈ, সুন্দৰৰূপে nicely. সক. ধা. চিকণা নিকা কৰ, পৰিষ্কাৰ কৰ, to clean, to clear. কৃদ. বিণ. চিকণোৱা।

**চিক্‌মিকা** অক. ধা. জিলিক, তিৰবিৰা to glitter, sparkle. বি. চিকমিকনি। বিণ. চিকমিকীয়া উজ্জ্বল glittering.

**চিকৰা** বি. জন্তুৰ গাত কামুৰি থাকি তেজ খোৱা এবিধ সৰু পোক a tick.

**চিকা** বি. এন্দুৰ জাতিৰ এবিধ দুৰ্গন্ধ জন্তু a musk rat.

**চিকাচন্দা** বি. ঘিণ, শুচি-অশুচিৰ বিচাৰ, একাচ বিকাচ dislike of unclean things, hate.

**চিকাফুৰা** বিণ. চিকা ওপৰত উঠাৰ কাৰণে দুৰ্গন্ধ হোৱা rendered stinking by the touch of musk-rat, দুৰ্ণাম পোৱা having a spot on the character.

**চিকাৰ** বি. মৃগয়া, খেদি জন্তু মৰা বা ধৰা কাৰ্য্য hunting. বিণ. চিকাৰী চিকাৰ কৰা, চিকাৰত পাৰ্গত hunting, skilled in hunting. বি. চিকাৰ কৰা মানুহ a hunter.

**চিকিচিকি** ক্রি. বিণ. একণ-একণকৈ pinch by pinch.

**চিকিৎসক** বি. বৈদ্য, বেজ a physician.

**চিকিৎসা** বি. ৰোগৰ প্ৰতিকাৰ, ঔষধাদিৰ ব্যৱস্থা medical treatment. চিকিৎসনীয়, চিকিৎস্য বিণ. চিকিৎসাৰ যোগ্য। চিকিৎসাধীন যি ৰোগ নাইবা ৰোগীৰ চিকিৎসা চলি আছে।

**চিকিমিকি** বি. বিজুলী lightning.

**চিকীৰ্ষা** বি. কৰিবৰ ইচ্ছা desire of doing. বিণ. চিকীৰ্ষু।

**চিকুৰ** বি. কুন্তল, চুলি hair hanging on the forehead.

**চিকেহি** বি. ভিকাৰ, ভয়ত গা কঁপি উঠা a start.

**চিকোট** সক. ধা. দুই নখেৰে চেপি দুখ দে to pinch. বি. দুই নখৰ চেপা pinch.

**চিকোণ** 'চিকণ' চোৱঁা।

**চিচা** বি. বটল, সৰু ডিঙিৰ কাচৰ পাত্ৰ a bottle. **চিচী** সৰু চিচা a phial.

**চিজিল** বি. পৰিপাটিকৈ ৰখা কাৰ্য্য, শৃঙ্খলতা proper arrangement or order.

**চিঞৰ, চিয়ৰ** বি. আটাহ, দুখ বা ভয় পাই কৰা উচ্চ শব্দ a scream. অক. ধা. আটাহ পাৰ, দুখ বা ভয় পাই উচ্চ শব্দ কৰ to scream. বি. **চিঞৰণি, চিয়ৰণি**।

**চিঞা, চিয়া** বিণ. আন ভাগতকৈ লাহী বা ক্ষীণ thinner than other parts. **চিয়াপৰ** আন ভাগতকৈ সৰু বা লাহী হ।

**চিট্** বি. কোচ, প্ৰহাৰ a stroke with a lash.

**চিট্‌চিটনি, চিটচিটা** বি. গাত তাপ লাগি হোৱা খজুৱতিৰ নিচিনা অসুখ বোধ an itching sensation caused by heat.

**চিটা, চিঠা** বি. মাটিৰ কালি আৰু গৰাকীৰ নাম লিখা কাকত a book used in land surveying.

**চিঠি** বি. পত্ৰ, লিপি, লোকলৈ বাতৰি দিবৰ কাৰণে লিখা কাকত a letter.

**চিঠি খেল, চিঠি খেলা** বি. লাভৰ নিমিত্তে কৰা একপ্ৰকাৰ খেমালি lottery.

**চিত** বি. মন, বুদ্ধি, হৃদয় mind, intellect, heart, চৈতন্য consciousness.

**চিত** বিণ. ওপৰলৈ মুখ কৰি পৰি থকা lying with the face upwards. ক্ৰি. **চিত হ, চিত খা**।

**চিত্** সক. ধা. বৰণ লগা to paint.

**চিত্‌কাৰ** বি. চিঞৰ a scream.

**চিত্তনী** বি. চিন্তা, ভাবনা।

**চিতৰা** বিণ. পখৰা variegated. স্ত্ৰী. **চিতৰী**।

**চিতল** বি. এবিধ চেপেটা ডাঙৰ মাছ a kind of flat fish.

**চিত্‌পতং খা, চিত্‌পতং হ** চিত হৈ পৰ to lie prostrate.

**চিত্‌ভোলোঙা খা, চিত্‌ভোলোঙা দি** চিত হৈ বা লুটি খাই পৰ, নৰিয়া পৰ।

**চিতা** বি. মৰা শ খৰি দিবলৈ যুগুত কৰা কাঠ, বাঁহৰ মেজি a funeral pile.

**চিত্ত** 'চিত' চোৱঁা।

**চিত্ত বিভ্ৰম-বৈকল্য** বি. মনৰ ভ্ৰম, বলিয়ালি, উন্মত্ততা derangement of mind, madness.

**চিত্তবৃত্তি** বি. মনৰ ভাব, মনৰ অৱস্থা the various sentiments of mind, মানসিক বৃত্তি mental faculty.

**চিত্তৰঞ্জিনী** বৃত্তি যি বৃত্তিৰ কাৰণে মানুহে সৌন্দৰ্য্য কলা ইত্যাদি উপভোগ কৰে, 'কান্তবৃত্তি' aesthetic faculty.

**চিত্তশুদ্ধি** বি. মনৰ পৱিত্ৰতা purity of mind.

**চিত্তহাৰী, চিত্তাকৰ্ষক** মনোহাৰী, মনোৰঞ্জক interesting.

**চিত্ৰ** বি. লিখনীৰে অঁকা বা লেখা মূৰ্ত্তি, পট a picture. বিণ. নানা বৰণীয়া variegated. **চিত্ৰকৰ, চিত্ৰকাৰ** পট আঁকোতা, খনিকৰ a painter. **চিত্ৰকৰ্ম্ম** পট অঁকা কাম, ভোজবাজি a painting. **চিত্ৰকলা** চিত্ৰবিদ্যা।

**চিত্ৰকুট** বি. বুন্দেল খণ্ডত থকা এটা পৰ্ব্বতৰ নাম, শ্ৰীৰামচন্দ্ৰ বনলৈ গৈ প্ৰথমতে তাতে আছিল the name of a mountain.

**চিত্ৰগুপ্ত** বি. যম ৰজাৰ কাকতীৰ নাম the Registrar of Jama.

**চিত্ৰপট** বি. কাপোৰ বা কাকত আদিৰ ওপৰত অঁকা চিত্ৰ a drawing. **চিত্ৰফলক** বি. চিত্ৰ, ছবি painting, picture, চিত্ৰ অঁকা ফলি বা কাপোৰ a canvas or tablet for painting. **চিত্ৰ-বিচিত্ৰ** বিবিধ বৰণৰ নক্সাযুক্ত, নানা বৰণীয়া variegated. **চিত্ৰ-মৃগ** বি. নানা বৰণ থকা পখৰা পহু। **চিত্ৰ-ৰথ** বি. সূৰ্য্য the sun, ইন্দ্ৰৰ সভাৰ এজন গন্ধৰ্ব্ব।

**চিত্ৰলেখা, চিত্ৰলেখী** বি. বাণ ৰজাৰ কন্যা উষাৰ সখীয়েক, এওঁ চিত্ৰ-বিদ্যাত বৰ পাৰ্গত আছিল the female friend of Usha.

**চিত্ৰশালা** বি. চিত্ৰ প্ৰদৰ্শন গৃহ art gallery, museum. **চিত্ৰাঙ্কন-গৃহ** studio.

**চিত্ৰা** বি. চতুৰ্দ্দশ নক্ষত্ৰ the fourteenth lunar mansion.

**চিত্ৰিণী** বি. সুলক্ষণী ধুনীয়া তিৰোতা a beautiful woman with auspicious signs.

**চিত্ৰিত** বিণ. অঙ্কিত painted, drawn, নানা ৰং লগোৱা many-coloured.

**চিত্‌লেঙীয়া** বিণ. তলিখন কাঁহীৰ দৰে সমতল আৰু বহল having a flat bottom.

**চিদ্‌বিলাস** ( পু. অ. ) বি. মনৰ সৈতে পোৱা আনন্দ, চিদানন্দ অৱস্থা a joyous state of mind.

**চিদাংশ** ( পু. অ. ) বি. জ্ঞানৰ ভাগ, চৈতন্য।

**চিদাকাশ** বি. নিলিপ্ত চৈতন্য, চিদ্ৰূপ পৰব্ৰহ্ম।

**চিদাত্ম** বি. মনৰ ভাগ, মনৰূপ প্ৰবৃত্তি, জ্ঞানবৃত্তি the mental faculty.

**চিদাত্মা** বি. চৈতন্য স্বৰূপ আত্মা, জ্ঞানময় আত্মা।

**চিদানন্দ** বি. সদায় আনন্দযুক্ত আৰু আনন্দস্বৰূপ ever joyful, পৰমেশ্বৰ God.

**চিদাভাস** বি. চৈতন্যৰ বিকাশ, জ্ঞানস্বৰূপ, জীৱাত্মা।

**চিধা** বিণ. পোন straight, শান্ত peaceful.

**চিন** বি. লক্ষণ, চিহ্ন, দাগ a mark, sign, a token, প্ৰমাণ proof, কূট a mark of punctuation. অক. ধা. সেইটোৱেই এইটো বুলি জান বা বুজ to recognise. **চিনন** কৃদ. বি. চিনি পোৱা কাৰ্য্য।

**চিনা** সক ধা. এইটোৱেই সেইটো বুলি জনা, পৰিচয় কৰাই দে to cause to be recognised, to introduce. বি. **চিনাওঁতা**। স্ত্ৰী. **চিনাণ্ডী**।

**চিনাকি, চিনাজনা** বি. পৰিচয় acquaintance. বিণ. পৰিচিত known already.

**চিনাক্ত** বিণ. কোনো বস্তুত আগেয়ে জনা, চিন দেখিতাক অমুক বুলি নিৰ্ণয় কৰা identified, recognised.

**চিনাচিনি** বি. এজনে আন জনক চিনা অৱস্থা mutual acquaintance.

**চিনা-জোক** বি. বনত থকা সৰু জোক।

**চিনাল** বি. বাণ্ডী, চিবাল।

**চিনে-ছাপে** ক্ৰি. বিণ. সম্পূৰ্ণ প্ৰমাণেৰে, সকলো চিনেৰে মিল হৈ exactly alike.

**চিনোতা** বি. চিনি পাওঁতা a man who recognises another. স্ত্ৰী. **চিনতী**।

**চিন্ত্** অক ধা. ভাবনা কৰ, মনৰ গুণ to think, to ponder. সক. ধা. ধ্যান কৰ to meditate, বাঞ্ছা কৰ to wish. বি. **চিন্তন** ভবা কাৰ্য্য। **চিন্তনি** চিন্তা, ভাবনা anxiety from fear or misfortune. **চিন্তনীয়, চিন্ত্য** বিণ. চিন্তাৰ যোগ্য।

**চিন্তছ** (পু. অ.) সক. ধা. চিন্তা কৰ।

**চিন্তা** বি. ভাবনা, মনেৰে কৰা আলোচনা, বিবেচনা, কল্পনা ইত্যাদি মানসিক ব্যাপাৰ thought, act of thinking, আগন্তুক বিপদৰ পৰা হোৱা মনৰ উদ্বেগ anxiety বাঞ্ছা wish. বিণ **চিন্তাকুল—কুলিত** চিন্তাৰে দুঃখিত disturbed with anxiousor thoughts.**চিন্তাজনক** উদ্বেগজনক causing anxiety. **চিন্তান্বিত, চিন্তাযুক্ত** উদ্বিগ্ন anxious. **চিন্তামগ্ন** গভীৰ চিন্তাত নিমগ্ন। **চিন্তামণি** অভীষ্টদায়ক মণি, স্পৰ্শমণি a fabulous gem, philosopher's stone, ব্ৰহ্মা a name of Brahma. বিণ. বহুমূলীয়া very valuable. **চিন্তাশীল, চিন্তা-পৰায়ণ** চিন্তা কৰি বিচাৰ কৰিবলৈ সমৰ্থ thoughtful, কোনো কথা

দকৈ ভাবি চোৰা অভ্যাসযুক্ত। চিন্তাৱিষ্ট চিন্তাকুল। চিন্তিত কৃদ, বিণ. চিন্তাকুল, ভাবনাযুক্ত perplexed in mind. চিন্তোতা বি. চিন্তা কৰোঁতা one who thinks, ইচ্ছা কৰোঁতা a wisher.

চিন্নি বি. ঈশ্বৰ, পীৰ বা মহন্তৰ উদ্দেশ্যে চেনি, কল, ময়দাৰে মুচলমানে কৰা নৈবেদ্য বিশেষ।

চিন্ময় চৈতন্য স্বৰূপ, জ্ঞানময়। স্ত্ৰী. চিন্ময়ী।

চিপ্ বি. এবাৰ, এবল, ওপৰলৈ দাঙিবলৈ মৰা টান বা আঁজোৰ a sudden pull or jerk upwards, খোৰোচা, চোচনি গাঁঠি a slipknot, বৰশীৰ ডাঁৰি a fishing rod. চিপ কাঢ়, চিপ ল মৰিবৰ সময়ত আঁজুৰি উশাহ ল to labour for breath as at the time of death. চিপ খা কষ্টেৰে উশাহ লওঁতে উঠা নমা কৰ to heave up and down. চিপ্ জৰী খোৰোচা লগোৱা জৰী a slip knot. চিপ্ মাৰ ওপৰলৈ টান মাৰ to pull upwards.

চিপত্ চিপে ক্রি. বিণ. চিপেপতি at every pull.

চিপ্পাত কোনো বস্তু ধৰিবলৈ চিপ্ জৰী পাত।

চিপ্মাৰ ওপৰলৈ আঁজৰ বা টান মাৰ।

চিপ্বাং বি. এবিধ মাটি খনা লোৰ অস্ত্র an iron instrument for digging.

চিপা সক. ধা. কষ্টেৰে গিল to swallow with difficulty.

চিপা, চিপিৰা বিণ. কৃপণ miserly.

চিপাদাৰ বি চুবাদাৰ শব্দৰ অপভ্ৰংশ।

চিপাহী বি. সেনা, ৰণুৱা, পদাতি a soldier, a sepoy.

চিপি বি. তেলৰ সৰু পাত্র বা চিচি an oil vessel or phial.

চিপিয়া বি. গাৰো দাড়ি ৰখা চেপেনা বাহ।

চিমটা বি. সৰু আকৃতিৰ চেপেনা a pair of small pincers.

চিমনি বি. ধোঁৱা ওলাই যাবলৈ কৰা চুঙা chimney.

চিমিট সক. ধা. চিকোট to pinch.

চিয়া বি. মুচলমান জাতিৰ এটা সম্প্ৰদায় a sect of Musalman, পো-নাতিৰ দিনলৈকে থকা যশস্যা, কীৰ্ত্তি renown descended to posterity. সক ধা. সঁচা কৰবলৈ ঈশ্বৰ বা ধৰ্ম্মৰ নাম স্মৰণ বা উচ্চাৰণ কৰা to cause a man to swear in the name of God.

চিয়া (পু অ.) সক. ধা. চিয়ৰি মাত to call aloud,

চিয়া-চৰিত্ত বি. মূল চৰিত্র, যি চৰিত পূৰ্ব্ব কালৰ পৰা চলি আহিছে authentic biography.

চিয়াৰ বি. সঙ্কেত, ইঙ্গিত, ঠাৰ a

hint, a distant allusion. সোণাৰি কমাৰৰ সঁৰাহৰ দৰে চেপি ধৰা সঁজুলি a goldsmith or blacksmith's tongs.

**চিয়াহী** বি. মহী ink.

**চিৰ** ( পু. অ. ) বি. খণ্ড, ফাল a torn piece, গছৰ ছাল the bark of a tree, বস্ত্র cloth.

**চিৰ** বিণ. নিত্য, অনন্ত। **চিৰকাল, চিৰদিন** বহুকাল, দীৰ্ঘকাল a long period. **চিৰকলীয়া, চিৰদিনীয়া** বিণ. lasting for a long time. **চিৰকালে** ক্রি. বিণ. সদায় always. **চিৰকুমাৰ** আজীৱন অবিবাহিত unmarried for the whole life. **চিৰজীৱন** সমস্ত জীৱনকাল। **চিৰজীৱী, চিৰঞ্জীৱী** অমৰ, দীৰ্ঘজীৱী ever living, দীৰ্ঘায়ু long-lived. **চিৰনিদ্রা** মৃত্যু death. **চিৰন্তন** চিৰকালীন, অতি প্ৰাচীন, সদায় থকা of long standing, old, permanent. **চিৰতুষাৰ ৰেখা** উচ্চ পৰ্ব্বতৰ ওপৰত যি ঠাইত সদায় বৰফ জমি থাকে snow-line. **চিৰায়ু** অমৰ, দীৰ্ঘজীৱী living long. **চিৰস্থায়ী** যি চিৰকাল থাকে, অবিনশ্বৰ ever-lasting. **চিৰাচৰিত** চিৰকাল আচৰিত। **চিৰস্মৰণীয়** সদায় মনত ৰাখিবৰ যোগ্য, কেতিয়াও নেপাহৰা।

**চিৰৰোগী, চিৰৰুগীয়া, চিৰৰুগ্ন** বিণ. সদায় নৰিয়াত পৰি থকা, কুৰীয়া of sickly constitution. **চিৰসুন্দৰ** বি. পৰমেশ্বৰ।

**চিৰ্ চিৰ্** ( অনু. শব্দ ) অলপীয়া পানী লাহে লাহে বৈ যাওঁতে হোৱাৰ নিচিনা শব্দ an imitative sound used to express that of water flowing gently. ক্রি. বিণ. চিৰ্ চিৰ্ কৰে, চিৰ্ চিৰ্ কৈ। বি. চিৰ্ চিৰণি। অক. ধা. চিৰ্ চিৰা।

**চিৰ্ চিৰীয়া** বিণ. অগভীৰ আৰু লাহে লাহে বৈ থকা shallow and gently flowing.

**চিৰতা** বি. এবিধ তিতা গছ the chirata.

**চিৰলী** বি. চেলা-গাঁথি, পিছফালে ওলমাই ৰখা চুলি।

**চিৰস্তাদাৰ** বি. কোনো অফিচৰ এক বিভাগৰ ওপৰঞ্চি আমোলা the head of a ministerial establishment.

**চিৰা** বি. ধান ভাজি চেপেটাকৈ উলিওৱা চাউল flat rice made out of parched half-boiled paddy.

**চিৰা** বি. ছেঁই, গুটিৰ দীঘলীয়া ভঁৰাল a long pod.

**চিৰিং** ( অনু. শব্দ ) বি. জোঙা কাঁইট বা বেজীৰে গাত হঠাৎ খোঁচ মাৰিলে হোৱা বোধ কৰা শব্দ an imita-

*tive* word used to express the painful sensation produced when a thorn or a needle is suddenly thrust into the body. অক. ধা. **চিৰিং কৰ।**

**চিৰিক্ চিৰিক্ কৰে, চিৰিক্ চিৰিক্ কৈ** ক্রি. বিণ. অলপ অলপকৈ বেগেৰে ওলাই পৰ discharging little by little.

**চিলনী** বি. মাইকী চিলা, শেন জাতিৰ এবিধ চৰাই a kite.

**চিলনী-সাঁতৰ** ওপৰলৈ মুখ কৰি দিয়া সাঁতৰ swimming with the face upward.

**চিল্মিলা** অক. ধা. অলপ অলপকৈ চকু জাঁপ খুৱা to be drowsy. বিণ. **চিলমিলীয়া** কলাঘুমুটীয়া dozy. ক্রি. বিণ. **চিল্মিল্-কৰে।**

**চিলা** বি. শেন জাতিৰ এবিধ চৰাইৰ মতা a male kite, বতাহত উৰাই ধেমালি কৰিবৰ কাৰণে কাগজেৰে সজা বস্তু a paper kite.

**চিলাই** বি. সিয়নি। সক. ধা. চিলাই কৰ।

**চিলিঙা** বি. জুই শালৰ ওপৰত পতা চাং।

**চিলিঙি** বি. বাঁহৰ পাতল কামীৰে বোৱা ওখ জেওৰা a high fence of thin split bamboo.

**চিলিম** বি. ধঁপাত আৰু তাৰ ওপৰত আঙঠা ভৰাই ধোঁৱা-খোৱাৰ মূৰত দি ধোঁৱা খোৱা পাত্র the bowl of a hooka.

**চিলিম চিগ** সকলো উপায় নষ্ট হ, সমূলি আশা দূৰ হ to lose all means, to lose all hopes of.

**চিল্চিলীয়া** বিণ. নিমজ আৰু পিছল smooth and slippery.

**চিবুক** বি. থোঁতোৰা the chin.

**চিহ্না** বি. কোনো কথাৰ সংক্ষেপ আৰু সাৰমৰ্ম্ম an abstract.

**চিহ্ন** বি. চিন a mark, চেকা a spot.

**চিহ্নিত** বিণ. চিন লগোৱা marked.

**চীঁচিয়নি** বি. কোনো কোনো সৰু চৰাই বা পোকৰ চীঁচি শব্দ। অক. ধা. **চীঁচিয়া।**

**চীন** বি. এখন দেশৰ নাম, খেহ দেশ China. **চীনা আলু** এবিধ খোৱা আলু।

**চীনা-বাদাম** এবিধ বাদাম the ground-nut. **চীনা বাচন** চীনা মাটিৰ বাচন।

**চীৰ** বি. ফটা কাপোৰ an old torn cloth, গছৰ ছাল bark of a tree.

**চুঁট** বি. ষাঁড় বা বলদ গৰুৰ গলধনৰ উঠঙা the hump of the bullock. **চুঁটখৰ** গৰুৰ চুঁটৰ ছালৰ ওপৰত হোৱা ঘা hump-sore.

**চুঁৰৰী পছু** বি. চমৰী পছু, ভোট তিব্বত আদি পৰ্ব্বতীয়া দেশৰ এবিধ পছু the yak.

**চুক্** বি. কোণ, দুটা বস্তু বা ৰেখা কতীয়া ভাবে দুফালৰ পৰা আহি মিলা ঠাই, তলপেট আৰু কৰঙণৰ মাজৰ ঠাই a corner, an angle, কোনো গাওঁৰ এক খণ্ড।

**চুক চুকা** সক. ধা. মিঠা কথাৰে মন ভুলা to persuade by sweet words, to coax. কৃদ. বিণ. **চুক্-চুকাওঁতা**। স্ত্রী. **চুকচুকাঁতী**।

**চুক্ চুকীয়া** বিণ. অলপ টেঙা বা লোণৰ সোৱাদ থকা অলপ চোকা saltish, slightly acid.

**চুকনীয়া** বিণ. খাজনা দিবৰ নিয়ম কৰি কিছু দিনৰ কাৰণে লোৱা holding a lease for a term. বি. **চুকনিয়াৰ** চুকনীয়া মাটি খোৱা মানুহ an undertenant renting land for a short-time.

**চুক-ভেকোলা** বি. প্ৰায়ে ঘৰৰ চুকত থকা এজাতি ভেকুলি a toad. স্ত্রী. **চুক-ভেকুলী** বহিৰ্জ্জগতৰ কোনো জ্ঞান নথকা মানুহ not worldly wise.

**চুকুলি** বি. কাৰো বিপক্ষে তেওঁৰ অসাক্ষাতত নিন্দা লগনীয়া কথা a back-biting.

**চুকাশাক, চুকা-পালং** বি. এবিধ টেঙা শাক the sour spinach.

**চুকিয়া** (পু. অ.) অক. ধা. পৰাস্ত হৈ।

**চুকিয়াচুকি** বিণ. এচুকৰ পৰা তাৰ বিপৰীত চুকলৈ diagonal, কেবাটাও চুক থকা having many corners. ক্রি. বিণ. **চুকিয়াচুকিকৈ** এচুকৰ পৰা আন এচুকলৈ diagonally.

**চুকীয়া** বিণ. চুক থকা having angles or corners, কেইওফাল সমান নোহোৱা angular.

**চুকেচুকে** ক্রি. বিণ. বেলেগ বেলেগ চুকত in many different corners, এক চুকৰ পৰা আন চুকলৈ diagonally.

**চুক্তি** বি. সৰ্ত্ত, নিৰ্দ্ধাৰিত বন্দবস্ত an agreement, a contract. **চুক্তি-নামা** কোনো বন্দবস্তৰ কাৰণে লিখা কাকত a deed contract.

**চুঙা** বি. ফোপোলা দীঘল বস্তু a tube. **চুঙা-পিঠা** বাহৰ চুঙাত গুৰি ভৰাই কৰা এবিধ পিঠা। **চুঙা-বাদুলি** এবিধ সৰু বাদুলি a bat, সংসাৰ বিষয় একো নজনা লোক one ignorant of worldly affairs.

**চুঙি** বি. জাহাজ আদিত লগোৱা দীঘল নলা বা চুঙা a chimney.

বি. চিকাৰ কৰিবৰ নিমিত্তে ৰখা

চোঙৰ ৰখীয়া বা সাৱধান লোৱা মানুহ a man in charge of a game preserve.

চুচীয়া-নাও বি. এবিধ সৰু নাও, চেলেঙী বা জালোৱা নাও a small boat.

চুচুক-চামাক বি. কোনো ঠাইলৈ বা লোকৰ আগলৈ যাবলৈ ভয় বা লাজ কৰি আগ পাছ হোৱা, কোনো কাম কৰিবলৈ নাইবা কথা কবলৈ আশঙ্কা কৰা কাৰ্য্য hesitation about appearing before a certain person or going to a certain place, or in doing or speaking. ক্রি. বিণ চুচুক-চামাককৈ।

চুজি বি. ঘেঁহু ধানৰ চাউলৰ খৰচীয়া গুৰি the coarsest flour of wheat. (চাউলবোৰ পিহোঁতে নিচেই ওপৰৰ ভাগৰ পৰা যি খৰচীয়া পিঠা গুৰি ওলায় তাকে চুজি বোলে, চাউলৰ মাজৰ ভাগৰ যি গুৰি ওলায় তাক আটা আৰু নিচেই মাজৰ পৰা যি অতি মিহি গুৰি ওলায় তাক ময়দা বোলে)। চুজি-মাটি বি. সাজিমাটি, খাৰমাটি।

চুটা বি. কম, নাটনি deficiency.

চুটি বিণ. চাপৰ, দীঘল নোহোৱা not high, short.

চুটি বি. ঘোঁৰাৰ লৰ the running of a horse. চুটিমেল ঘোঁৰাত উঠি লৰি যা to ride rapidly.

-চাপৰ বিণ. কঁটীয়া of small stature.

চুটি-মুটি বি. গঁটিয়া, চাপৰ short, dwarfed.

চুটিয়া বি. আসাম দেশৰ আদিম বাসী এজাতি মানুহ an aboriginal race of Assam. চুটিয়া-শালিকা বি. এবিধ হাবিত থকা শালিকা a kind of small bird.

চুনৰি বি. নিশ্বাস লোৱা যন্ত্র the lungs.

চুনী বি. এবিধ বহুমূলীয়া ৰঙা বাখৰ a precious stone of red colour.

চুন্নত (আৰবী) বি. পুৰুষাঙ্গৰ মূৰৰ ছাল কাটি পেলোৱা কাৰ্য্য circumcision.

চুন্নী বি. মুচলমানৰ এটা সম্প্রদায়।

চুপ বি. নিঃশব্দ, মাত নমতা silent. চুপচাপ নিমাত, নিঃশব্দ অৱস্থা silence.

চুপ্‌ ক্রি. ওঁঠ চেপি ধৰি জলীয়া বা আন কোমল বস্তু পি বা শোহা মাৰি খা to drink or suck with the lips almost closed.

চুপতা-চুপতি বি. এজনে আন জনক ইতিকিং কৰা, পৰস্পৰে উপহাস কৰা

কাৰ্য্য mutual exchange of jokes or provoking words.

চুপতি বি. ইতিকিং কৰা, খং তোলা কথাৰ আলাপ, উপহাস।

চুপনা-পাত খাবলৈ আশা কৰি বৈ থাক।

চুপহি বি. ফুলৰ নুফুলা কলি an unopened flower-bud, কুঁহি পাতৰ মুকলি নোহোৱা অঙ্কুৰ an unopened leaf-bud, ফুলৰ তলত আৰু ঠাৰিৰ মূৰত থকা সৰু পাতৰ নিচিনা ঢাকনী, ফুলৰ আসন the calyx of a flower, চিচাৰ মুখৰ মাজখোল ঢাকনী a capsule of a bottle, পৰঙীজালৰ টনিডালৰ গুৰি সুমাই ৰখা, মাজত গাঁঠি থকা ফোঁপোলা বাঁহৰ চুঙা, কোনো বস্তুৰ মূৰত লগোৱা বেঁটু বা সৰু কলচী, শুকান ভোলৰ ভিতৰত থকা সোপোকা শাহ, ওঁঠ চেপিধৰি জুলীয়া বস্তু পি খাওঁতে বা চুমা খাওঁতে হোৱাৰ নিচিনা শব্দ।

চুপা বি. জোপা a cluster.

চুপাৰি বি. শুকাই থোৱা তামোল dry betel-nut.

চুপাবিচ বি. অনুৰোধ request.

চুপি বি. সৰু তেলৰ পাত্ৰ a small oil-vessel.

চুব নোৱৰা হ ৰাজস্বলা হ to be menstruous.

চুবা বি. গাৱঁৰ বা নগৰৰ কোনো এভাগত বাস কৰা মানুহ বিলাকৰ ঘৰ সমূহ a division of a town or village, গোবৰৰ বা বিষ্ঠাৰ-লদা a lump of night soil or dung.

চুবাদাৰ বি কোনো প্ৰদেশৰ শাসন-কৰ্ত্তা governor, দেশী সৈন্য বা ফৌজৰ এজন ওপৰ শ্ৰেণীৰ বিষয়া subadar, an Indian officer of an Indian army.

চুবুৰি বি. নগৰ বা গাৱঁৰ মানুহৰ বসতি থকা একখণ্ড a part of a village or city. বিণ. চুবুৰীয়া ওচৰ ঘৰীয়া neighbour.

চুম্ সক. ধা. চুমা খা, ওঁঠেৰে স্পৰ্শ কৰ to kiss.

চুমা বি. আনৰ কোনো অঙ্গত মুখ দি কৰা আদৰ বা চেনেহ a kiss. সক. ধা. চুমা খা, চুমা দে।

চুম্প্ (পু. অ.) অক. ধা. খাপ দে চোপা দে to lie in wait.

চুম্ব্ (পু. অ.) সক. ধা. ওঁঠেৰে চোহ। কৃদ. বি. চুম্বন।

চুম্বক বি. চুম্বক শিল, লো আকৰ্ষণ কৰা এবিধ শিল the load-stone.

চুম্বক কৈ ক্ৰি. বিণ. সংক্ষেপে in short. চুম্বক বিণ. চমু, সংক্ষেপ short, brief.

চুম্বন বি. চুমা খোৱা কাৰ্য্য, চুমা the

act of kissing. চুম্বিত কৃদ. বিণ. চুমা খোৱা kissed.

চুৰ্ কৰ্ ক্রি. গৰাকীয়ে নজনাকৈ বস্তু নি to steal.

চুৰমাৰ বিণ. ভাঙিছিঙি নষ্ট কৰ broken to pieces, ruined.

চুৰট বি. ধেঁৱা খাবৰ নিমিত্তে শুকান ধপাতেৰে সজা হুৰা a cigar.

চুৰ্-তাৰি, চুৰ্-চাৰি চুৰ আৰু সেই নিচিনা অন্যায় কাম theft and similar unlawful act.

চুৰি বি. চুৰ কৰা কাৰ্য্য theft.

চুৰিয়া বি. পুৰুষৰ কঁকালত পিন্ধা কাপোৰ the waist cloth of a man.

চুৰী বি. তিৰোতাৰ হাতত পিন্ধা খাৰুৰ নিচিনা অলঙ্কাৰ a kind of ornament.

চুৰু বি. আৰম্ভ beginning. ক্রি. চুৰু কৰ।

চুৰুণী বি. চোৰৰ ঘৈণীয়েক the wife of a thief, চুৰ কৰা তিৰোতা a female thief, অপবাদ লগা তিৰোতা।

চুৰ্কী বি. ইটাৰ গুৰি powdered brick.

চুৰ্ত্তি বি. নিজক নপহৰা অৱস্থা, ধৈৰ্য্য self-control, patience.

চুলি বি. মানুহৰ নাইবা ঘোঁৰা আদি জন্তুৰ মূৰৰ দীঘল নোম the hair on the head of a man or an animal.

চুলিয়াচুলি বি. এটাই আনটোৰ চুলিত ধৰি টনা কাৰ্য্য the act of pulling one another by the hair. চুলিয়ে ধাতু যা বৰকৈ ভয় পাই জীৱ ওলাই যোৱা যেন লাগ।

চুলুং বিণ. চেলেপু, মন পাতল, নিলাজ, সঁচামিছা ভালবেয়া নিবিচাৰি মুখত যি আহে তাকে কোৱা light-minded, shameless, speaking regardless of truth or propriety. বি. চুলুঙালি।

চুৱা বি. এবিধ সুগন্ধি দ্রব্য, পুষ্পসাৰ a fragrant substance, essence.

চুৱা বি. উচ্ছিষ্ট, খাই এৰা বস্তু the remains of food eaten, অশৌচৰ সময় a period of ceremonial impurity. ক্রি. চুৱা হ অপবিত্র হ, বিধুতি হ to be menstruous. চুৱাচৰু বি. কোনো কাৰণত অশুচি হোৱা ভাত ৰন্ধা পাত্র defiled cooking place.

চুৱানি বি. ভাত খোৱা পাত আৰু আন অশুচি বস্তু পেলোৱা ঠাই a place where leavings and unclean things are thrown. চুৱাপাত উচ্ছিষ্ট থকা পাত্র বা পাত

an unclean leaf for plate after eating. চুৰা পাতনি আহাৰ কৰা পাত আদি পেলোৱা নাইবা বাচন বৰ্ত্তন ধোৱা ঠাই a place where leaf etc. are thrown after food or utensils are washed.

চুহ, চুঃ অব্যয়, জন্তু আদি খেদাওঁতে ব্যৱহাৰ কৰা মাত begone (applied to animals.)

চূড়া, চূড় বি. ম'ৰা আদি চৰাইৰ মূৰৰ জ a crest, মূৰ head, কোনো বস্তুৰ ওপৰৰ ভাগৰ টিং the top, peak, গোটেই মূৰটো খুৰাই মাজ মূৰত ৰখা টিকনি a lock of hair left on the crown of the head, মূৰৰ আভৰণ head dress. চূড়াকৰণ বি. ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য জাতিৰ ল'ৰাৰ এটি সংস্কাৰ কাৰ্য্য the ceremony of tonsure observed by the first three classes of the Hindus.

চূড়ান্ত বিণ. একেবাৰে শেষ বা নিষ্পত্তি হোৱা, বাকী নথকা final, অতিৰিক্ত পৰিমাণ excess.

চূড়ামণি বি শিৰোমণি, মূৰত বা কিৰীটত পিন্ধা মণি a jewel worn on the head, সকলোতকৈ শ্ৰেষ্ঠ লোক a superior personage, মুকুট a coronet.

চূণ বি. পোৰা শিল বা শামুকৰ গুৰি lime.

চূণখাৰ বিণ. চূণ আৰু খাৰৰ নিচিনা চোকা, বৰ চোকা having a cutting or piercing taste like lime or allkali. চূণখাৰ কৰ চোকা বাক্যৰ দ্বাৰা মনত দুখ দি to would the feelings by cutting words. চূণ-চাত বিণ. ভাগ ছিগি গুৰি হোৱা broken to pieces, উচ্ছন্ন totally destroyed. চূণৰীয়া বিণ. লজ্জিত, অপমান পোৱা ashamed, insulted.

চূত বি. আম গছ a mango tree.

চূৰ্ বিণ. চূৰ্ণ, নষ্ট destroyed, smashed. বি. বিষ বা খজু বাঢ়িব নোৱৰা কৰা মন্ত্ৰ an incantation used to stop the progress of any pain or tumor. চূৰমাৰ বিণ. ধ্বংস কৰা destroyed.

চূৰ্ণ্ণ বিণ. ভাগি-ছিগি গুৰি কৰা, ভাঙি গুৰিৰ দৰে কৰা broken to pieces, smashed.

চূৰ্ণৱীয়া বিণ. ক্ষুদ্ৰ,অল্পৰূপীয়া, সামান্য little, inferior in degree or quantity. ক্রি বিণ. চূৰ্ণৱীয়াকৈ মিহিকৈ গুৰি কৰা reduced to fine powder. বি. এবিধ পোকে গাঁতৰ পৰা ওপৰলৈ তোলা মাটিৰ মিহি গুৰি, সেই পোক fine dust or earth thrown up by a species of insect from the

hole in which it lives, the insect itself.

**চূৰ্ণ** বি. গুড়ি, খুন্দি মিহিকৈ ভঙা বস্তু powder lime. বিণ. গুড়ি কৰা, খুন্দি ভঙা reduced to powder.

**চূৰ্ণক** বি. পুথিৰ দাঁতিত বা তলত লিখা কোনো বাক্য বা শব্দৰ সংক্ষেপ অৰ্থ a short explanatory note written on the margin or at the foot of a book.

**চূৰ্ণকাৰ** বি. চূণ পোৰা বা বেচা মানুহ a dealer in lime.

**চূৰ্ণতা** বি. গুড়ি হোৱা অৱস্থা the state of powder.

**চূৰ্ণীকৃত** বি. ভাঙি ডোখৰ ডোখৰ কৰা broken to pieces.

**চূৰ্ণিকা** বি. 'চূৰ্ণক' চোৱাঁ।

**চূৰ্ণিত** বিণ. চূৰ্ণ কৰা, ভঙা grounded, smashed.

**চূণকৃত** কৃদ. বিণ. গুৰি কৰা reduced to powder.

**চূলা** বি. জাপিৰ টুপৰ ওপৰত লগোৱা ধাতুৰ চুপহি the metallic knob fixed at the top of a Japi, খৰমৰ খুটি the knob of a wooden sandal.

**চেউনী** বি. বাহৰ a camp.

**চেউলী** বি. এবিধ বিদেশী পাট-কাপোৰ a kind of silk.

**চেংচেং** (অনু. শব্দ) গাত জুয়ে পোৰা বেদনা প্ৰকাশ কৰা শব্দ an imitative word used to express the smarting pain of burn. ক্ৰি. বিণ. চেংচেং কৰে। বি. চেংচেঙনি। ক্ৰি. চেঙচেঙা। বিণ. চেঙচেঙীয়া বৰ তপত, পুৰিব পৰা তপত very hot, burning.

**চেংলেটিয়া** বি. সৰু চেঙেলী মাছ।

**চেঁউৰী** বি. পোৱালি হবৰ বয়স নোপোৱা মাইকী জন্তু a young female animal.

**চেঁওৰা** বি. পুৰণি ফটা কাপোৰৰ খণ্ড a portion of an old cloth.

**চেঁকুৰ** বি. জন্তুৰ লৰ, ঢাপলি the running of an animal. অক. ধা. ঢাপলি মেল to race.

**চেঁচনি** বি. শীতলতা, জুৰ অৱস্থা coolness, দুখ বা পীড়াৰ উপশান্তি relief from pain or distress.

**চেঁচা** বিণ. তাপ নথকা, জুৰ cool, শীতল cold, শান্ত tranquil, খং. নথকা free from passion. বি. তাপ নথকা অৱস্থা coldness, শান্তি tranquility.

**চেঁচা** (পু.অ.) বি. চিঞৰ to scream.

**চেঁচু** বি. পাতলকৈ এফৰা আৰু দুই দাঁতিত ধাৰ থকা বাঁহৰ দীঘল চলা a

thin strip of bamboo having sharp edges. বিণ. **চেঁচৰা।**

**চেঁচুক** বি ৰ'দ নপৰাৰ কাৰণে চেঁচা আৰু জেকা ঠাই a damp and shady place. বিণ. **চেঁচুকীয়া** সূৰ্য্যৰ তাপ নপৰা, চেঁচুকত থকা।

**চেঁচেঁ** (অনু. শব্দ) চৰাই, চৰাই পোৱালি নাইবা কোনো কোনো পোকৰ নিচিনা শব্দ। ক্রি. **চেঁচেঁয়া।**

**চেঁচেঁৰা** বি. কোমল চটৰ ওপৰে অতি বেগে যোৱা তৰাং পানী rapid shallow water running over an even bottom with a loud noise.

**চেঁচেঁৰা কোৱা** অক. ধা. অৱহেলা কৰ, আওকাণ কৰ to disregard, to be indifferent.

**চেঁচোৰ** বি. এবিধ বন, ইয়াৰ শিপাৰ মূৰত আলু ধৰে।

**চেক্‌চেকনি** বি. নতুন ঘাত টেঙা, লোণ আদি চোকা বস্তু পৰিলে হোৱাৰ নিচিনা বেদনা the sharp pain caused in a wound when coming in contact with acid or salt, এবিধ চৰাইৰ মাত the cry of certain birds. অক. ধা. **চেক্‌চেকা।**

**চেক্‌চেকী** বি. চেক চেক শব্দ কৰা এবিধ চৰাই a kind of bird. বিণ. সদায় হাই উৰুমি কৰি থকা habitually noisy.

**চেক** বি. টকা দিবলৈ বেঙ্কলৈ দিয়া আজ্ঞাপত্র cheque.

**চেকনী** বি. ল'ৰাক বা গৰু আদিক কোবাবৰ কাৰণে এছাৰি বা বাঁহৰ লেকেচি a switch used for whipping.

**চেক্‌লি-খুন্দা** বি. মিৰি আলু।

**চেকা** বি. নিৰ্ম্মল বস্তুৰ কোনো এঠাইত লগা মলি a stain, a blot, কলঙ্ক, দুৰ্নাম infamy.

**চেকুৰা** বি. ছেঁই, গুটিৰ দীঘলীয়া ভঁড়াল a pod, দীঘলীয়া খণ্ড (সোণৰ চেকুৰা) a long narrow piece (said of gold), গোট মৰা তেজৰ খণ্ড a clot of blood. **চেকুৰা বান্ধ, চেকুৰা মাৰ** গোট মাৰ to clot as blood. **চেকুৰা চেকুৰ** গোট মাৰি ডোখৰ ডোখৰ হোৱা coagulated into many clots, দীঘল দীঘলকৈ খণ্ড খণ্ড কৰা formed into several long pieces. বিণ. **চেকুৰীয়া।**

**চেকেৰা** বি. এবিধ টেঙা a kind of acid fruit.

**চেখ, ছেখ** বি. মুচলমানৰ ভিতৰত এটা প্ৰধান ফৈদ a class of Mussalman.

**চেখৰা** বি. ডেকেৰা ওকণী। বিণ. ডেকেৰী full-grown.

**চেগুণ** বি. এবিধ ডাঙৰ শুকাঠি গছ the teak tree.

**চেঙা** বিণ. বৰ তপত very hot, অস্থিৰ, তজবজীয়া restless, ওচৰ চাপিব নিদিয়া not quiet. বি. বেদনা pang.

**চেঙা, চেঙামাছ** বি. এবিধ মাছ, ই প্ৰায় গাঁতত থাকে আৰু মুখত ডাঢ়ি আৰু গাত বগা চকৰ আছে a kind of fish. **চেঙা-লুটি-পাৰ** চেঙা মাছৰ দৰে ধৰফৰা। **চেঙা-মুৰীয়া** বি. অৰ্শ ৰোগ the piles.

**চেঙা, চেঙেলী** বিণ. বেগাই বৰকৈ বাঢ়ি অহা ( পানী ) rising rapidly, said of flood.

**চেঙেৰা** বিণ. ডেকা স্বভাৱৰ, চঞ্চল youthful, restless. বি. বিয়া নকৰোৱা ডেকা মানুহ an unmarried youth.

**চেঙেলী** বি. চেঙা মাছৰ আকৃতিৰ এবিধ সৰু মাছ a kind of little fish.

**চেঙেলীয়া** বিণ. চেঙা বা তজবজীয়া কিন্তু কম বয়সীয়া testless, active, brisk.

**চেচু** বি. কুমলীয়া আমৰ এঠা।

**চেটিয়া** বি. এ শ্ৰেণী চমুৱা আৰু বিষয়া খেলৰ আহোম a clan of higher class Ahom.

**চেড়ী** বি. দাসী maid-servant.

**চেতন, চেতনা** বি. চৈতন্য, বোধ, অজ্ঞান sense, consciousness, সাৰ পোৱা অৱস্থা recovery from sleep or senselessness, জীৱন life. অক. ধা. **চেতন পা** সাৰ পা to wake, জ্ঞান পা, তত পা to come to one's self.

**চেতা** সক. ধা. লভ্, পিশাচে পা to be possessed with a spirit, সজীৱ কৰা, জগোৱা to cause to come to consciousness.

**চেতাৰ** বি. এবিধ গুণ লগাই বজোৱা বাদ্য যন্ত্ৰ a kind of stringed musical instrument.

**চেতিয়া** ( পু. অ. ) অক. ধা. চেতন লৈ, জ্ঞান পাই।

**চেন্** বি. হাতালি, সৰু সৰু খোলা কটি হাতৰ তলুৱাৰে ওপৰলৈ মাৰি হাতৰ পিঠিৰে ধৰা এবিধ ল'ৰাৰ খেল a kind of children's game.

**চেনাৰ** বি. এবিধ মাছ a kind of fish. **চেনাৰী** অবিশ্বাসী।

**চেনি** বি. পগাই পৰিষ্কাৰ কৰা গুৰ sugar.

**চেনি-চম্পা** বি. বৰ সোৱাদ আৰু ভাল গোন্ধৰ এবিধ কল a kind of sweet smelling plantain.

**চেনি-পুঠী** এবিধ মাছ a kind of fish. চেনি মাছ পুঠী মাছৰ নিচিনা কিন্তু তাতকৈ বহুত ডাঙৰ এবিধ বগা বৌ জাতিৰ মাছ a kind of fish.

**চেম্ন** বি. মানুহৰ গালৰ ছাল ক'লা কৰা এবিধ ৰোগ a kind of disease which discolours the face.

**চেনেহ** বি. মৰম, প্ৰেম, ভালপোৱা affection, love. **চেনেহা-চেনেহি** পৰস্পৰ ভাল পোৱা mutual affection.

**চেনেহী** বি. বৰ চেনেহৰ মানুহ a beloved person, চেনেহ বা মৰমৰ মানুহক মতা মাত a term of endearment বিণ. বৰ মৰমৰ beloved.

**চেনেহুৱা** বি. বেচ নলৈ মৰম কৰি দিয়া বা কৰা done or given out of good will without taking anything in return. বিণ. চেনেহ থকা, মৰমিয়াল affectionate.

**চেপ্** সক. ধা. টান বস্তুৰ মাজত সুমাই টেপা বা হেঁচা মাৰ to squeeze or press, টেপা মাৰি পানী বা ৰস উলিয়া to wring out, ঠেক কৰ to make narrow. বিণ. ঠেক narrow.

**চেপা** বি. টান বস্তুৰ মাজত সুমাই মৰা টেপা, এবিধ মাছ ধৰা যতন squeezing, a kind of fish-trap. **চেপা খা** কোচ খা। **চেপা মৰা** বৰকৈ ঠেক কৰা বা হোৱা compressed. **চেপামাৰ** টেপা মাৰ press between hard things. **চেপি আন** ক্ৰমে একাললৈ চেপি যা gradually to compress one to end. বি. **চেপোঁতা**। স্ত্ৰী. **চেপঁতী**।

**চেপেটা** বিণ. ওপৰৰ ভাগ সমান আৰু বহল flat. অক. ধা. **চেপেটা খা, চেপেটা মাৰ** to be flat.

**চেপেনা** বি. চেপি হুখ দিয়া যতন, সঁৰাহ a squeezing instrument, pincers.

**চেফেৰা** বি. ভালৰ পৰা বেয়া হোৱা বিজাতৰীয়া degenerated.

**চেবা** সক. ধা. ভয়ত গা চমকি উঠ to start suddenly.

**চেমনীয়া** বিণ. অলপ বয়সীয়া, বৰ ওখ ডাঙৰ নোহোৱা young and not full-grown.

**চেয়াৰ** ( ইং ) বি. চকী chair.

**চেৰ্** বিণ আনতকৈ নীহ, নিকৃষ্ট inferior. **চেৰ্ পৰ্** অক. ধা. আনতকৈ নিকৃষ্ট বা কম হ, পাছ পৰ to be surpassed. সক. ধা. **চেৰ পেলা** পাছ পেলা to excel.

**চেৰ্চেৰ্** ( অনু. শব্দ ) তপত তেলত পানী পৰিলে বা তপত পাত্ৰত পানী বা চেঁচা বস্তু পৰিলে হোৱাৰ নিচিনা শব্দ। বি. **চেৰচেৰণি**। ক্ৰি. **চেৰ-চেৰা**। বিণ. **চেৰচেৰীয়া**।

**চেৰণি** বি. পেট বোৱা disorder of bowels.

**চেৰা** অক. ধা. পানীৰ নিচিনা শৌচ কৰা to have loose bowels.

**চেৰা** সক. ধা. ওপৰে দি পাৰ হৈ যা, পাছ পেলাই এৰি যা to pass over, to cross.

**চেৰাকণি** বি. নিচেই পাছত পৰা কণি an egg laid last of all. **চেৰাচুলি** বি. সন্তান ওপজি আহোঁতে গজি অহা চুলি the hair on the head of a new-born infant. **চেৰাবলীয়া** অলপ বলীয়া half-witted. **চেৰা বিহু** বিহুৰ শেষৰ কেইদিন। **চেৰাশলীয়া** অশৌচীয়া confined. **চেৰাশালি** প্ৰসৱ কৰা ঘৰ lying in chamber.

**চেৰাগ** ( আৰবী ) বি. চাকি, বন্তি candle.

**চেৰাপ** ( আৰবী—চাৰাব ) বি. মদ wine. বিণ. **চেৰাপী** মদাহী।

**চেৰী, চেড়ী** বি. দাসী, বেটী a maid-servant.

**চেৰুৱা** বি. জন্তুৰ ঠেঙৰ বহল আৰু মঙহাল ভাগ the thigh of an animal.

**চেৰেং কৰে** ক্রি. বিণ. অকস্মাৎ, হঠাৎ suddenly.

**চেৰেক** ( অনু. শব্দ ) ঠেক চুঙাৰ মুখেদি বলেৰে বেগাই পানী মাৰি পঠাওঁতে হোৱাৰ নিচিনা শব্দ, ৰেপ মাৰি কাটোঁতে বা বলেৰে কাপোৰ আদি ফালোঁতে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **চেৰেক কৰে**।

**চেৰেক** বি. চাৰিটামান, কিছুমান a few.

**চেৰেকা** বি. এবিধ চৰাই a kind of bird, পিচকাৰী syringe. **চেৰেকা-পানী** পিচকাৰীৰে মাৰি পঠিওৱা পানী।

**চেৰেকী** বি. উঘাতকৈ ডাঙৰ এবিধ সূতা মেৰোৱা যতন a contrivance for winding thread.

**চেৰেঙা** বি. কিছু সময়ৰ কাৰণে ওলোৱা ৰ'দ, তাপ বা মনৰ ভাব temporary sunshine, heat or feeling.

**চেৰেঠ** বিণ. মলিন, লেতেৰা dirty, কৰিব নজনাৰ কাৰণে বেয়া হোৱা spoiled.

**চেৰেপা** বি. মানুহ আৰু জন্তুক কামোৰা এবিধ সৰু পোক a species of flea বিণ. বৰ টেঙা, অতিশয় সোৱাদ very acid or sweet.

**চেৰেমা** বিণ. ক্ষীণ lean.

**চেৰেলা** বিণ. ক্ষীণ lean.

**চেৰেলিয়া** অক. ধা. বেচিকৈ পাতল শৌচ কৰ make too much purging.

**চেল্‌চেলা, চেলবেলা** অক. ধা. অসাৰ বা মিছামিছি কথা অধিক কৈ ক, ভাল বেয়া নিবিচাৰি মুখত যি আহে তাকে ক to babble. বিণ. **চেলচেলীয়া, চেলবেলীয়া**।

**চেলা** বি. এবিধ বহু ঠেঙীয়া চেপেটা বিষাল কীট a centipede. সাধু-সন্ন্যাসীসকলৰ শিষ্য।

**চেলাউৰি** বি. ভ্ৰূৰ, চকুৰ ওপৰৰ ধেনুভিৰীয়া নোম the eye-brow.

**চেলা-পেটী** বি. এবিধ পানী জোক a kind of water-leech.

**চেলাম** বি. ওলগ, কপালত হাত দি কৰা সন্মান a salutation.

**চেলামী** বিণ. এফালৰৈ ক্ৰমে চাপৰ sloping. বি. সন্মান দেখুৱাবলৈ দিয়া দান।

**চেলি** ( পু. অ. ) বি. কাপোৰ cloth.

**চেলু** বি. ধৰিবৰ ঠেক a catch, কাৰ্য্য কৰাৰ উপায় means of doing a thing, সুবিধা, চল a pretext, good chance.

**চেলুৱাই** বি. ( চহা ) 'চুৰট' চোৰাঁ।

**চেলেং** বি. গাত লোৱা পাতল কাপোৰ a thin cloth wrapped round the body.

**চেলেংপেতেং** বি. অনিচ্ছাৰে অলপকৈ ভোজন কৰা কাৰ্য্য। বিণ. মন নিদিয়া, অনিচ্ছাৰে কৰা reluctant, indifferent.

**চেলেক** সক. ধা. জিভাৰে সোৱাদ ল, জিভাত লগাই ভক্ষণ কৰ to lick.

**চেলেকনা** বি. এবিধ সৰু মাছ a kind of small fish.

**চেলেকা** বি. জিভাৰে চেলেকি খোৱা কাৰ্য্য the act of licking, অলপমান বস্তু a little. কৃদ. বিণ. চেলেকি খোৱা licked. সক. ধা. আনক চেলেকিবলৈ দে to cause one to lick. কৃদ. বি. **চেলেকোঁতা**। স্ত্ৰী. **চেলেকঁতী**।

**চেলেকা-চুবুৰা** বিণ. এঠাইত লগা আন ঠাইত নলগা laid as paint or plaster here and there, and not uniformly.

**চেলেঙী নাও** বি. অসমীয়া সৰু জালোৱা নাও a small fishing dugout.

**চেলেপু** বি. চঞ্চল, গহীন নোহোৱা, নিলাজ, সঁচা-মিছা, ভাল-বেয়া নিবিচাৰি মুখত যি আহে তাকে কোৱা not grave, light-minded, speaking without regard of truth or propriety.

**চেৱাই** অব্যয়. বাহিৰে, ব্যতীত except.

**চেৱণ্ডিয়া** ( পু. অ. ) বিণ. দৰিদ্ৰ, নিৰাশ্ৰয়।

**চেৱা দিয়া** ক্ৰি. পানীৰ ভাপত সিজোৱা।

**চেষ্টা** বি. যত্ন, উদ্যোগ, কাৰ্য্য attempt, exertion, action, তত, জ্ঞান sense, relief. বিণ. **চেষ্টান্বিত** যত্নশীল, চেষ্টা যুক্ত exerting, striving. কৃদ. বিণ. **চেষ্টিত** যি বিষয়ত চেষ্টা কৰা যায় attempted, tried.

**চেহেৰা** বি. মূৰ্ত্তি, আকৃতি, ৰূপ, গঢ় appearance.

**চৈ** বি. পাণৰ নিচিনা এবিধ লতা a kind of creeper.

**চৈ** বিণ. অভ্যস্ত, কোনো কামত নিযুক্ত ৰখা practised, engaged.

**চৈতন্য** বি. চেতনা, জ্ঞান, অনুভূতি, জীৱনৰ লক্ষণ sense, consciousness, জাগৰণ, সাৰ পোৱা অৱস্থা, জীৱন, প্ৰাণ awakening, life, পৰমাত্মা, a supreme spirit. বিণ. **চৈতন্যময়** জ্ঞানময়, সদায় জাগ্ৰত।

**চৈতন্য** বি. বঙ্গদেশৰ সুবিখ্যাত বৈষ্ণৱ ধৰ্মপ্ৰচাৰক, তেওঁৰ আন নাম নিমাই, গৌৰাঙ্গ a name of a famous Bengalee reformer.

**চৈত্য** বি. বৌদ্ধমঠ, যি মন্দিৰত চিতাভস্ম, অস্থি ইত্যাদি ৰক্ষিত হয় Baudha temple.

**চৈত্ৰ** বি. বছৰৰ শেষ মাহ, চ'ত মাহ March-April.

**চৈধ্য** বি. চাৰি আৰু দহ fourteen.

**চৈধ্য ইন্দ্ৰিয়** বি. চকু, নাক, জিভা, কাণ, ছাল, মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ, চিত্ত, অহঙ্কাৰ, মন, বুদ্ধি। **চৈধ্যভুবন** সাত পাতাল আৰু সাত স্বৰ্গ। **চৈধ্যভুবন দেখ** অক. ধা. নানা দুৰ্গতিত পৰ to be extremely distressed. **চৈধ্যশাস্ত্ৰ** বি. চাৰিবেদ, শিক্ষা, কল্প, জ্যোতিষ, মীমাংসা, ভাগৱত, ব্যাকৰণ, পুৰাণ, নিৰুক্ত, ছন্দ, স্মৃতি।

**চৈয়দ** বি. মুচলমানৰ এটা সম্প্ৰদায়।

**চোং** বি. মুগা পোহা ঠাই, বনৰীয়া হিংস্ৰক জন্তুৰ ৰাতি থকা ঠাই a place where Muga Silk worms are fed or reared, a retreat of a wild animal, a den.

**চোঁচ** বি. গছ, গুটি বা মূলৰ ওপৰৰ পাতল আঁহীয়া ছাল, চোকা অস্ত্ৰেৰে কোনো বস্তু ঘঁহি নিমজ কৰোঁতে তাৰ পৰা এৰোৱা পাতল ভাগ the thin, fibrous outer covering of plants, scrapings. সক. ধা. কোনো বস্তুৰে ঘঁহি ওপৰৰ পাতল ভাগ গুচা, ঘঁহি পৰিষ্কাৰ কৰ, হাতেৰে বা আঙুলিৰে চেপি ধৰি চোঁচা মাৰ to scrape, to rub, to press or squeeze with the hand or fingers gradually towards the end, নীৰস কৰ, একো নাইকিয়া কৰ to impoverish, to drain.

**চোঁচ্ পৰ্** শুকাই সমান হ যেনে নৈখন চোঁচ পৰিছে, ঘা ডোখৰ চোঁচ পৰিল to dry up as water, to heal as a wound.

**চোঁচনি** বি. চোঁচা কাৰ্য্য, ঘঁহি পৰিষ্কাৰ কৰা কাৰ্য্য the act of scraping or rubbing. **চোঁচনি খা** খোৰোচা লাগ to be tightened, as a noose.

**চোঁচনী** বি. টান মাৰিলে চাপ খোৱা গাঁঠি, কোনো বস্তু চুঁচি পৰিষ্কাৰ কৰ

পাতল বাঁহ বা ধাতু a noose, a scraper.

চোঁচৰ্ অক. ধা. কোনো বস্তুৰ ওপৰত ঘঁহনি খাই যা, পিছলি যা, গাৰ কোনো এভাগ মাটিত ঘঁহাই বাট বুল to crawl, to slip along to move along by dragging a part of the body behind. বি. চোঁচৰোতা। সক. ধা. চোঁচৰা, চোঁচোৰা মাটিত বা আন কোনো বস্তুৰ ওপৰত পেলাই ঘঁহাই টানি নে। বি. চোঁচৰাওঁতা। স্ত্রী. চোঁচৰাতী।

চোঁচা বি. ঘঁহা কাৰ্য্য act of scraping or rubbing. চোঁচামাৰ ঘঁহা মাৰি পৰিষ্কাৰ কৰ, ঘঁহি ওপৰৰ পাতল ভাগ গুচা to rub off, to scrape off. চোঁচা ল সোনকালে ঘূৰি আহিবৰ ইচ্ছা কৰি কোনো ঠাইলৈ বেগাই যা বা খেদা মাৰ to start with the desire of returning soon, মাৰিবলৈ বা আক্রমণ কৰিবলৈ চোঁচা ল বা খেদা মাৰ to start to attack.

চোঁত (অনু. শব্দ) কোনো বস্তু বেগাই টান মাৰত হোৱা শব্দ an imitative word used to express that of quickly pulling anything. ক্রি. বিণ. চোঁতকৰে, চোঁতকৈ অতিশীঘ্র, বৰ বেগাই very quickly.

চোঁৱ বি. চুঁৱৰী পহুৰ নেজৰ নোম গোটাই বন্ধা মুঠা a whisk made of the tail of the yak.

চো সক. ধা স্পর্শ কৰ to touch.

চোক্ বি. কটা অস্ত্রৰ ধাৰ sharpness of the edge of a cutting weapon, চোকা আস্বাদ, চোকা গুণ sharp taste, চাৰি পোন, চাৰি বাটৰ মিলনস্থান।

চোকা বিণ. চোক থকা, ধাৰ থকা sharp, জিভাত ধৰা having a sharp taste, খৰতকীয়া, বৰ পাৰ্গত expert, prompt, উগ্ৰ, খঙাল fierce.

চোকা-টেকেলা বিণ. নেৰা-নেপেৰাকৈ ধৰা টান মুখীয়া মানুহ।

চোকোটা বি. বেয়া কামৰ পৰা হোৱা দুৰ্গতি, প্ৰতিফল retaliation, evil consequence of a bad deed.

চোকোৰা বি. গুটি আদিৰ শুকান পাতল ঢাকনী বা ছাল the dry thin covering of a fruit. ঘাৰ ওপৰৰ শুকান ছাল a scab, কণিৰ বাহিৰৰ টান ঢাকনী the shell of an egg.

চোখৰ বি. টোন, কাঁড়ৰ বাহ a quiver.

চোগা বি. সমুখৰ ফালে খোলা দীঘল চোলা a kind of gown.

চোঙা অক. ধা. চিন দে, আকৃতি মাত্ৰ কৰ to make a mere outline, মাটিলৈ বেঁকা কৰ to bend to-

wards the ground, as the knee.

**চোঙ্ক** ( পু. অ. ) বি. সাপৰ ছাল।

**চোঙ্কা** ( পু. অ. ) বি. ডকাইত।

**চোট্** বি. আঘাত, খুন্দা, ঠেলা a blow.

**চোটৌকা** বি. পোটক, চোকোটা, সেকা retaliation.

**চোণ্ডা** ( পু. অ. ) বি. চৌৰৰ।

**চোতাল** বি. দুৱাৰ মুখৰ আগৰ বহল সমান ঠাই a courtyard.

**চোন** অব্যয় ক্রিয়াৰ নিশ্চয়তা বা সম্পূর্ণতা বোধক অব্যয় ( ই সদায় এটা ক্রিয়াৰ পাছত থাকে) a suffix expressing, emphasis certainty or finality of an act.

**চোপ্** অক. ধা. খাপ দে, ধৰিবৰ কাৰণে লুকাই ৰৈ থাক to lie in wait. কৃদ. বি. চোপনি চোঁপোতা। স্ত্রী. চোঁপতি.। **চোপা দি, চোপা পাত, চোপা ল** ধৰিবৰ নিমিত্তে লুকাই থাক to lie in wait.

**চোপ্** সক. ধা. ওঁঠেৰে চেপি ধৰি ৰস টানি খা, চোহ to suck. বি চোপনি।

**চোপা ল, চোপা দি, চোপা পাত** খাপ ল, খাপ দে to lie in wait.

**চোবা** সক. ধা. দাঁতেৰে কামুৰি ভাঙ্গ, দাঁতেৰে পিহি গুৰি কৰ to chew. বি. দাঁতেৰে কামুৰি ৰস খাই পেলোৱা সিতা anything chewed and ejected from the mouth.

**চোভা** বি. কোনো অপৰাধ কৰাৰ আশঙ্কা suspicion. সক. ধা. চোভা কৰ, চোভা মান কোনো দোষ কৰাৰ সন্দেহ কৰ to suspect.

**চোম** বি. এবিধ সকলোৱে জনা ওখ ডাঙৰ গছ a kind of tree, এবিধ ছালৰ ৰোগ freckles on the skin. চোমনি বি. এবিধ চোমগছ থকা ঠাই।

**চোৰ** বি. যি চুৰ কৰে, তস্কৰ thief, গোপনে আনৰ তিৰোতাৰ লগত সহবাস কৰা মানুহ a man having a secret intercourse with a woman. স্ত্রী. চুৰুণী। ক্রি. চুৰ কৰ।

**চোৰ-চৰিয়া** বি. গুপ্তচৰ, চোৰাংচোৱা a spy.

**চোৰ্চাং** বি, চোৰ সোমাব নোৱৰা কৰিবৰ কাৰণে ডাঠ বেৰেৰে আবৃত কৰা চাং।

**চোৰ্ চোৰ্** ( অনু. শব্দ. ) কোনো বস্তু চোঁচৰাই নিওঁতে হোৱা শব্দ। **চোৰক মোৰে পা** চুৰ কৰা বস্তুকে আকৌ আন এক চোৰে লৈ যা to be deprived of things possessed illegally. **চোৰৰ শপথ** মিছা শপথ false oath. **চোৰ পঘা** গৰুৱে মুৰ পোলোকা দিব নোৱৰা ডিঙিৰ ওচৰত খান্দৰি থকা

পথা। চোৰা বিণ. চুৰ কৰা বা চুৰি হোৱা 'চোৰামাল' stolen.

**চোৰাত** বি এবিধ সৰু বনৰীয়া গছ, তাৰ পাতত সৰু সৰু শুং থাকে the fever and devil nettle.

**চোৰানি** বি. চাবি, তলাৰ কাঠী the key of a lock.

**চোৰাং** বিণ. লোকে নেদেখা, গুপ্ত secret, concealed. ক্রি. বিণ. চোৰাং কৈ।

**চোৰাংচোৱা** বি. গুপ্তচৰ, লুকাই শত্রু বা বিপক্ষৰ ফালৰ গতিবিধি চোৱা দূত a spy, a scout.

**চোৰোক** সক. ধা কোৰেৰে চাঁচ, কোৰেৰে চাঁচি পৰিষ্কাৰ কৰ to clear or scrape with a hoe. বি. চোৰোকানি কোৰেৰে চাঁচি চুৰুকি পৰিষ্কাৰ কৰা ঠাই a place cleared with a hoe.

**চোৰোতা** বি. চুপাৰি কটা কটাৰী a kind of scissors for cutting dried betel nut.

**চোৰোহা** ·বি. এবাৰ ওঁঠেৰে চেপি ধৰি হোঁপা মৰাত যিমান মুখলৈ যায়, সিমান ৰস, পনীয়া বস্তু হুঁপি মুখলৈ নিয়া কাৰ্য্য the act of drawing liquid into the mouth, a draught of liquid.

**চোলা** বি. গাৰ জোখেৰে কাটি বেজীৰে সি কৰা গাত পিন্ধা পোছাক a jacket, a tunic, a coat.

**চোলেনামা** বি. মিটামিটিৰ সন্মতি লিখা পত্র a deed of compromise.

**চোৱা** ( পাচ. ক্রি. ) আনৰ হতুৱাই চাৱন বা দেখন কাৰ্য্য কৰা to make one see, পণ্ডিত আদিৰ ওচৰত দিন বাৰ মঙ্গলামঙ্গলৰ বুজ ল। চোৱা-চিতা কৰ to consult an astrologer for misfortune.

**চোৱা** বি. চেৱা গছ, তাল জাতিৰ এবিধ বৰ ওখ গছ the wild sago plam.

**চোৱা-চিতা** মঙ্গলতিৰ ওচৰত ভাল বেয়া আদিৰ কথা সোধা consult a sooth sayer.

**চোৱা-চুই** বি. পৰস্পৰে পৰস্পৰক দৃষ্টি কৰা কাৰ্য্য the act of looking at one another.

**চোৱাৰী, চোৱাৰ** বি. ঘোঁৰাত উঠা কাৰ্য্য riding, ঘোঁৰাত উঠা লোক a rider.

**চোহ** সক. ধা. ওঁঠেৰে চেপি ৰস খা to suck. বি. ওঁঠেৰে চেপি এবাৰত মুখলৈ নিয়া ৰস the quantity sucked in at a time. কৃদ. বি. চোহোঁতা। স্ত্রী. চোহঁতী।

**চোহোঙা** বি. চুহি ৰস খোৱা সিতা, অকামিলা বস্তু anything the juice of which has been sucked out, an useless thing. বিণ. অকামিলা useless.

**চৌ** বিণ. চাৰি four.

চৌকস্ বিণ. নিপুণ, পাৰ্গত, ভালদৰে কাম কৰিব পৰা skilful, able.

চৌকা বি. আখা, মাটি আদিৰ দ্বাৰা উধান বান্ধি কৰা ভাত ৰন্ধা চৰুৰ আধান supports for cooking pot, made of earth or metal.

চৌকাঠ বি. দুৱাৰ বা খিড়িকীৰ চাৰি ফালে লগোৱা কাঠ a wooden frame of a door or a window.

চৌকীদাৰ বি. প্ৰহৰী chaukidar.

চৌখা বি. চচ্‌মা a pair of spectacles.

চৌখাম বি. আনৰ দ্বাৰা পঠোৱা মৌখিক বাতৰি a verbal message sent by another, নগাৰ ৰজাই পঠিওৱা কটকী বা দূত a messenger by a Naga chief.

চৌগড় বি. চাৰিওফালে থকা গড়।

চৌচল্লিশ, চৌচল্লিছ বি. চাৰি অধিক দুকুৰি fortyfour.

চৌচলীয়া বি. চাৰিখন চাল থকা, দুই মূৰে টুপ লগোৱা having four roofs.

চৌচাকল বি. চাৰিওফালে ঘূৰণীয়া circular.

চৌচাল বি. পাশাটিৰে চাৰিজন মানুহে খেলা a game of dice by four men.

চৌ চৌ ( অনু. শব্দ ) ওখ ঠাইৰ পৰা নলাৰ মুখেদি পানী পৰাৰ নিচিনা শব্দ। ক্রি. বিণ. চৌচৌ কৰে। বি. চৌচৌৱনি।

চৌচৌৱা চৌ চৌ শব্দ কৰি পৰ to flow rapidly as water from tube. বিণ. পনীয়া, বৰ জুলীয়া excessively watery.

চৌ-ছাল বি. চাৰিখন ছাল থকা ঘৰ a house having four roofs.

চৌ ঠেঙীয়া বি. পশুতুল্য কৰা, অপমানিত হোৱা befooled, put to shame, নিৰাশ কৰা disappointed.

চৌতুলি বি. ঘূৰণীয়া সজাৰ নিচিনা চৰাই ধৰা এবিধ ফান্দ a kind of bird trap.

চৌতাং বি. নগা ৰজাৰ দূত, চৌখাম messenger of a Naga chief.

চৌতাং মাৰ চাৰিওফালে মিছাতে ফুৰি ফুৰ to wander aimlessly, বৰ কথা ক to talk big.

চৌতাল বি. সঙ্গীতৰ এবিধ তাল।

চৌত্রিশ ( ত্রিছ ) বি. চাৰি অধিক ডেৰকুৰি thirty four.

চৌথ বি. প্ৰজাৰ উপাৰ্জ্জনৰ চাৰি ভাগৰ এভাগ one fourth of the earning.

দাস্ত (পু. অ.) [হি. চৌদস্ত—শকত] ণ. মহাবলবান very strong.

চৌদিশ বি. পূৰ, পশ্চিম, উত্তৰ, দক্ষিণ এই চাৰিফাল the four cardinal points. ক্রি. বিণ. চৌদিশে চাৰিওফালে on four sides, all round.

চৌদোল, চৌদোলা (পু অ.) বি. চতুৰ্দ্দোল।

চৌধয় বি. চৈধ্য।

চৌধাৰী বি. কামৰূপৰ ভদ্ৰলোকৰ এটা উপাধি a title of honour in Kamrup.

চৌপট বি. পাশটিৰে খেলা এবিধ খেল a game played with dice.

চৌপট বিণ. পূৰ্ণ বয়স হোৱা (গৰু ম'হত খাটে) full grown.

চৌপন্থা বি. চাৰি আলি a junction of four roads.

চৌপৰ বিণ চাৰি পৰ থকা, চাৰি পৰীয়া consisting of four praharas or watches.

চৌপাশ বি. চাৰিওফাল four sides.. ক্রি. বিণ. চৌপাশে চাৰিওফালে in all sides.

চৌফলীয়া বিণ. চাৰিওফালে জুৰি পৰা, চাৰি ফাল আৰু চুক থকা four-sided.

চৌবিশ., চৌবিছ বি. চাৰি অধিক কুৰি twenty four.

চৌবিশ্ তত্ত্ব (তত্ত্ব সূক্ষ্ম পদাৰ্থ) বি. ৰূপ, ৰস, স্পৰ্শ, শব্দ, গন্ধ, চকু, জিভা, ছাল, কাণ, নাক, মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ, পৃথিবী, পানী, তেজ, আকাশ, বায়ু, অহঙ্কাৰ, মহত্ত্ব, মূল প্ৰকৃতি, মন—এই চৌবিশটা বস্তু।

চৌভিতি বি. চৌদিশ, চাৰিওফাল।

চৌৰ বি. চোৰ, অপহৰণ কৰোঁতা a thief.

চৌৰাঙ্গ, চৌৰাঙ্গী বিণ. নৰিয়া বা পৰিশ্ৰমৰ কাৰণে হাত ভৰি চলাব নোৱৰা হৈ থকা unable to move about, হাতভৰি কটা having the limbs cut off.

চৌৰাম্নৈ, চৌৰানব্বৈ বি. চাৰি কুৰি চৈধ্য ninety four.

চৌৰাশী বি. চাৰি অধিক চাৰি কুৰি eighty four.

চৌৰ্য্য বি. চুৰ কৰা কাৰ্য্য the act of stealing.

চৌন্ন বি. দুকুৰি চৈধ্য fifty four.

চৌষষ্ঠি বি. চাৰি অধিক তিন কুৰি sixty four. চৌষষ্ঠি কলা চৌষষ্ঠি প্ৰকাৰৰ কলাবিদ্যা।

চৌসত্তৰ বি. তিন কুৰি চৈধ্য seventy four.

**চৌহদ** বি চাৰি সীমা four boundaries.

**চ্যুত** কৃদ. বিণ. পতিত fallen, নষ্ট destroyed. চ্যুতি বি. পতন অৱস্থা fallen state.

## ছ

**ছ** ব্যঞ্জন বৰ্ণৰ সপ্তম আখৰ the seventh letter of the consonants.

**ছঁয়া ময়া** বিণ. দেখ নেদেখ, নিচেই অলপ সময় দেখা দিয়েই নেদেখা হোৱা rapidly appearing and disappearing, appearing only for an instant. ক্রি. বিণ. ছঁয়া ময়া কৈ। ক্রি. ছঁয়া ময়া দেখ।

**ছটাক** বি. ছট-পোহৰ, ওলায়েই মাৰ যোৱা পোহৰ, চমক a flash of light.

**ছট্-পোহৰ** বি. চমক a flash of light, দোকমোকালি the twilight of early dawn.

**ছট্‌ফট্** বি. ছাটি-ফুটি, ধৰফৰ, গাৰ বা মনৰ দুখত হাত ভৰি এছৰা writhing in agony of body or mind. কৃদ. বি. ছট্‌ফটনি। অক. ধা. ছট্‌ফটা। বিণ. ছট্‌ফটীয়া স্থিৰ হৈ নথকা restless, unsteady.

**ছট্‌বটনি** বি. একে ঠাইত থিৰ হৈ নথকা অৱস্থা unsteadiness. অক. ধা ছট্‌বটা। বিণ. ছট্‌বটীয়া অস্থিৰ, চঞ্চল গতিৰ restless.

**ছটৰ্-বটৰ্** বিণ. চঞ্চল, লৰক্-ফৰক্ unreliable in speech or conduct.

**ছটা** বি. দীপ্তি, শোভা lustre, splendour, ছিটিকনি splash.

**ছটাক** বি. পাঁচ টকাৰ জোখ five rupee's weight.

**ছটিয়া** সক. ধা. জুলীয়া বা গুটি গুটি বস্তু দূৰলৈ পেলা, সিঁচ to scatter or sprinkle, as water or seeds. কৃদ. বি. ছটিয়াওঁতা। স্ত্রী. ছটিয়ঁতী।

**ছড়াই** সক. ধা. অতিক্রম কৰি passing over.

**ছভীয়া** বি. আহোম ৰজাৰ দিনৰ এটা কাঁৰী খেলৰ নাম, কাঠৰ বিচনী সজা মানুহ।

**ছত্র** বি. ৰ'দ বৰষুণৰ পৰা গা ঢকা বস্তু বিশেষ, জাপি, ৰজাৰ ছাতি an umbrella, a royal umbrella. পদ্যৰ ফাকি verse.

**ছত্রদণ্ড** বি. ৰাজছত্র, ৰাজদণ্ড, ছাতিৰ মাৰি।

**ছত্রধৰ, ছত্রধাৰ, ছত্রধাৰী** বিণ. ছত্রধাৰক, যি ৰাজছত্র বহন কৰে।

**ছত্রপতি** ৰজা, সম্রাট।

**ছত্ৰভঙ্গ** বি. ৰজাৰ ৰাজ্য নাশ, ৰাজ-ভ্ৰংশ the loss of a kingdom, the deposition of a king.

**ছদকা** বি. গালি, শাও, গৰিহণা curse, censure. **ছদকা খোৱা** বিণ. শাও পোৱা, নেওচা খোৱা, দুষ্ট cursed, wicked.

**ছদতীয়া** বিণ. ছটা পিয়াহ খোৱা দাঁত সৰি নকৈ দাঁত গজা, হাল বোৱা বয়সৰ (গৰুত খাটে) full grown, of mature age.

**ছদ্ম** বি. নিজক লুকাবলৈ লোৱা আন আকৃতি, অন্য বেশ a disguise, কপট ভাব hypccrisy. বিণ. **ছদ্মবেশী**। ক্রি. বিণ. **ছদ্মবেশে**।

**ছন** বি. লোকৰ সমাগম নথকা মুকলি ঠাই, খেতি নকৰা মাটি an unfrequented open place, lying fallow. **ছন্‌পৰ্‌** খেতি নকৰাকৈ পৰি থাক to lie fallow or waste. **ছনে বনে** ক্রি. বিণ. য'তে ত'তে, হাবিয়ে বননিয়ে everywhere.

**ছন্দ** বি. পদ্য, আখৰ সংখ্যা আৰু উচ্চাৰণ দীঘল চুটিৰ পৰিমাণ ঠিক কৰি কৰা নানা বিধৰ পদ্য ৰচনা metre, poetical measure.

**ছন্দিয়া** সক. ধা. ঠকা, ফাকি দে to deceive.

**ছন্ন** বিণ. ঢকা, আচ্ছন্ন, আবৃত covered, নষ্ট destroyed, অমান্য violated.

**ছবি** বি. চিত্ৰ, প্ৰতিমূৰ্ত্তি a picture.

**ছবি** বি. প্ৰত্যেক চৰণত আঠোটা শব্দ থকা অসমীয়া ত্ৰিপদী ছন্দ বিশেষ a kind of Assamese metre.

**ছয়** বি. দুই আৰু চাৰি, তিনিৰ দুগুণ six.

**ছয়চল্লিশ, ছয়চল্লিছ** বি. দুকুৰি আৰু ছয় forty six.

**ছয়ত্ৰিশ, ছয়ত্ৰিছ** বি. ছয় অধিক ডেৰ কুৰি thirty six.

**ছয় মাহিলি** বিণ. ছমহীয়া half-yearly.

**ছয় ৰিপু** বি. কাম, ক্রোধ, লোভ, মোহ, মদ্ আৰু মাৎসৰ্য্য।

**ছয়-শত্ৰু** বি. নাক, মুখ, মন, চকু, ছাল, কাণ এই ছটা ইন্দ্ৰিয়ক ছয় শত্ৰু বোলা হয়।

**ছয়ষষ্ঠি** বি. ছয় অধিক তিনিকুৰি sixty six.

**ছয়সত্তৰ** বি. তিনিকুৰি ষোল seventy six.

**ছয়াম্নৈ, ছিয়াম্নৈ** বি. চাৰি কুৰি ষোল ninety six.

**ছয়াশী, ছিয়াশী** বি. ছয় অধিক চাৰি কুৰি eighty six.

**ছৰতীয়া** বিণ. ছয় ৰতি জোখৰ, ছয় ৰতিৰ সমান গধুৰ weighing six ratis, পুৰণি এক অনা মূল্যৰ ৰূপৰ মোহৰ an old silver coin of one anna value.

**ছল** বি. ঠগ, ফাকি, প্ৰবঞ্চনা, প্ৰতাৰণা

এটা কথাক অন্য এটা বুলি দেখুৱা কাৰ্য্য direct, fraud, a pretext, সক. ধা. ছল কৰা, ফাকি দে, মিছাত সঁচা বোধ জন্মা to deceive, to cheat. কৃদ. বি. ছলোঁতা। স্ত্রী. ছলঁতী। ছলন বি. প্ৰতাৰণা কৰা কাৰ্য্য the act of cheating. ছলনা বি. প্ৰতাৰণা, ফাকি, বঞ্চনা deception, cheating.

**ছলগ্ৰাহ** বি. কোনো বস্তু অকস্মাৎ গ্ৰহণ কৰিবলৈ কৰা কৌশল deceitful means.

**ছল-ছন্দ** বি. ছলনা আৰু প্ৰতাৰণা, বুদ্ধি-সন্ধি।

**ছলহা** বি. অনৰ্থক বা মিছামিছি কথা কৈ ফুৰা indulgence in idle talk. অক. ধা. ছলহামাৰ।

**ছলাহ** বি. ছলনা, প্ৰতাৰণা, ফাকি deception, cheating.

**ছলাহী** বিণ. বঞ্চক, ধূৰ্ত্ত roguish, deceitful.

**ছলি** বি. শিশু, ল'ৰা-ছোৱালী a child. বিণ. ছলীয়া ল'ৰা মতীয়া child-like.

**ছৱাল** বি. ল'ৰা, শিশু a male child. স্ত্রী ছৱালী।

**ছলেবলে** ক্রি. বিণ. যেনে তেনে, যি কোনো উপায়েৰে by any means, by hook or by crook.

**ছহিদ** বি. যুদ্ধত মৰা মানুহ one dying in a battle.

**ছাঁ** বি. ৰ'দ বা পোহৰ নপৰাকৈ ৰখা আঁৰ বা ঢাকনী a shade, a screen, ৰক্ষাৰ স্থান protection, আৰ্চী আদিত ওলোৱা প্ৰতিমূৰ্ত্তি a reflected image. ছাঁতো ভৰি নিদি ক্রি. অলপো সম্পৰ্ক নেৰাখ having no connection.

**ছাঁহা বাঁহা** বি. ল'ৰা-ছোৱালী আদি পৰিয়াল বৰ্গ।

**ছা** সক. ধা. খেৰৰ দ্বাৰা ঘৰৰ চাল ঢাক to thatch. কৃদ. বি. ছাওঁতা। স্ত্রী. ছাঁতী।

**ছাই** বি. জুইয়ে পুৰি গুড়ি কৰা বস্তু ashes, মিছা বা নিষ্ফল বস্তু a false or worthless thing. ছাই আলি অলপতে নষ্ট হোৱা বস্তু, অচিৰস্থায়ী কাৰ্য্য বা বস্তু anything of ephemeral nature.

**ছাইল** ( পু অ. ) সক. ধা. ঢাকি ধৰিলে।

**ছাউনি** বি. ঘৰ ছোৱা কাৰ্য্য the act of thatching, ঘৰ ছোৱাৰ বেচ wages for thatching.

**ছাউনী** বি. সৈন্য থকা ঠাই barracks, a cantonment.

**ছাক** সক. ধা. 'ছেক' চোৱাঁ. ছাকনী বি. 'ছেকনী' চোৱাঁ।

**ছাগ** বি. ছাগল, এবিধ পোহনীয়া জন্তু a he-goat. স্ত্রী. ছাগী।

**ছাগল** বি. ছাগ a he-goat, নিলাজ বা চুলুং মানুহ ( নিন্দাৰ্থত ) a shameless man. স্ত্রী. ছাগলী।

**ছাগলালি** ছাগলৰ দৰে স্বভাৱ নাইবা আচৰণ, চেলবেলীয়া গুণ।

**ছা-ছলি** বি. ল'ৰা-ছোৱালী children.

**ছাট** সক. ধা ঢাকি ধৰ to cover, বৰকৈ মেৰাই ধৰ, আবৰি ধৰ to twine round and round. **ছাট্-মাৰ** একেবাৰে ঢাকি ধৰ to submerge totally.

**ছাট** বি. ছিটিকনি, বিন্দু বা অলপ পৰিমাণ splash, a drop, লক্ষণ, চিণ sign, symptom. **ছাটমাৰ** বৰ উজ্জল কিৰণৰ কাৰণে চকুৰে নেদেখা হ to be dazzled.

**ছাটিধৰ** চাৰিওফালে বা গোটেই গাতে ঢাকি ধৰ, মেৰাই ধৰ to cover wholly, to entwine.

**ছাটিপৰ, ছাটি** যা চাৰিওফালে বিয়প, ভৰি পৰ to over-flow everywhere, to spread.

**ছাটনী** বি. অনেক বাৰ মেৰাই দিয়া বান্ধ, গোঁঠনী something twined or twisted round.

**ছাটা** বি. দীপ্তি dazzling light.

**ছাটি** বি. কান্তি, চকমকনি, জিলিকনি glitter, lustre (নামনি) মাটিৰ চাকি an earthen lamp.

**ছাটি** বি. যিমান জুলীয়া বা সৰু বস্তু হাতেৰে এবাৰ নিক্ষেপ কৰা যায় as much of liquid or seeds as can be thrown at one time by the hand. **ছাটিমাৰ, ছাটিয়া** to scatter. **ছাটিফুটি** ছটফটনি, ধৰফৰণি, tossing about in pain of body or mind.

**ছাড়** সক. ধা. এৰ, দূৰ কৰ, ত্যাগ কৰ to leave, to give up. অক. ধা. গুচ, দূৰ হ to be off. কৃদ. বি. **ছাড়ন** এৰণ, ৰক্ষা the act cf escaping.

**ছাতৰ** বি. বিদ্যা শিকোতা, ছাত্ৰৰ কোমলৰূপ a student. **ছাতৰ-শালি** বি. পঢ়াশালি a school, a place of learning. **ছাতৰীয়া** বিণ. ছাত্ৰ কালৰ, ছাত্ৰ সম্বন্ধীয় relating to the students.

**ছাতি** বি. ৰ'দ বৰষুণৰ পৰা গা ঢকা এবিধ বস্তু an umbrella.

**ছাতুগুৰি** বি. ভজা বুট আদি মাহৰ গুৰি flour of parched pulse.

**ছাত্ৰ** বি. শিকোতা, ছাতৰ, বিদ্যার্থী a learner, a pupil.

**ছাত্ৰশালা** বি. 'ছাতৰশালি' চোৱা।

**ছাত্ৰবৃত্তি** যোগ্য ছাত্ৰক দিয়া অর্থ সাহায্য, জলপানি scholarship.

**ছাদ** অক. ধা. ছন্দিয়া, পিয়াহ বা গাখীৰ বঁতিয়াই উলিয়া to throw up milk as an infant. বি. লৰাই বঁতিয়াই উলিওৱা পিয়াহ milk thrown up by an infant.

**ছান** অক. ধা. বিয়প, ভৰি পৰ to

spread, to fill. সক. ধা. ঢাক to cover.

**ছান** (পু. অ) সক. ধা. বজা, শব্দ কৰ to sound.

**ছানা** বি. জন্তুৰ পোৱালি the young one of a bird or an animal, এবা গাখীৰ ফটাই কৰা বস্তু, তাৰে মিঠাই কৰা হয়।

**ছান্দ** সক. ধা. বান্ধ, কথাৰে বান্ধ to bind, to oblige by oath or agreement, মেৰাই বান্ধ to fasten.

**ছান্দনী** বি. গছত উঠাৰ সুবিধাৰ কাৰণে ভৰিত লগোৱা কণাৰি a loop used for the feet in climbing trees.

**ছানি** বি. মোকৰ্দ্দমাৰ পুনৰ্বিচাৰৰ কাৰণে কৰা আবেদন।

**ছাপ** (পু. অ.) সক. ধা. চেপ to squeeze.

**ছাপ** সক. ধা. যন্ত্ৰেৰে হৈঁচি আখৰৰ সাঁচ বহুৱা to print.

**ছাপ, ছাব** বি. মহী সানি বা লা লগাই কোনো বস্তুৰ ওপৰত হেঁচা মাৰি আখৰৰ সাঁচ বহোৱা যতন, মোহৰ a seal, a stamp, সেই যন্ত্ৰেৰে বহোৱা আখৰৰ সাঁচ impression made with a seal. **ছাপমাৰ** ছাপেৰে আখৰৰ সাঁচ বহা, মোহৰ মাৰ to seal, to stamp.

**ছাপা** বি. হেঁচি আখৰৰ সাঁচ বহাই পুথি আদি মুদ্ৰিত কৰা যন্ত্ৰ a printing press.

**ছাপাখানা** বি পুথি আদি ছপা ঠাই a printing office.

**ছাবিশ, ছাবিছ** বি. ছয় অধিক কুৰি, একুৰি ছয় twenty six.

**ছামৰা** বি. কিতাপ আদিৰ ওপৰত লগোৱা ঢাকনী a cover.

**ছায়া** বি. ছাঁ, পোহৰৰ অভাৱ, প্ৰতিবিম্ব a shade, a shadow, a reflected image, সূৰ্য্যৰ ভাৰ্য্যা the wife of the Sun. **ছায়াবাজী** কোনো বস্তুৰ আকৃতিৰ ছাঁটো কাপোৰৰ ওপৰত পেলাই দেখুওৱা বিদ্যা, ছায়া ভাৱনা bioscope.

**ছাৰ** (পু অ.) বিণ. মিছা, তুচ্ছ, মূল্যহীন having no value or worth, শ্ৰেষ্ঠ superior.

**ছাৰ** (পু. অ,) বিণ. শ্ৰেষ্ঠ superior.

**ছাৰখাৰ** বিণ. সমূলি নষ্ট, উচ্ছন্ন wholly ruined or devastated.

**ছাৰ্ মসি** (পু. অ.) বিণ. ছাৰখাৰ।

**ছাৰি** ক্ৰি. বিণ. এৰি, সলনি far from, instead of (ৰোগ কমক ছাৰি বাঢ়িছেহে)।

**ছাৰী** (পু. অ.) বি. নীহ তিৰোতা।

**ছাল** বি. বাকলি, গছ বা জন্তুৰ গাৰ স্বাভাৱিক ঢাকনী, চৰ্ম্ম skin, bark, husk. **ছালওকণী** মলিন মানুহৰ গাত বা কাপোৰত হোৱা এবিধ বগা ওকণী a kind of louse. **ছালকাট** মোট সলা to moult, **ছাল-**

ছিগা ছাল নষ্ট বা নাইকিয়া হোৱা having a bruised skin, having no skin, নিচলা, অতি দৰিদ্ৰ indigent, very poor. ছালবাকলি গাতলোৱা কাপোৰ কানি, খাব পিন্ধিবলৈ থকা অৱস্থা means of livelihood.

ছাল-মুগ্ৰা বি. এবিধ মজলীয়া আকাৰৰ বনৰীয়া গছ the chaul mugra.

ছালি বি. তামোলৰ লগত বা তামোলৰ সলনি খোৱা গছৰ ছাল the bark of certain trees chewed with or instead of betel-nuts.

ছাৱ, ছাৱা বি. ল'ৰা, জন্তুৰ পোৱালি a boy, young one of bird or beasts.

ছিং সক. ধা দুই বা বেছি খণ্ড বা টুকুৰা কৰি বেলেগ কৰ to rend asunder, to tear, ফুল ফল আদি লাগি থকা ঠাইৰ পৰা একৰা, পাৰ, একৰাই আন to pluck, to pick. বি. ছিঙা the act of plucking or picking. কৃদ. বিণ. ছিঙা torn, plucked. সক. ধা. ছিঙা আনৰ হতুৱাই পৰা to cause to be plucked.

ছিঃ, ছি ছি অব্যয়, বিণ. নিন্দা বা বিৰক্তি বুজোৱা মাত fie.

ছিঁয়া বি. এবিধ অসমীয়া গীত a kind of Assamese song.

ছিৰাল বি. পকিলে ফাটি ছিটাছিট আৰু সোৱাদ হোৱা এবিধ তিয়ঁহৰ নিচিনা ফল a kind of sweet melon.

ছিকৌ অব্যয়. ছিঃ, ঘিণ বা বেয়া পোৱা বুজোৱা মাত ( তিৰোতাৰ ব্যৱহৃত ) fie (used by females).

ছিগ্ অক. ধা. ভাগি পৃথক হ, ভাগি বেছি খণ্ড বা টুকুৰ হ ( প্ৰায়ে দীঘলীয়া বস্তুত খাটে ) to break, to be torn, নাইকিয়া হ to cease to exist.

ছিগা ভগা বিণ. ছিগি টুকুৰা-টুকুৰ হোৱা, ভাগি খণ্ড খণ্ড বা ডোখৰ ডোখৰ হোৱা broken or torn to pieces. ছিঙাছিঙি পৰস্পৰ ছিঙা কাৰ্য্য mutual breaking or plucking.

ছিট বি. গাত নানা ৰঙৰ ছাব থকা কপাহী কাপোৰ chintz.

ছিট্ বি. ছিটিকনি, দূৰলৈ মাৰি পঠিওৱা জুলীয়া বা গুৰি বস্তু a splash. ক্ৰি. ছিটা মাৰ ।

ছিটা বি গাৰ ছাল কাটি তাত বসন্ত ৰোগৰ বীজ সুমাই সোঁচৰোৱা বসন্ত vaccination, দীঘল চেপেটা খণ্ড a long slice. ক্ৰি. ছিটা দি । ছিটাছিট বিণ. দীঘল দীঘল কৰি বহুত চলা বা খণ্ড কৰা বা হোৱা divided into many strips,

দীঘলে দীঘলে বহুত ফাট মেলা cracked into long strips. ক্রি. বিণ. ছিটাছিটকৈ।

ছিটিক অক. ধা. উফৰি পৰ, সিঁচৰতি হৈ পৰ to be scattered or sprinkled. বি. ছিটিকনি উফৰি পৰা পানী বা জুলীয়া বস্তু splash.

ছিটিকা বি. একণমান, এচিকটা, সৰু অংশ a small portion of anything.

ছিটিকা বি. ডিঙিত ফাঁহ লগাই চৰাই ধৰা যতন a springe, কোবনি a spring.

ছিণ্ড ( পু. অ. ) সক. ধা. ছিঙ।

ছিতনি ( পু. অ. ) বি. এবিধ মূল্যবান মণি। ক্রি. বিণ. ভাবিচিন্তি।

ছিদাং বি. শেষ নিশ্চয় কৰা, অলৰ finally determined, conclusive ক্রি. বিণ. ছিদাংকৈ নিশ্চয় ৰূপে, ঠিক কৈ certainly, conclusively.

ছিদিৰ বি. ভূত a devil, দেৱতাই ধৰ। বিণ. ছিদিৰীয়া ছিদিৰে পীড়া কৰা লোকক চিকিৎসা কৰা treating a man possessed with evil spirit, ছিদিৰে ধৰা ভূতে পোৰা।

ছিদ্র বি. বিন্ধা a hole, জগৰ, দাই, দোষ a fault, an offence, দুৰ্গুণ a defect.

ছিদ্রান্বেষক, ছিদ্রান্বেষী বি. লোকৰ দোষ বিচাৰি ফুৰা মানুহ, আনৰ অপকাৰ কৰিবলৈ ছল বিচৰা মানুহ a fault-finder, one seeking an opportunity of injuring others.

ছিন্দ ( পু. অ. ) সক. ধা. ছিং।

ছিনাজোক বি. এবিধ সৰু সৰু বামৰ জোক the land leech.

ছিন্ন বিণ. কটা, কাটি খণ্ড কৰা, ছেদন কৰা cut, severed.

ছিন্ন ভিন্ন অনেক ঠাইত ব্যাপ্ত, ঠাই ঠাই হোৱা, নষ্ট, উচ্ছন্ন scattered about, dispersed, ruined, desolated.

ছিন্নমস্তা বি. দুৰ্গাৰ এক আকৃতি a form of Durga.

ছিপা অক. ধা. কণ্ঠতে কথা লুকাবলৈ চেষ্টা কৰ to prevaricate.

ছিৰ সক. ধা. ঠেক আৰু দীঘলীয়াকৈ ফাল to tear, to rend, চোকা বা জোঙা বস্তুৰ আগেৰে দিয়া আঁক, ফাট a long mark or tear made with a sharp instrument, a crack.

ছিৰলা বি. পাণ, তুলাপাত আদিৰ ফালি উলিওৱা খণ্ড a piece torn away.

ছিৰলী, ছিৰলীয়া বিণ. ফটা, ডেডেলী পতীয়া torn, rent.

ছিৰা বি. ঠেক আৰু দীঘলকৈ ফলা খণ্ড a stripe, anything split into long narrow pieces.

**ছিৰা** সক. ধা. আনৰ হতুৱাই দীঘলকৈ ফলা to cause to split into strips. **ছিৰাছিৰ** বিণ. বহুত দীঘল দীঘল ফাট মেলা having many cracks, বৰকৈ ফটা torn.

**ছিৰী** বি. তঁাতৰ সূতাৰ মাজত সুমোৱা চেপেটা বাহ a flat rod used in a native loom.

**ছিহ্** 'ছি' চোৱা।

**ছুট্** অক. ধা. লৰ মাৰ, ঢাপলি মেল to run, গুচ, দূৰ হ। **ছুটন** বি. বিৰাম, অৱসৰ interruption, relief for work.

**ছুটি** বি. চেঁকুৰ, ঢাপলি fast running. অক ধা, **ছুটি মেল** বেগাই লৰি যা to run rapidly. **ছুটিখৰ** বি. গাত চকলা বান্ধি উঠা এবিধ ৰোগ। **ছুটিয়া শালিকা** এবিধ শালিকা ।

**ছুটী** বি. অৱসৰ, কামৰ পৰা লোৱা বিদায় leave of absence.—বিণ. কাৰ্য্যৰ সময় অতীত।

**ছুৰী** বি. সৰু দীঘল কটাৰী a knife.

**ছে** সক. ধা. কাটি এক বা অনেক ডোখৰ কৰ, ছেও দে to cut into pieces.

**ছেই** অব্যয়. কুকুৰ খেদোৱা মাত a word used in driving away a dog.

**ছেই-ছেই লেই-লেই** বি ঘৃণা প্ৰকাশ কৰি ফুৰা কাৰ্য্য act of expressing hatred towards others.

**ছেউনী** বি. অলপ দিনৰ কাৰণে থাকিবলৈ সজা ঘৰ a camp, সৈন্য থকা ঠাই a barrack.

**ছেও** বি. ছেৱ, কোনো দীঘল গোটা বস্তু কাটি ভাগ কৰা এডোখৰ a piece cut off.—সক ধা. ছেও দে, নাচন বা বাজনাৰ মাজৰ ছেদ বা ৰোৱা কাৰ্য্য a momentary cessation in dance or music, নাচনৰ গঢ় বা হাত ভৰি গা আদি চালনা motion or gait. ক্ৰি. **ছেও দি**. বি. **ছেওঁতা** স্ত্ৰী. **ছেঁওতী**।

**ছেঁই** বি. গছ লতা আদিৰ গুটিৰ দীঘলীয়া বাহ বা ভঁৰাল a pod, a leguma.

**ছেক্** সক. ধা. অতি সৰু বিন্ধা থকা কোনো বস্তুৰ মাজেদি সৰকাই নিৰ্ম্মল কৰ to strain, to filter. বি. **ছেকোঁতা**, স্ত্ৰী. **ছেকঁতী**।

**ছেকনী** বি. জুলীয়া বস্তু নিৰ্ম্মল কৰা সৰু সৰু বিন্ধা থকা যতন a strainer, a filter.

**ছেকা কাঁহ** বি. কাঁহৰ পাত্ৰ অস্ত্ৰেৰে পৰিষ্কাৰ কৰাৰ পাছত শিবোৰ কাঁহৰ গুৰি ওলায় তাক আউটিলে ছেকা কাঁহ হয়, সাধাৰণ কাঁহতকৈ ই বেছি বিশুদ্ধ আৰু ইয়াৰে তৈয়াৰী পাত্ৰও বেছি ভাল।

**ছেগ** বি. কোনো কাৰ্য্যৰ মাজত

খণ্ডেকাৰ আজৰিৰ সময় an interval, কোনো কাম কৰিবৰ চল বা সুযোগ an opportunity, a fit time. ক্রি. **ছেগ চা** সুযোগ বিচাৰ, সুচল বিচাৰ to look for a fit time or opportunity. **ছেগ মাৰি** চল চাই, সময় বুজি when an opportunity is available, মাজে মাজে, কেতিয়াবা কেতিয়াবা now and then, at interval.

**ছেগা-চোৰোকা** বিণ মাজে মাজে হোৱা, কোনো ঠাইত বা কোনো সময়ত হোৱা occasional, occurring here and there.—ক্রি. বিণ. **ছেগা-চোৰোকাকৈ**

**ছেগে** ক্রি. বিণ. কোনো সুবিধাত, কোনো চলত at a fitting opportunity or interval.

**ছেদ** সক. ধা. ছে, দুই বা অধিক খণ্ড কৰ, কাট to cut asunder, to sever.—বি. কোনো বস্তুৰ সীমা বা অন্ত, শেষ, লেখাৰ কোনো অংশ, কথাৰ মাজৰ বিশ্ৰাম, পঢ়োতে ৰখৰ কাৰণে লেখাৰ মাজত দিয়া চিন an end or limit of a thing, a paragraph, a cessation in a speech, a full stop. **ছেদক** বি. কাটোঁতা, যি কাটে a cutter. কৃদ. বি. **ছেদন** কটা কাৰ্য, কাটন act of cutting,—বিণ. **ছেদনীয়, ছেদ্য** কাটিবৰ উপযুক্ত, কাটিব লগা fit to be cut. **ছেদিত** বিণ যাক কটা হৈছে, ছেদন কৰা cut.

**ছেদভেদ** বি. সীমা, অন্ত, বিশ্ৰাম stoppage, temporary cessation.

**ছেদেলি-ভেদেলি** 'ছেৰেলি-বেৰেলি' চোৱা।

**ছেনা** বিণ. সোণ, ৰূপ, লো আদি কটা সক ৰটালীৰ নিচিনা এবিধ অস্ত্ৰ a chisel used for cutting metals, তেজ কটা এবিধ অস্ত্ৰ a blood letting instrument, দীঘলে ফালি শুকোৱা মাছ বা মঙহ fish or flesh dried in strips, গোটা সোণ বা ৰূপৰ দীঘলীয়া খণ্ড a long piece of solid silver or gold.—অক. ধা. ছেনাৰে ফাল বা কাট to cut with a lancet.

**ছেনা** বি. টেঙা দি গাখীৰ ফটাই পানী খিনি পেলালে থকা বস্তু বা খাদ্য posset.

**ছেমাহী** বি. তিনি মাহৰ পাছত কৰা হিচাপ, তিনিমহীয়া হিচাপ a quarterly account.

**ছেৰা** বিণ. এৰি যোৱা, শস্য তুলি নিয়াৰ পাছত পথাৰত থাকি যোৱা left behind in the field after the gathering of the crop.

**ছেৰা বোটল** পথাৰত এৰা শস্য তুলি ল, লোকে খেয়া বুলি এৰি যোৱা ভাগ, বুটলি আন বা চপা to collect the worse part left behind.

**ছেৰেলি-বেৰেলি** বিণ. ঠাই ঠাই হোৱা, সিচৰিত হোৱা scattered, lying or thrown pell-mell.

**ছেৰেং বেৰেং** মনত অসুখ বা অস্থিৰ বোধ, কতো মন নবহা uneasy, undecided.

**ছেল** বি. লিঙ্গৰ মূৰৰ ছাল the prepuce.—অক. ধা **ছেল খা** নিষ্ফল হ to fail

**ছেলা** সক ধা ছাল গুচা, বখলিয়া to skin, to peel. কৃদ. বিণ. **ছেলাওঁতা**, স্ত্রী. **ছেলাঁতী**।

**ছেলনি** বি. গাৰ ছালৰ ওপৰত হোৱা ডাঠ মল, টাটনি dirt accumulated on the skin.

**ছেলো বেলো** বিণ. নিষ্ফল হোৱা come to naught.

**ছেলোমণি** নিষ্ফল হোৱা মানুহ, অকামিলা মানুহ a worthless man.

**ছেৱ** বি. ছেও, খণ্ড, অংশ a piece, a part, a division.

**ছৈ** বি. বাঁহৰ চিলিঙৰ মাজত টকৌ আদিৰ পাত মেলি সজা গাড়ী, দোলা বা নাৱৰ চাল the covering of a cart, boat etc. made of palm leaves. **ছৈ ঘৰ** ছৈৰে সজা ঘৰ।

**ছো** বি. কাঠ বা বাঁহৰ কাঠিৰে সজা আৰু বৰণ দি ভাৱনাত উলিওৱা মানুহ, দেৱতা বা জন্তু আদিৰ আকৃতি a musk of an actor. **ছো ঘৰ** ভাৱনাত ভাৱৰীয়া সকলৰ সাজ কৰা ঘৰ বা ঠাই dressing room of actors.

**ছোট** ( পু. অ.) [ হিঃ ছোটা ] বিণ. সৰু।

**ছোড়** ( পু. অ.) চাৰ, ত্যাগ কৰ, গুচা to remove, to cause to leave.

**ছোৰা** ( পু. অ. ) বি. ল'ৰা a boy.

**ছোৱা** বি খণ্ড, অংশ, পৰিচ্ছেদ part, division, portion.—সক. ধা. আনৰ হতুৱাই ঘৰৰ চাল খেৰেৰে ঢকা to cause to be thatched.

**ছোৱালী** বি. কুমাৰী, বিয়া নিদিয়া বালিকা a girl, an unmarried girl.

**ছোহোৰা, ছোহাৰা** বি. শুকান খাজুৰৰ ফল the edible date.

—*—

## জ

**জ** ব্যঞ্জন বৰ্ণৰ অষ্টম আখৰ the eighth letter of the consonants.

**জওজে** [ আৰবী-জওজ = পতি ] বি. স্বামী ( খত পত্ৰত চলিত ) a husband.

**জংকট** বি. শঙ্কট।

**জঁ** বি. মতা চৰাইৰ মূৰত গজা থিয় পাখি the crest of a bird, কুকুৰাৰ মূৰৰ ৰঙা ছাল a coxcomb, কোনো পোকৰ মূৰত থকা

দীঘল নোম বা শিং the crest-like hair or horn on the head of certain insects.

**জঁইন্** বি. উৎপত্তিৰ মূল, মূল কাৰণ the root cause.

**জঁই** বিণ. লেৰেলা, লাজত মলিন হোৱা withered, ashamed. **জঁই পৰ** অক. ধা. লেৰেলি বা নীৰস হৈ তললৈ দোঁ খাই পৰ to be withered, লাজত বা নিৰাশাত তলমূৰ কৰ to be ashamed.

**জঁক** বি. অকস্মাৎ উঠা খং, বলিয়ালি জাঁই a sudden fit of anger or madness, frenzy, বৰ চোকা ৰাগী থকা বস্তু খোৱাৰ পৰা, বলিয়া কুকুৰ আদিয়ে কামোৰা বা আন ৰোগৰ পৰা, বা দেওধনিৰ পৰা উঠা কঁপনি আৰু বকনি। অক ধা. খঙেৰে জ্বলি উঠ to be angry. **জঁক উঠ** খঙেৰে জ্বলি উঠ to be suddenly angry.

**জঁক জঁক** বিণ.চকচকীয়া, জকমকীয়া glittering, sparkling.

**জঁকা** বি. ছাল-মঙহ শুচি খালি হাড বিলাক ওলাই থকা মানুহ বা জন্তুৰ আকৃতি a skeleton. অক. ধা. **জঁকা ওলা** ছাল মঙহ শুকাই যা চেৰেলা হ to be reduced to skeleton.

**জঁকা** সক. ধা. খং তোল, বলিয়ালি উগ দিয়া to provoke, to cause to be seized with madness. —কৃদ. বি. **জঁকাওঁতা**। স্ত্রী. **জঁকাতী**

বিণ. **জঁকাল** ততালিকে খং উঠা, খঙাল, বেগেতে বলিয়াৰ নিচিনা হোৱা getting suddenly angry, frantic.

**জঁকি উঠ** অকস্মাৎ খং কৰি উঠ to be suddenly enraged.

**জঁকিয়া** অক. ধা. শিয়ৰি উঠ, জিকাৰ খা ( গাৰ নোমত খাটে ), গাৰ নোম ডাল ডাল হ to stand erect, as hair on the body.

**জঁকীয়া** অক. ধা. পানীৰ ওপৰলৈ জাক পাতি উঠি জঁপিয়া ( সৰু মাছৰ জাকত খাটে ) to leap to the surface of water ( as a shoal of small fish. )

**জঁট** বি. নফণিওৱাৰ কাৰণে গাঁঠি লাগি একেলগ হোৱা চুলি matted hair. বিণ.—**জঁটলা** আউল লগা, জঁট লগা tangled, ইফালে সিফালে লাগি ধৰা intertwined as a cane. জঁটীয়া চুলি থকা having tangled hair. স্ত্রী. **জঁটলী**। **জঁট-লাগ** আউল লাগ, গাঁঠি লাগ to be tangled.—বিণ. **জঁটীয়া** জঁটলগা, আউল লগা tangled.

**জঁপৰা** বিণ. নফণিওৱা চুলি থকা, জাঁপৰ থকা having uncombed or untrimmed hair. স্ত্রী. **জাঁপৰী**।

**জঁপিয়া, ঝপিয়া** অক. ধা. ডেওমাৰ to jump.

**জকৃজকা** অক ধা. 'জিকৃজিকা' চোৱা।

**জকৃজকীয়া** বিণ. স্পষ্টৰূপে ওলাই থকা plainly visible.

**জকৃমকৃ, ঝকৃমকৃ** বি. বৰ্ণৰ শোভা বা উজ্জলতা, কান্তি beauty or brilliancy of colour, lustre. —কৃদ. বি. **জকৃমকনি, ঝকমকনি** জকমক কৰা কাৰ্য্য—অক. ধা. **জকৃমকা, ঝকৃমকা**—বিণ. **জকৃমকীয়া, ঝকমকীয়া**।

**জকৃৰা** বি 'কৰ্কৰা' চোৱা।

**জকা** বি. ভাত ৰন্ধা ডাঙৰ ধাতুৰ পাত্ৰ a large metallic cooking or water pot.

**জকাই** 'জাকৈ' চোৱা।

**জকাৰ** সক. ধা. উচ্চাৰণ কৰ, গা to utter, to sing.

**জকাৰ কাব দি ধৰ** বহুলোকে বেঢ়ি ধৰি ডাঙৰ কৈ কথা ক বা সোধ to perplex one with noisy questions.

**জখম** বি. ঘা a wound.

**জখলা** বি. মানুহ ওপৰলৈ উঠিবৰ কাৰণে কৰা খোপ থকা বাঁহ বা কাঠ a ladder, steps.—বিণ. **জখলা-খুপীয়া** জখলাৰ নিচিনা বহুত খোপ থকা having steps like a ladder.

**জগ** অক. ধা. ওপজ, জন্ম ল. (ইতৰ জন্তুত খাটে) to be born, পোৱালী পা to give birth to young ones. পানীৰ তলৰ পৰা ওলা to emerge from water.

**জগ** বি. জগত the world. **জগজীউ** বি. জগতৰ জীৱ, ঈশ্বৰ God. **জগজ্জন** বি. জগতৰ জন।

**জগত** বি. পৃথিবী আৰু তাত থকা অন্যান্য সমুদায় বস্তু, ভুবন the world, পৃথিবীৰ সকলো মানুহ, মনুষ্যবৰ্গ the mankind. **জগতগুৰু** বি. পৰমেশ্বৰ God. **জগতচক্ৰ** বি. ব্ৰহ্মাৰ পৰা বেদ, বেদৰ পৰা যজ্ঞ, যজ্ঞৰ পৰা ধোঁৱা, ধোঁৱাৰ পৰা মেঘ, মেঘৰ পৰা বৰষুণ, বৰষুণৰ পৰা শস্য, শস্যৰ পৰা প্ৰাণী এনেকৈ সদায় হৈ থকা অৱস্থাৰ নাম জগত চক্ৰ। **জগত-জীৱন, জগজীৱন** পৰমেশ্বৰ God. **জগদম্বা** বি. দুৰ্গা a name of Durga. **জগদাধাৰ** পৰমেশ্বৰ, যি জগতক ধৰি আছে God. **জগদীশ জগদীশ্বৰ** বি. পৰমেশ্বৰ God **জগদ্ধাত্ৰী** দুৰ্গা a name o Durga. **জগধাতা** জগতৰ বিধাতা পৰমেশ্বৰ God. **জগনিবাস** বি পৰমেশ্বৰ God. **জগন্নাথ** বি জগতৰ নাথ বা গৰাকী, পৰমেশ্ব God, উৰিষ্যা দেশৰ প্ৰধান মন্দিৰ থকা বিষ্ণুৰ মূৰ্ত্তি the famou idol of Vishnu in th temple of Orissa.—বি **জগন্নথীয়া**। **জগন্নাথ তিতা** বি

এৰিধ ঔষধত লগা গছ। **জগ-মোহন** বি দেৱালয়ৰ দুৱাৰ মুখত তাৰ গাতে লগাই সজা সৰু মন্দিৰ a portico of a temple

**জগৰ** বি. অপৰাধ, দায়, দোষ an offence, a fault

**জগ্‌ৰা** বি. কোল্‌, ওভোটা জোং থকা যাঠী a barbed spear.

**ঝগড়া** ( পু. অ. ) বি. বিবাদ, গোচৰ a quarrel, a dispute.

**জগৰীয়া** বিণ. অপৰাধী, দোষী guilty. দোষী মানুহ an accused man. স্ত্রী. **জগৰীয়ানী**।

**জগলি-মোহন** বিণ. ভালে বেয়াই এটাইকে মিহলি কৰা, সানমিহলি mixed up indiscriminately.

**জগলু** বি. মদৰ গেদ the dregs of liquor.

**জগা** বি টোপনিৰ পৰা সাৰ পোৱা, টোপনি ভাঙ to awaken, মূর্ত্তি প্রতিষ্ঠা কৰ to consecrate an idol.

**জগা** সক. ধা. পোৱালি দে, পোৱালি পা bring forth ( said of animals ).—বি. **জগাওঁতা**। স্ত্রী. **জগাঁতী**।

**জগা কাঠ** বি. পানীৰ তলত বহুদিন পৰি থাকি পচি কলা হোৱা কাঠ long-submerged and rotten wood.

**জঘন** বি. নিতম্ব, কটিদেশ, কঁকালৰ দাঁতি ভাগ the hip and loins, the buttock, তলপেট the lower part of the belly extending to the vagina.

**জঘন্য** বিণ. অধম, নীচ, বৰ বেয়া, বৰ মলিন low, vile, worst.

**জঙ্কা** সক. ধা. জোকা to tease.

**জঙ্কাৰ, ঝঙ্কাৰ** বি. শব্দ, ধ্বনি, মাত sound, noise, voice.

**জঙ্গম** বিণ. গতি কৰা, লৰি চৰি ফুৰা, জীৱ থকা having motion, living, animated.—বি. গতিশীল জীৱ জন্তু an animated being.

**জঙ্গল** বি. হাবি, অৰণ্য forest, wilderness.—বিণ. **জঙ্গলী** হাবিৰ নিচিনা, হাবি থকা covered with jungle, হাবিত থকা অসভ্য living in jungle, uncivilized, জঙ্গল তত্ত্বাৱধান কৰা বিভাগ সম্বন্ধীয় belonging to the Forest department.

**জঙ্গী-লাট** বি. ভাৰতৰ সেনা বিভাগৰ সর্ব্ব প্রধান গৰাকী the commander-in-chief of Indian army.

**জঙ্ঘা** বি. সৰু গাঁঠিৰ ওপৰ আৰু আঁঠুৰ মাজৰ খণ্ড, কলাফুল, ডিমা the leg between the ankle and the knee, কৰঙন the upper part of the leg.—বিণ ওখ ডাঙৰ ( মানুহ ) tall.

**জজ** বি. বিচাৰক a judge.

**জঞ্জলিত** বিণ. কষ্টত পৰা, দুখগ্ৰস্ত afflicted, pained.

**জঞ্জাল** বি. হুলস্থূল, বহুত মানুহ গোট খোৱাত হোৱা হুলস্থূল confusion caused by the assemblage of a large number of persons.

**জটকীয়া** বিণ. জেঁট লগা, আউল লগা entangled.

**জটবাই** ক্রি. বিণ. শীঘ্ৰে quickly.

**জটা** বি জঁট, এড়ালৰ পাত আন ডাল মেৰ খোৱা চুলি বা শিপা the matted ha r, entangled roots. (পু. অ.) সক. ধা. গটোৱা, লগ কৰা to collect. **জটাজুট** বি. সদাশিৱৰ বা সন্ন্যাসীৰ জঁট matted hair as worn by Shiva or an ascetic. **জটাধৰ**, **জটাধাৰী** বি. শিৱ Shiva, জঁট থকা সন্ন্যাসী an ascetic having matted hair. **জটামাংসী** বি. এবিধ সৰু বনৰীয়া গছৰ সুগন্ধি শিপা।

**জটায়ু** বি. এটা চৰাই, সি গৰুড়ৰ পুতেক আৰু দশৰথৰ মিত্ৰ আছিল, ৰাৱণে সীতাক হৰি নিওঁতে যুঁজ কৰাত তাক ৰাৱণে বধ কৰিছিল according to the Ramayana a bird who was the scn of Garuda.

**জটলা** বি. বহুত শাখাযুক্ত শিং থকা পহু a deer with horns of many branches.

**জটিল** বিণ. জটাযুক্ত, জেঁট ভাঙিবলৈ টান, চিলা নোহোৱা having matted hair, difficult to solve, knotty.

**জটী** বিণ. জটা থকা having matted hair.

**জটীয়া** বিণ. লুকীয়াকৈ নিজৰ কাৰণে সাঁচি থোৱা laying up for one's own use. বি. শিৱ Shiva.

**জটোপটোকৈ** ক্রি. বিণ. লৰালৰিকৈ quickly.

**জঠংমঠং** বি. ব্যৱহাৰৰ নীতি নজনা ignorant of etiquette.

**জঠৰ** বি. পেট the belly.—বিণ. চপাব কোঁচাব নোৱৰা, ঠৰঙা not elastic, stiff. বি. গাৰ অঙ্গ লৰচৰ কৰিব নোৱৰা এবিধ ৰোগ the palsy. **জঠৰাগ্নি** বি. পেটৰ খাদ্য বস্তু জীৰ্ণ কৰা শক্তি বা ৰস বিশেষ the digestive power, gastric juice.

**জড়** বিণ. সাৰ নথকা জ্ঞানবুদ্ধিহীন, অচেতন devoid of sensibility, জীৱহীন inanimate, লৰচৰ কৰিব নোৱৰা unable to move.—বি. অচেতন পদাৰ্থ, নিৰ্জ্জীৱ বস্তু an inanimate thing. **জড়জগত** বি. অচেতন বস্তু বিলাক, প্ৰকৃতি the inanimate world. **জড়তা**

বি. লৰচৰ কৰিব নোৱৰা অৱস্থা stiffness, অচৈতন্য, মূৰ্খতা insensibility, অবসাদগ্ৰস্ত অৱস্থা, অকৰ্ম্মণ্যতা incompetency. **জড়-পদাৰ্থ** জীৱ নথকা বস্তু an inanimate thing. **জড়বাদ** বি. আত্মা বা ঈশ্বৰ নাই, কেৱল জড়পদাৰ্থৰ পৰা সৃষ্টিৰ উৎপত্তি হৈছে এনে মত materialism. বিণ. **জড়বাদী**।

**জড়পুৰ** ( পু. অ. ) বিণ. মেৰাই মেৰাই টানকৈ বন্ধা fastened tightly.

**জড়প্ৰকৃতি** বি. পঞ্চভূত, মন, বুদ্ধি আদি।

**জড়িত** বিণ. লগলগা, যুক্ত হোৱা united. **জড়ীকৃত** বিণ. অচেতন হোৱা। **জড়ীভূত** বিণ. অচেতন হোৱা, ঠেৰেঙা হোৱা insensible, paralysed.

**জতু** বি. লা, লাক্ষা lac. **জতুগৃহ** পঞ্চ পাণ্ডৱক পুৰি মাৰিবলৈ দুৰ্য্যোধন ৰজাই বাৰণাৱত নগৰত লা'ৰে সজোৱা ঘৰ।

**জতুৱা** বিণ. নিজৰ জাতৰ দৰে থকা, বিজতৰীয়া নোহোৱা remaining in one's own kind, not degenerated.

**জধলা** বিণ. অপৰিষ্কাৰ, লেতেৰা awkward, of dirty habits. স্ত্ৰী. **জাধলী**।

**জধামূৰ্খ** বি. অতি মূৰ্খ লোক, বৰ অজ্ঞান মানুহ a fool, a great dunce.

**জধেমধে** ক্ৰি. বিণ. অপৰিষ্কাৰ বা ভাল বেয়া নিবিচৰাকৈ, অকাৰণে without any regard or care, indiscriminately.

**জন** সক. ধা. জন্ম দে, উৎপন্ন কৰ to produce, to give birth to.—বি. **জনম**।

**জন** বি. মতা মানুহ, ই প্ৰায়ে এটা সংখ্যা শব্দৰ পাছত থাকে যেনে এজন মানুহ, তিনজন ল'ৰা man in general.

**জনক** বি. যি জন্ম দিয়ে, পিতা father.—বিণ. উৎপন্নকাৰী, জন্মোৱা causing, producing.—বি. মিথিলাৰ ৰজা, সীতাৰ বাপেক the king of Mithila and father of Sita.

**জনক, ঝনক** ( অনু. শব্দ ) ৰূপ, সোণ বা অলঙ্কাৰৰ নিচিনা শব্দ। **জন-জন, ঝনঝন** ( অনু. শব্দ ) 'জনক' চোৱা। বি. **জনজনি** অক. ধা. **জনজনা** বি. **জনজনী**।

**জনজননি** বি. নাকত ধৰা জলা বস্তুৰ পোৰণি।

**জন গণনা** বি. কোনো ঠাইত কিমান মানুহ আছে তাৰ গণনা কৰা কাৰ্য্য census.

**জন-জাতি** বি. কোনো বিশেষ জাতিৰ লোক tribe. **জন জাতিক্ষেত্ৰ** বি.

জনজাতিৰ লোক থকা ঠাই tribal area.

**জনতা** বি. জনসমূহ crowd

**জনন** বি. ওপজন, জন্ম birth. **জননাশৌচ** বি. সন্তান জন্মাৰ অশৌচ ceremonial uncleanliness owing to child-birth.

**জননী** বি. আই, মাতৃ a mother.

**জননেন্দ্ৰিয়** বি শৰীৰৰ যি অংশৰ দ্বাৰা সন্তান জন্মাৰ কাৰ্য্য হয় the genitals or sexual organs

**জনপদ** বি. দেশ, ৰাজ্য an inhabited place, a country.

**জনপ্ৰাণী** বি. মানুহ বা অন্য জীৱজন্তু a living being.

**জনপ্ৰিয়** বিণ. লোক প্ৰিয় popular.

**জনবহুল** বিণ. বহু লোক থকা, জনাকীৰ্ণ inhabited by many people.

**জনৰৱ** বি. লোকৰ মুখে শুনা কথা বা বাতৰি, উৰা-বাতৰি a rumour.

**জনৰাদ** (পু. অ.) বি. দুৰ্নাম infamy.

**জনশ্ৰুতি** বি. জনৰৱ, বহুকালৰ পৰা লোকৰ মুখে মুখে শুনা কথা, কিংবদন্তী rumour, tradition.

**জন-সংখ্যা** বি. কোনো দেশত থকা মানুহৰ সংখ্যা population, মানুহ পিয়ল a census.

**জন-সমাজ** বি. মানুহৰ সমাজ human society, সমস্ত মানুহ mankind.

**জন-সাধাৰণ** বি. সমস্ত মানুহ people in general, public সাধাৰণ মানুহ বিলাক the mass.

**জনয়িতা** বি. জনক father. স্ত্ৰী. **জনয়িত্ৰী**।

**জনা** বিণ. জ্ঞানী wise, অবগত হোৱা, যাক জনা গৈছে known.—সক. ধা. জাননী দে, বুজ দে to inform.

**জনা** বি. মান্যবান পুৰুষ, তিৰোতা বা দেৱতা বুজাবলৈ সংখ্যা শব্দ বা মানুহ বা দেৱতা বুজোৱা বিশেষ্য শব্দৰ পাছত ব্যৱহৃত হয়, যেনে—এজনা, দেৱতা জনা, মানুহ জনা ইত্যাদি **জনাকীৰ্ণ** বহু লোক থকা ঠাই।

**জনাই নজনাই** ক্ৰি বিণ. ভালকৈ নজনা মুগুনাকৈ, সঁচামিছা ঠিক নোহোৱাকৈ knowingly or unknowingly, without perfect knowledge.

**জনাজানি** বিণ. বহুতৰ আগত প্ৰকাশ কৰা known to many, made public.—বি. এজনে আনজনৰ পৰা জনা কাৰ্য্য mutual communication.

**জনাজাত** বিণ. 'জনাজানি' চোৱা।

**জনাৰ্দ্দন** বি. বিষ্ণু a name of Vishnu.

**জনান্তিকে** ক্ৰি. বিণ. এফলীয়া হৈ aside.

**জনাপবাদ** বি. লোকনিন্দা, কলঙ্ক blemish, stain.

**জনাব** বি. ডাঙৰ লোকক সম্বোধন কৰা শব্দ highness. ( মুছলমানী ) ।

**জনাবুজা, জনাশুনা** বিণ. বহুত দেখি শুনি হোৱা জ্ঞানী experienced, যাক ভালকৈ জনা যায় well-known.

**জনিত** বিণ. জন্মা, উৎপন্ন হোৱা ।

**জনী** বি. মানুহ বা জন্তুৰ মাইকী, ই পুংলিঙ্গ বাচক শব্দৰ পাছত থাকি স্ত্রীলিঙ্গ বুজায় আৰু সংখ্যা শব্দৰ পাছত থাকিও বিশেষ্যৰ স্ত্রীলিঙ্গ বুজায় যেনে—সক জনী, দুজনী তিৰোতা—বি. **জনীয়া** লোকৰ সম্পর্ক থকা pertaining to a person.

**জনেক** বি. এজন, এটা মানুহো even one.

**জনেজনে** ক্রি. বিণ. এজন এজনকৈ, প্রতিজন one by one. **জনেপতি** ক্রি. বিণ. গাইপতি per head.

**জন্টা, জন্তা** ( পু. অ. ) ক্রি. গোটখুৱা, মেৰাই বা বেৰি ধৰ ।

**জন্তু** বি. প্রাণী, যি জন্মে a living being, পশু an animal.

**জন্ম** বি. উৎপত্তি, ওপজা কার্য্য birth. —অক. ধা. ওপজ, উৎপন্ন হ to be produced. **জন্মগত** জন্মৰ লগতে অহা hereditary, সহজাত innate **জন্মতিথি** যি তিথি বা দিনত জন্ম হয় birthday. **জন্ম-নক্ষত্র** বি. নক্ষত্রৰ সময়ত জন্ম হয় । **জন্মপত্র** জন্মৰ তিথি সময় আদি লিখি ৰখা কাকত, কোষ্ঠী, সোঁৱৰণী horoscope. **জন্মৰাশি** যি ৰাশিত জন্ম হয় । **জন্মভূমি** স্বদেশ, জন্মস্থান mother-land.

**জন্মা** সক. ধা. জন্ম দে, উৎপন্ন কৰ to give birth to, to produce. বি **জন্মাওঁতা** । স্ত্রী. **জন্মাওঁতী** ।

**জন্মান্তৰ** বি. এই জন্মৰ বাজে আন জন্ম, ইয়াৰ আগৰ বা পাছৰ জন্ম previous or subsequent birth. **জন্মান্তৰ বাদ** পুনর্জ্জন্ম হয় এই মত theory of transmigration.

**জন্মান্ধ** বি জন্মৰ পৰা অন্ধ a born blind.

**জন্মাবচ্ছিন্ন** জন্মৰ পৰা মৃত্যু পর্য্যন্ত । **জন্মাবধি** আজন্ম, জন্মৰেপৰা from the very birth.

**জন্মাষ্টমী** বি. কৃষ্ণৰ জন্ম তিথি, ভাদ মাহৰ কৃষ্ণাষ্টমী the eighth day of the dark half of the month of Bhadra when Krishna was born.

**জন্মেজন্মে** ক্রি. বিণ. প্রতি জন্মত at every birth, কেতিয়াও ever.

**জন্মোতা** বি. ওপজোঁতা । স্ত্রী. **জন্মোতী** ।

**জন্মেজয়, জনমেজয়** বি. ৰজা পৰীক্ষিতৰ পুত্র, এওঁ বৈশম্পায়ন মুনিৰ ওচৰত মহাভাৰত শুনিছিল আৰু পিছত সর্পযজ্ঞ কৰিছিল ।

**জন্য** বিণ. কাৰণে, নিমিত্তে for the purpose of.

**জপ** বি. মনে মনে দেৱতাৰ নাম লোৱা বা স্মৰণ কৰা কাৰ্য্য, মনতে দেৱতাক কৰা উপাসনা uttering prayers inaudibly.—সক. ধা. মনে মনে দেৱতাৰ নাম ল বা স্মৰণ কৰ, মনতে ধ্যান কৰ to pray inaudibly, to meditate. **জপমালা** যি মালা হাতত লৈ জপ কৰা হয় আৰু যাৰ দ্বাৰা জপৰ সংখ্যা ঠিক কৰা হয় prayer-beads.

**জপা** বি. কাপোৰ সামৰি থোৱা বাঁহৰ কাঠিৰে সজা এবিধ ঢাকন থকা সঁজুলি a kind of covered bamboo or cane basket for keeping clothes.—সক. ধা. বন্ধ কৰ to shut, সামৰ, একে লগ কৰ to gather together.

**জপং** (অনু. শব্দ) কোনো বস্তু অকস্মাৎ পানীত পৰিলে হোৱাৰ নিচিনা শব্দ। ক্রি. বিণ. **জপং কৰে**

**জপ্ জপ্** (অনু. শব্দ) ডাঠ গছ পাত জোকাৰ খালে হোৱাৰ নিচিনা শব্দ। **জপজপীয়া** ডাঠ ডাল পাতেৰে ভৰি থকা, জোপোহা full of branches and leaves, জাবৰেৰে ভৰা।

**জপটিয়া** সক. ধা. একেলগ কৰ, একেলগে মেৰা to entwine.

**জপনা** বি. বাট বা পদুলিৰ মুকলি ঠাইত দিয়া দুৱাৰ the door of a gateway.

**জপনীয়** বিণ. জপিবৰ যোগ্য, ধ্যান কৰিব লগা fit to be meditated upon.

**জপজল, জপজলৌ** বিণ. ভেবা, একো নজনা dull, stupid.

**জবকা** বি. চাহ কৰা মাটিৰ পৰা জাবৰ আদি গুচোৱা দীঘল দাঁত লগোৱা এবিধ যতন a rake.—সক. ধা. **জবকিয়া** জবকাৰে জাবৰ আদি গুচা।

**জবৰ** বিণ. প্ৰকাণ্ড, বলী, দুৰ্দ্দান্ত strong, fearful. **জবৰদস্ত** বলী, শকত strong, hard. **জবৰ জং** বিণ. প্ৰকাণ্ড শৰীৰৰ very big bodied.

**জবৰা** বিণ. জাবৰ থকা, আঁহ থকা full of rubbish, fibrous **অধলা** untidy. **অপাত্ৰ** unskilful.

**জবাই** বি. কোৰাণৰ মন্ত্ৰ-পাঠ কৰি ঈশ্বৰৰ নামে উছৰ্গা কৰি কোনো জন্তুৰ টেঁটু কটা কাৰ্য্য।

**জবান** বি. অঙ্গীকাৰ স্বৰূপে কোৱা কথা a word given, a promise made.—বিণ. **জবান চুৰ** নিজৰ বাক্য বা অঙ্গীকাৰ ভঙ্গ কৰা।

**জবানবন্দী** বি. বিচাৰকৰ আগত মোকৰ্দ্দমা সম্বন্ধে কোৱা কথা, সাক্ষ্য a deposition.

**জবাব** বি. উত্তৰ answer.

**জব্দ** বিণ. শিকনি দিয়া অপমানিত কৰা put to shame, controlled, আটক কৰা forcibly detained.

**জম্** অক. ধা. গোট খা to be collected.

**জমক** 'জক' চোৱা।

**জমক** ( পুঃ অঃ ) বি. দীপ্তিৰ চক্‌মক, চমক।

**জম্‌জম্** ( অনু. শব্দ ) জাল বা বিষৰ পৰা হোৱা বেদনা বুজোৱা শব্দ word used to express burning or severe pain.—অক. ধা. বৰকৈ পোৰণিয়ে ধৰ, বৰ বেদনা কৰ। ক্রি. বিণ. **জম্‌জম্ কৰে**।

**জমদগ্নি** বি. পৰশুৰামৰ বাপেক the name of a sage.

**জমা** সক. ধা. গোটা, সংগ্রহ কৰ, সাঁচ to collect, to lay up.—বি ধনৰ মুঠ the total, পোৱা বা সাঁচি থোৱা ধন বা বস্তু receipts, accumulation.--বিণ. গোট খোৱা collected.

**জমা** বি. ভৰিলৈকে ঢকা এবিধ চোলা a robe.

**জমা-ওৱাচিল** প্রত্যেক পট্টাৰ আদায় হব লগা সৰ্ব্বমুঠ খাজনাৰ হিচাপ থকা বহি a register of revenue realised in respect of each lease or patta.

**জমাদাৰ** বি. পল্‌টনৰ এজন বিষয়াৰ নাম a non-commissioned military officer, কনিষ্টবল, টেকেলা আদি সামান্য কৰ্মচাৰীৰ ওপৰৰ বিষয়া a head constable, head man of public menial servants, মেথৰৰ চৰ্দ্দাৰ a head sweeper.

**জমাবন্দী** বি. ৰায়তে দিব লগা খাজনাৰ হিচাপ ৰখা বহি a rent-roll.

**জমিয়েৎ উলেমা** বি. মুচলমান মৌলবী বিলাকৰ সভা an assembly of Muslim Maulavis.

**জমী** বি. মাটি land

**জমীদাৰ** বি. তলতীয়া ৰায়ত থকা বহুত মাটিৰ গৰাকী a land holder. **জমীদাৰী** জমীদাৰৰ অধিকাৰ থকা মাটি the state of a land holder.

**জম্বিৰ, জম্বীৰ** বি. নেমুটেঙা, বিশেষকৈ জমীৰ টেঙা a lime.

**জম্বু** বি. এবিধ মানুহে খোৱা ফল, জামু a tree and its fruit. **জম্বুদ্বীপ** one of the seven divisions of the world, India

**জম্বুক** বি. শিয়াল a jackal.

**জম্ভাৰি** বি ইন্দ্র, জম্ভাসুৰক বধ কৰোঁতা। **জম্ভাসুৰ** মহিষাসুৰৰ বাপেক।

**জয়** বি. যুদ্ধ বা বিবাদত বিপক্ষক পৰাস্ত কৰা কাৰ্য্য, জিকা কাৰ্য্য triumph, victory, উন্নতি, মঙ্গল prosperity.

**জয়, জয়জয়** অব্যয়. দেৱতাৰ নামৰ আগত থাকিলে ভক্তি বুজোৱা শব্দ,

মানুহৰ নামৰ আগত থাকিলে আশীৰ্ব্বাদ বা মঙ্গল বুজোৱা শব্দ an exclamation of praise to a god or blessing on a person.

**জয়জয়তে** ক্রি. বিণ. প্ৰথমতে, আৰম্ভতে in the beginning. **জয় জয় ময় ময়** বি. চাৰিওফালে জয়, সকলোপিনে মঙ্গল great prosperity or triumph. **জয়ঘণ্টা** বি. ৰণত জিকাৰ আনন্দ প্ৰকাশ কৰিবৰ অৰ্থে বজোৱা ঘণ্টা a bell sounded to declare a victory. **জয়ঘোষ** বি. জয়ধ্বনি। **জয়ঢাক** এবিধ ডাঙৰ ঢাক। **জয় ঢোল কোবা** অতি আনন্দিত হোৱা to be jubilant

**জয়তি** (পু. অ.) বি জয়লাভ বুজোৱা শব্দ, সিদ্ধি, জয়লাভ prosperity, victory.

**জয়দেউ কাকুতি** বি. বৰ কাকুতি, বৰ ব্যগ্ৰ হৈ নম্ৰভাবে কৰা বিনয় very earnest and humble supplication.

**জয়দৌল** বি. জয়মতী কুঁৱৰীৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক ৰুদ্ৰসিংহই মাকৰ নামে সজোৱা জয়সাগৰৰ পাৰৰ দৌল।

**জয়ধ্বজা** বি. জয়পতাকা, গৌৰৱৰ চিন a monument of glory. **জয়ধ্বনি** জয়লাভ কৰি আনন্দ কৰা শব্দ a shout of victory.

**জয়-নন্দি** বি. (পু. অ.) আনন্দ প্ৰকাশ কৰা জয়ধ্বনি।

**জয়ন্তা** বি. কামৰূপৰ দক্ষিণ-পূব ফালে থকা এটা পৰ্ব্বত Jointia hills.—বিণ. **জয়ন্তীয়া** জয়ন্তা পৰ্ব্বতত থকা বা উৎপন্ন হোৱা।

**জয়ন্তী** বি. এবিধ ফুল, দুৰ্গা a kind of flower, Durga.

**জয় পত্ৰ** বি. নানা দেশত ফুৰিবলৈ এৰি দিয়া অশ্বমেধ যজ্ঞৰ ঘোঁৰাৰ কপালত আঁৰি দিয়া কাকত।

**জয়-পতাকা** বি. বিজয় নিচান a flag of victory.

**জয়পাতে ক্ষয়** উন্নতিৰ সীমা পোৱা মাত্ৰেই অৱনতি fall immediately after triumph.

**জয়মতী** বি. গদাধৰ ৰজাৰ ভাৰ্য্যা।

**জয়মুনি** বিণ. বৰ ডাঙৰ, ভয়ঙ্কৰ mighty, very great.

**জয়যুক্ত** বিণ. জয়লাভ কৰা, কৃতকাৰ্য্য victorious, successful, শ্ৰীযুক্ত prosperous.

**জয়শীল** বিণ. সদায় জয়লাভ কৰা ever victorious, কুশল বা সমৃদ্ধিযুক্ত prosperous.

**জয়শ্ৰী** বি. শত্ৰুক পৰাজয় কৰাৰ পৰা হোৱা ভাগ্য বা মান the glory of victory.

**জয়স্তম্ভ** বি. যুদ্ধত জিকা কাৰ্য্য চিৰস্মৰণীয় কৰিবৰ নিমিত্তে কৰা বৰ ওখ

**ডৰ** বি. ডৰি, ভয় fear. **অক.** ধা. **ডৰ, ডৰা** ভয় কৰ to be afraid. কৃদ. বি. **ডৰোঁতা, ডৰাওঁতা**। স্ত্ৰী. **ডৰ্ঁতী, ডৰ্ঁাতী**।

**ডৰথ** বি. এৰাল a tether.

**ডৰা** বি. মাটিৰ খণ্ড a small division of cultivated land.—বিণ. **ডৰাডৰ** অনেক খণ্ড হোৱা divided into small plots.—ক্রি. বিণ. **ডৰাডৰে** অনেক ডৰা কৰি, ই ডৰাৰ পাছত সি ডৰাকৈ।

**ডৰি** বি. ভয়, ডৰ fear.

**ডৰুক** বি. ভয়াতুৰ subject to fear, timid

**ডৰুৱা** সক. ধা. ভয় দেখা, ভয় খুৱা to put in fear.

**ডল** সক. ধা. জ'াতেৰে ঘ'হি ফাল to split by grinding in a mill, as pulse, ডাল কাট to put off the branches. বি. **ডলোঁতা**।

**ডলা** বি. [illegible] কাঠি [illegible] চেপেটা বহল দূৰণীয়া পাত্ৰ a bamboo platter or tray.—সক. ধা. আঁনৰ হতুৱাই জ'াতেৰে ফলা বা ডাল কটা। স্ত্ৰী. **ডলঁাতী**।

**ডলাৰ বগৰী** ডলাৰ বগৰীৰ দৰে বাগৰি ফুৰা, থান-থিত নথকা, ঘৰবাৰী নথকা having no fixed abode, moving from place to place.

**ডলীয়া** বিণ. ডাল থকা having branches, **ডালৰ** নিচিনা গোটা having the form of a bar or stick.

**ডলুৱা** বিণ. গছত বা গছৰ ডালত থকা living on a tree, **ডালৰ,** ডাল সম্পৰ্কীয় belonging to or connected with a branch.

**ডহ ডহীয়া** বিণ. স্থিৰ, অলৰ, নিশ্চিত firm, decided, established.

**ডা-ডাঙৰীয়া** বি. ডাঙৰীয়া সকলকে মুখ্য কৰি অসম ৰজাৰ আন আন বিষয়া সকল।

**ডাইন** বি. সোঁফাল right side.

**ডাইনা-পালী** বি. যি জনে দোহাৰত ওজাই লগাই দিয়া গীত গায় আৰু ওজাৰ পদ বিলাকৰ অৰ্থ ভাঙি দিয়ে (ওজাৰ সোঁহাতে থাকে) a chorus singer explaining the meaning of songs.

**ডাইনী** বি. ডাকিনী, মায়াবিনী, ভূতুনী witch.

**ডাইল** বি. বিষ [illegible], [illegible] poisonous. [illegible] জ্বলা বা চোকা very pungent.

**ডাউক** বি. এবিধ চৰাই। স্ত্ৰী. **ডাউকী** the moor hen or water hen.

**ডাং** বি. টাঙন, গোটা দীঘল মাৰি a bar, a thick stick or staff.—**ডাংকটা** লোকৰ ঘৰৰ দুৱাৰ ডাং কাটি ভিতৰলৈ সোমোৱা, দুষ্ট wicked. স্ত্ৰী. **ডাংকাটী**।

**ডাংকোপ** বি. 'ডাঙ্কোপ' চোৱা।

**ডাংঠেৰীয়া** বিণ. ঢৰীয়া, মিহি নোহোৱা coarse. **ডাং ৰৰলা** বিয়াবাক নকৰোৱা। **ডাংমুঠীয়া** বিণ. ডঙুৰা, ল'ৰা-ছোৱালী নথকা।

**ডাঁৰ** বি. বৰ দীঘল মাৰি a long pole, নাল লগোৱা বঠা an oar having a spliced handle, কাপোৰ থবলৈ পথালিকৈ বন্ধা মাৰি।

**ডাঁৰ্** বি. আঠ পৰ বা ষাঠি পলৰ পৰিমাণৰ কাল, দিন ৰাতিৰ ষাঠি ভাগৰ এ ভাগ one-sixtieth part of a day and night, 24 minutes.

**ডাঁৰ** সক. ধা. দণ্ড স্বৰূপে ধন ল, ডাঁৰ ল to fine.—কৃদ. বি. **ডাঁৰণ** ডঁৰ লোৱা কাৰ্য্য act of fining.

**ডাঁৰ পৰ** বি. সময় নিৰ্ণয় কৰা যন্ত্ৰ an instrument for measuring time, a clock.

**ডাঁৰা** বি. খাৰা, পানী যোৱা বাট, সুঁতি a channel.

**ডাঁৰি** বি. বৰশী বোৱা দীঘল মাৰি a fishing rod.

**ডাঁৰিকী** বি. গছৰ গুটি পৰা, পাত কটা আদি কামকৰিবলৈ লোৱা দীঘল মাৰি a long pole.

**ডাঁহ** বি. জন্তুক কামুৰি তেজ খোৱা এবিধ ডাঙৰ মাখি a gad fly.

**ডাঁহী** বি. এবিধ বৰ ডাঙৰ খঙাল ফেটী সাপ a kind of very poisonous snake.

**ডাঁহেকিয়া ডাঁহেচিয়া** বিণ. পূৰঠ হোৱা, পকিব লগা হোৱা beginning to ripen.

**ডাক** বি. পুৰণিকালৰ এজন জ্ঞানী মানুহ, তেওঁ ৰচনা কৰা বচন বিলাকক **ডাক-চৰিত, ডাকৰ বচন** বা **ডাক ভণিতা** বোলে।

**ডাক** বি. চিঠি আদি এঠাইৰ পৰা আন ঠাইলৈ অনা-নিয়াৰ উপায় mail post, দূৰৰ ঠাইলৈ যাওঁতে সলনি কৰি কৰি ব্যৱহাৰ কৰিবলৈ বেলেগ বেলেগ ঠাইত ৰখা বাহন, তেনে বাহন ৰখা ঘৰ relay of horses etc., a place where such relays are kept. **ডাক-ঘৰ** চিঠি আদি য'ৰ পৰা আইন ঠাইলৈ পঠোৱা হয় আৰু য'ৰ পৰা স্থানীয় চিঠি বিলোৱা হয় post office. **ডাক-গাৰী** ডাক অনা নিয়া কৰা গাৰী mail trains, mail coach. ডাক-বঙলা ভ্ৰমণকাৰী সকলৰ থাকিবৰ সুবিধাৰ কাৰণে ৰাস্তাৰ ওচৰত ঠায়ে ঠায়ে কৰি থোৱা ঘৰ a Dak-bungalow. **ডাক-খেল** বি. এবিধ তাচৰ খেল a kind of game at cards.

**ডাক** সক. ধা. কামুৰি বা শুঙেৰে বিন্ধি বিষ লগা sting or bite, চোক বস্তুৰ দৰে ছালত বোবোৱা আৰু বেদনা জন্মা ( চূণ আদিত খাটে ) to carrode.

**ডাক** বি. মতা কুকুৰাৰ মাত the

crowing of a cock, চিঞঁৰি মতা মাত a loud sound or voice.—অক. ধা. মতা কুকুৰাৰ দৰে মাত to crow, ডাঙৰকৈ মাত to cry out, চিঞঁৰি মাত to call loudly. **ডাক দি** মতা কুকুৰাৰ দৰে মাত to crow, চিঞঁৰি আহিবলৈ ক to call loudly.

**ডাক** সক. ধা. নিলাম-ডাক to auction.

**ডাকৰা** বি. মৈৰ মাজত পথালিকৈ দিয়া দুচটা ফলা বাঁহ, যাৰ ওপৰত মানুহ উঠি মৈ দিয়ে।

**ডাকল** বিণ. ভয়ানক, ভয় লগা, ধ্বংসকাৰী terrible, very destructive, বৰকৈ জ্বলা blazing as fire.

**ডাকৱালা** বি. এটা ডাক ঘৰৰ পৰা আন এটা ডাক ঘৰলৈ চিঠি আদি বৈ নিয়া মানুহ, হৰকৰা a mail-carrier, postman.

**ডাকিনী** বি. ডাইনী, এবিধ ভূতুনী a kind of female evil spirit.

**ডাকু** বিণ. বৰ দুষ্ট unruly, মই মত, বশ নোহোৱা unruly, self-willed.

**ডাকুৰ** বি. চুৰুণী ছাগলীৰ ডিঙিত পথালিকৈ আৰি দিয়া মাৰি।

**ডাক্তৰ** বি. বিলাতী পদ্ধতিৰ চিকিৎসক doctor, পাণ্ডিত্যসূচক উপাধি বিশেষ doctorate, **ডাক্তৰখানা** ডাক্তৰে চিকিৎসা কৰা ঠাই dispensary. **ডাক্তৰি** ডাক্তৰৰ ব্যৱসায় বা বিদ্যা medical science, medical profession.

**ডাঙৰ** বিণ. বৃহৎ, বৃহৎ আকাৰৰ big, large, দীঘলবহল spacious, মোটা fat, শ্ৰেষ্ঠ superior, great, প্ৰবল violent, বয়সীয়া grown up, দায়িত্বপূৰ্ণ responsible, গুৰু serious.—বি. শ্ৰেষ্ঠ মানুহ an elderly or respectable person. **ডাঙৰ দীঘল** বয়স হোৱা, ডাঙৰ হোৱা big, grown up. **ডাঙৰ পিতা** জেঠা। **ডাঙৰ মাই**

**ডাঙৰি** বি. ধানৰ বহুত মুঠি গোটাই বন্ধা ডাঙৰ মুঠা a large sheaf of paddy. **ডাঙৰি কাপোৰ** বৰ কাপোৰ a coarse thick cloth used as a wrapper. **ডাঙৰি সূতা** চৰীয়া সূতা coarse thread.

**ডাঙৰীয়া** বি. মান্যবান মানুহ, বৰ লোক a respectable man, a noble man.—স্ত্ৰী. **ডাঙৰীয়াণী**।

**ডাকা** বি. দুৰ্নাম, বদনাম evil reputation.

**ডাক্কোপ** বি. বৰ কথা, গপ্প, নিজক ডাঙৰ বুজাবলৈ গল্প মাৰি কোৱা কথা a boast, brag.

**ডাটি** ক্ৰি. বিণ. ডাঠকৈ, দৃঢ়ভাবে gravely, seriously, বলেৰে with force.

**ডাঠ** বিণ. ঘন, পাতল বা সেৰেঙা নোহোৱা thick, dense, শৰত, স্থিৰ strong, firm.—ক্রি. বিণ. **ডাঠকৈ**।

**ডাঠা** বি. শাকৰ মঙহাল ঠাৰি the pithy stalk of vegetables, এবিধ শাক a kind of vegetable, চেৰেকী লেটাই আদিৰ নাল the rod on which the reel revolves.

**ডাঠি** ক্রি. বিণ. 'ডাটি' চোৱা। অক. ধা. **ডাঠি ক** দৃঢ় বা নিশ্চয়ৰূপে ক to speak firmly or emphatically.

**ডাঠিৰা** বিণ. সাহিয়াল, মন বা বুকু ডাট fearless, courageous.

**ডাঢ়ি** বি. থোঁতোৰা আৰু গালত গজা নোম beard, whiskers.

**ডাণ্ট** ( পু. অ. ) বিণ. দৃঢ়।

**ডাণ্টি** ( পু অ: ) বিণ. দৃঢ়।

**ডাফলী** বি. ডফলা জাতিৰ তিৰোতা, চুটি চাপৰ পুষ্ট অথচ আটিল ( তিৰোতাৰ বিশেষণ ) a Daffle woman, short but strong and stout.

**ডাব** বি. কুমলীয়া নাৰিকল a green cocoanut.

**ডাব** বি. মোকোটাই কটাৰী সুমাই থোৱা নাল a folding handle. **ডাব কটাৰী** নালত মোকোটাই সুমাই থোৱা কটাৰী a knife which folds up. **ডাব-কাট** প্রতিজ্ঞা কৰ to take a vow.

**ডাবৰ** বি. এবিধ মুখ ধোৱা আৰু পিক পেলোৱা পাত্র a kind of spittoon.

**ডাবৰি** বি. পেৰি ৰস লোৱা কুঁহিয়াৰৰ জাবৰ the refuse of pressed sugarcane.

**ডাবি** বি, খঙেৰে দেখুৱা ভয়, খং প্রকাশ menace, threat.—সক. ধা. **ডাবি দি** খঙেৰে ভয় দেখা, খং কৰ to threaten, to reprove. **ডাবি মাৰ** ভেকাহি মাৰ to utter angry words.

**ডাবি, ডাব** বি. তাল বা তামোল জাতিৰ গছৰ ফুলৰ থোপা the calyx or spathe of betel-nut, palm tree, etc. অক. ধা. **ডাবি মেল**।

**ডাল** বি. গছৰ ঠাল a branch, a bough.—উপ শব্দ. গোটা আৰু দীঘল বস্তু বুজাবলৈ বিশেষ্য আৰু বিশেষণ শব্দৰ পাছত ব্যৱহাৰ কৰা শব্দ যেনে 'বাঁহ ডাল'। অন্য আকৃতিৰ বস্তু বুজোৱা শব্দৰ লগ লাগিলে তাক নিন্দা বা তুচ্ছ কৰা বুজায় যেনে—মানুহ ডাল, পাঁচ ডাল টকা a particle used after a noun or an adjective to denote a long or slender thing, when added to a noun signifying a thing of any other kind

or share, it conveys a sense of ridicule.

**ডালচেনি** বি. এবিধ গছৰ সোৱাদ আৰু জলা ছাল cinnamon.

**ডাল জোৰা দি, ডাল পাত জোৰ দি** ক্রি. মনেৰে সাজ, নোহোৱাক হোৱা বুলি ক to fabricate, to produce from imagination.

**ডাল ডঙুৰা** বিণ. নিচেই অকল শৰীয়া, ভাৰ্য্যা পুত্র বন্ধু বান্ধব কেও নথকা quite alone, having neither family nor friends.

**ডালডলীয়া** বিণ. পাতল, জেল-জেলীয়া havaing a thin texture.

**ডাল-দৰিদ্র** বিণ. একেবাৰে দৰিদ্ৰ, অতি দুখীয়া entirely destitute.

**ডাল শলিয়া** বি. 'শলিয়া' চোৱা।

**ডালি** বি. সৰু ডাল, ঠালি a small branch.

**ডালি** বি. এপাচি বা এখৰাহি শাক, ফল, ফুল আদি a basket full of vegetables, etc.

**ডালি খৰাহি** বি. খুৰা লগোৱা খৰাহি a kind of open bamboo basket with a foot.

**ডালিম** বি. এবিধ ফল আৰু তাৰ গছ the pomegranate tree and its fruit.

**ডালিমা** বি. পকা ডালিমৰ গুটিৰ নিচিনা ৰঙা আৰু প্ৰায় ঘূৰণীয়া আকৃতিৰ এবিধ বাখৰ a kind of precious stone.

**ডালে-মূলে** ক্রি. বিণ. সম্পূৰ্ণৰূপে, সমূলঞ্চে wholly, entirely.

**ডাৱৰ** বি. মেঘ a cloud.—অক. ধা. মেঘ হ, মেঘেৰে আকাশ ঢাক to be cloudy. বিণ. **ডাৱৰীয়া** ডাৱৰ বা মেঘেৰে ঢকা, বৰষুণ হোৱা rainy, cloudy. বি. মেঘেৰে ঢকা বা বৰষুণ হোৱা বতৰ cloudy or rainy weather.

**ডাহিন** ( পু: অ: ) 'ডাইন' চোৱা, the right.

**ডিক** সক. ধা. পোন আঁক দি to mark with lines, to rule. **ডিকনী** আঁক টনাত ব্যৱহৃত কাপ বিশেষ an instrument used in drawing lines.

**ডিক্রি** বি. দেৱানী মোকৰ্দ্দমাত বাদীয়ে জয় হোৱা হুকুম decree. **ডিক্রিদাৰ** ডিক্রিমতে টকা আদি পাবলগীয়া, মানুহ a decree-holder. **ডিক্রি-জাৰি** ডিক্রিমতে পাওনি টকা আদি আদায় কৰিবলৈ আদালতৰ পৰা জাৰি হোৱা হুকুম execution of decree.

**ডিঙৰা, ডিঙাৰ** বি. এবিধ মাছ ধৰা যতন a kind of fish trap.—বিণ. **ডিঙৰীয়া** উখহি ঢোল যেন হোৱা।

**ডিঙৰি** বি. চালনী ৰোৱা খৰচি the coarse part of any powdered

substance, which remains on the sieve.

**ডিঙা** বি. পানৃচৈ নাও a boat.

**ডিঙি** বি. গল, মূৰ আৰু গাৰ মাজৰ চিঞা ভাগ the neck.—বিণ. **ডিঙীয়া** ডিঙিলৈকে তল যোৱা, ডিঙিলৈকে ডখ neck-deep, reaching the neck. **ডিঙি-চেপ** চিঞা ডিঙিযুক্ত narrow-necked.

**ডিঠক** বি. চকুৰে দেখি থকা অৱস্থা, চেতন অৱস্থা the waking state as opposed to that of dreaming.

**ডিণ্ডিম** বি. ঢোল a drum.

**ডিমৰু** বি. এবিধ বনৰীয়া গছ আৰু তাৰ ফল the fig tree and its fruit, ইয়াৰ বহুবিধ আছে যেনে—যজ্ঞ ডিমৰু, খৰুটা ডিমৰু, মৌ ডিমৰু ইত্যাদি।

**ডিমা** বি. কণী, ডিম্ব egg, কলাফুল the calf of the leg.

**ডিমাই** বি. দীঘলে ২২½ ইঞ্চি আৰু বহলে ১৭½ ইঞ্চি জোখৰ কাগজ paper of demy size.

**ডিমাক, ডিমাকি** বি. আজ্ঞা নমনা স্বভাৱ obstinacy. বিণ. **ডিমাকী**।

**ডিমাচা** বি. কাচাৰ জিলাৰ আদিম নিবাসী জাতি।

**ডিম্ব** বি. কণী egg. কোনো ঘূৰণীয়া বস্তু a ball. **ডিম্বকোষ** কণীৰ ভঁড়াল, মাইকী জন্তুৰ সন্তান উৎপাদক ডিম্বৰ জোলোঙা the ovary. **ডিম্বাকৃতি** দুই মূৰ চেপ মাজ ডাঙৰ, কণীৰ নিচিনা oval.

**ডিৰা** বিণ. অকল, আনৰ লগত মিহলি নোহোৱা single, separate, unmixed, যোৰ নথকা without a mate, পোৱালী নোহোৱা ( মাইকী জন্তু ) having no offspring.

**ডিৰাইকৈ** ক্রি. বিণ. অতিৰঞ্জিত কৰি, বঢ়াই, পৰিমাণতকৈ অধিক ৰূপে in an exaggerated manner.

**ডিল** বি. কলিজা the heart, **কলডিল** the spadix of a plantain tree.

**ডিলা** বি. কঁঠালৰ বা গোমধানৰ মাজৰ দীঘলীয়া শাহটো the spike to which the seed of jack-fruit or the grains of maize etc., adhere, চকৰি ঘূৰা মাৰি an axle, নাঙলৰ ঈহ the shaft of plough, আমৰ ভিতৰৰ টান গুটি the stone of a mango.

**ডিলামাৰি** নাঙলৰ ঈহ a plough shaft, গাড়ীৰ ঘিলা লগোৱা মাৰি an axle.

**ডুকুলি** বি. বাঁহৰ সৰু পাচি বা ডুলি a small bomboo basket.

**ডুখৰি** 'ডোখৰ' চোৱা।

**ডুখৰীয়া** বিণ. গুড়ি নকৰা, মিহি নোহোৱা not reduced to powder, coarse.

**ডুগি** বি. ধান চাউল আদি থোৱা সৰু পাচি a small basket for grain.

**ডুগি ডাইনা** বি. তবলা আৰু তবলাৰে সৈতে বাওঁ হাতেৰে বজোৱা বাদ্য a pair or drums played jointly in Indian music.

**ডুব্** অক. ধা. বুৰ, খা পানীৰ তললৈ যা to sink, to be drowned, নষ্ট যা, নাইকিয়া হ to be ruined, to cease to live or exist.—**ডুব খা** তল যা, বুৰ খা to be under water. **ডুবমাৰ** বুৰমাৰ to dive. —বিণ. **ডুবডুবীয়া** কাণ বা মুখলৈকে পূৰ full to the brim.—বি. **ডুবন**—সক. ধা. **ডুবা** পানীৰ তল কৰা to cause to be drowned, ধ্বংস কৰা, নাইকিয়া কৰা to ruin. —বি. **ডুবাওঁতা**। স্ত্রী. **ডুবঁাতী**।

**ডুবি** বি. কুঁঢ়, নৈ বা বিলৰ বৰ দ ঠাই the deepest part of a river or lake.

**ডুমুনী-ফেটী** বি. এজাতি মুগা বৰণীয়া ফেটী সাপ a variety of cobra.

**ডুৰি** বি. ঠেক কাপোৰেৰে মেৰাই কোনো কাপোৰৰ দাঁতিত বা সিয়নিত লগোৱা জৰী a slender cord covered with cloth and sewed on a border or seam of a garment.

**ডুলি** বি. ধান আদি ৰখা বৰ ওখ ডাঙৰ পাচি a large basket for storing grain in.—বিণ. **ডুলি-পেটা** বৰ পেটা, পেটাল big-bellied. স্ত্রী. **ডুলি-পেটী**।

**ডে** বি. আধা পোৰা হ to be half-burnt.—সক. ধা. **ডেৰা** আধা পোৰা কৰ to overheat, to overcook.

**ডে** অক. ধা. ওপৰেদি যা, চেৰা, পাৰ হৈ যা to step over, to cross.

**ডেউকা** বি. ডোকা. চৰাইৰ বাহু the wing of a bird.

**ডেও** বি. জঁাপ, ওপৰলৈ উধাই এঠাইৰ পৰা আন ঠাইলৈ কৰা গতি a leap, a jump.—অক. ধা. **ডেও দে, ডেও মাৰ** জঁপিয়া, জঁাপ মাৰ to leap.—অক. ধা. **ডেও পাৰ** আগ পাছ নুগুনাকৈ কাম কৰা, ওফন্দি ফুৰ, উদ্ধত হ, অস্থিৰ হ to act rashly, to be restless.—**দেও পৰা** বিণ. উদ্ধত, আগ-পাচ নেচাই কাম কৰা rash, unruly. বি. **দেওপাৰণি**। **দেওঁতা** চেৰাই যাওঁতা one who steps over. স্ত্রী. **ডেৰঁতী**।

**ডেওনা** বি. মানুহে ডেই যাব পৰা কিন্তু গৰু ছাগলীয়ে চেৰাই যাব নোৱৰা দুৱাৰ মুখত দিয়া চাপৰ বেৰ a low fence or wall erected at a gate which a man

can pass over but cattle cannot.

**ডেক্‌ডেকীয়া** বিণ. পোনেই হোৱা, একেবাৰে কেঁচা ( ঘা বা আঘাত ) fresh ( said of wound ).—ক্রি. বিণ. **ডেক্‌ডেক্ কৰে।**

**ডেকা** বিণ. যুবা young.—বি যুবা পুৰুষ a young man, কোনো এক বিশেষ বংশৰ সন্তান a descendant of a respectable family. **ডেকাকাল** যৌবন youth, the early part of life. **ডেকা-দেও** হিন্দুৰ ডাঙৰ মানুহৰ ডেকাক মতা মাত। **ডেকা ৰজা** যুবৰাজ a prince. **ডেকালি** ডেকাৰ স্বভাৱ প্ৰকাশ কৰা কাৰ্য্য youthful act. **ডেকা কঢ়ে যোৱা** ডেকা বয়সতে মৰাৰ যোগ্য।

**ডেকুৰ** বি. জন্তুৰ ভৰিত বান্ধি দিয়া চুটি এৰাল জৰা a short tether fastened on a leg of an animal.

**ডেকেৰী** বিণ. যুৱতী কাল পোৱা young. বি. গাভৰু ছোৱালী a young woman.

**ডেকেৰুৱা** বিণ. ডেকা বয়স পোৱা, উৰিব পৰা young, able to fly, কিছু ডাঙৰ হোৱা somewhat grown up, ডেকা ওকণী a full grown louse.

**ডেগ** বি. এবিধ পেট বহল ডিঙি চুটি পাত্র. মঠীয়া a kind of vessel or jar.

**ডেগ** অক. ধা. ডেই যা, ওপৰেদি পাৰ হৈ যা to step over.

**ডেগী** বি. হাতীৰ পাছ ভৰিত মৰা ৰুইৰ বান্দা।

**ডেঙুৰ** বি. ডাকুৰ, কলগ্ৰহ 'ডাকুৰ' চোৱা।

**ডেডনি, ডেড়নি** বি. ডেডোৱা কাৰ্য্য অক. ধা. **ডেডা, ডেড়া** চিৎকাৰ কৰ, কষ্ট বা বেদনা পাই চিয়ঁৰ, আৰ্ত্তনাদ কৰ to groan or scream loudly. **ডেডাউৰি** ডাঙৰ কৈ মৰা গৰ্জ্জন বা চিয়ঁৰ, উচ্চ শব্দ a loud growl or scream, a roaring noise. অক. ধা. **ডেডা-উৰিয়া।**

**ডেঢ়ি** বি. কোনো সংখ্যা বা পৰিমাণ পূৰ হৈ বাঢ়ি থকা ভাগ, আদিকা surplus, excess. বিণ. **ডেৰীয়া।**

**ডেমাক** বি. কথা নুশুনা বা হুকুম নমনা গুণ বা স্বভাৱ obstinacy. বিণ. **ডেমাকী।** বি. **ডেমাকি।**

**ডেম্ ডেউক্, ডেম্ ডোকা** বি. এবিধ চেঁচুকত হোৱা সৰু গছ a kind of herb.

**ডেম্ ডেমীয়া** বিণ. ৰসাল, শুকান নোহোৱা, কেঁচা suppy, not dry.

**ডেমেহ** অক. ধা. পৈণত হ, বুঢ়া হ, পকিবৰ সময় হ to be about to mature.— বিণ. **ডেমেহা, ডেমেহীয়া** পৈণত mature.

**ডেৰ্** বিণ. এক আৰু আধা one and a half.

**ডেৰা** 'ডেড়া' চোৱা।

**ডেৰা** বি. তম্বু, অস্থায়ী প্ৰবসুৱা ঘৰ a tent, a temporary dwelling place.

**ডেৱা** বি. এটা মাছ মৰা যতন a fish trap.

**ডেৱা** বি. কঠাল জাতিৰ এবিধ ওখ ডাঙৰ গছ a kind of tree. **ডেৱাছালি** ডেৱা গছৰ ছাল, ইয়াক তামোলৰ লগত বা তামোলৰ অভাৱত খায়।

**ডোং** বি. সৰু খাল a small hole on the ground, কলপটুৱাৰ খোল।

**ডোঁৱাৰ** বি. নৈয়ে এৰি যোৱা পানী থকা সুঁতি an old channel of a river containing stagnant water. **ডোঁৱাৰ জৰী** তাঁতৰ দীঘ সূতাৰ মূৰ দুটা টোলোঠাত বান্ধি ৰখা জৰী, সেই জৰী তাঁতৰ মূৰৰ শলিত লগাই টোলোঠাত বান্ধে the rope by which the ends of the warp are tied on the beam. অক. ধা. **ডোঁৱাৰ বান্ধ**।

**ডোক** সক. ধা. ডলা আদিত লৈ জোকাৰি জোকাৰি মিহি ভাগৰ পৰা মোটা ভাগ বেলেগ কৰ to separate the coarse from the fine part by shaking on a platter.

**ডোকমোকালি** বি. পুৱাৰ অলপ এন্ধাৰ অলপ পোহৰ অৱস্থা, কোক্‌মোকালি the twilight of early dawn. **ডোকমোকা** অলপ এন্ধাৰ অলপ পোহৰ obscure hazy.

**ডোখৰ, ডখৰ** বি. খণ্ড, অংশ, টুকুৰা সৰু বস্তু বুজাবলৈ ডুখ'ৰি হয় a piece. —বিণ. **ডোখৰ ডোখৰ** অনেক খণ্ড কৰা divided or broken into pieces. ক্ৰি. বিণ. **ডোখৰ ডোখৰকৈ**।

**ডোঙা** বি. সৰু খালত থকা অলপীয়া পানী a small pool of water, কল পটুৱাৰ খোল a vessel made of the sheath of a plantain tree. **ডোঙাডুঙি** অনেক ডোঙা many pools of water.—ক্ৰি. বিণ. **ডোঙাডোঙে** অনেক ডোঙা পাতি in many pools.

**ডোজা** (পু. অ.) বি. জাপ, ডেৱ leap.

**ডোঠ্‌ৰ** বিণ. কঠুৱা, টান harsh, insistent.

**ডোবা** বি. বৰ দ পানী থকা ঠাই a sheet of deep standing water, মাটিৰ ডৰা বা খণ্ড a plot or compartment of land. **ডোবোলা** এনেও হয়। **ডোবোলা-ডোবোল** বিণ. ডৰাডৰ, অনেক ভাগ কৰা divided into many patches or plots.

**ডোবোলা ডোবোলে** ক্রি. বিণ. এডোবোলাৰ পাছত আন ডোবো-লাকৈ, অনেক ডোবোলাকৰি plot after plot or in many plots.

**ডোম** বি. অসমৰ মাছ মাৰি উপজীৱা কৰা এক জাতি a fisherman. স্ত্রী. **ডুমুনী**। **ডোম-চোৰ** অঘাইত চোৰ। **ডোম চোৰাত** এজাতি চোৰাত। **ডোমজ্বৰ** দুদিনৰ পাছত এদিন উঠা জ্বৰ। **ডোমালী** বিণ. ডোম সম্বন্ধীয়, ডোমৰ pertaining to Domes

**ডোৰ** ( পু. অ. ) বি. জৰী, বন্ধন a string, bondage.

**ডোৰা** বি. কাপোৰ ফাটি সূতা ওলোৱা ভাগ a shred of torn cloth. **ডোৰাকানি** ফাটি ছিটাছিট হৈ জৰীৰ নিচিনা হোৱা কাপোৰ a cloth torn to shreds.

**ডোল** বি. জৰী, বটিয়া, গুণ a string, a rope. অক. ধা. ওলমি লৰি চৰি থাক to be suspended.

**ডোলা** সক. ধা. ডোল লগা, জৰীৰে বান্ধ to tie with a cord.

**ডৌকা** বি. 'ডেউকা' চোৱা।

**ডৌলা** বি. এবিধ কাণত পিন্ধা অলঙ্কাৰ a kind of ear-ornament.

# ঢ

**ঢ** ব্যঞ্জন বৰ্ণৰ চতুৰ্দ্দশ আখৰ the fourteenth letter of the consonants.

**ঢঁহা-মোহা** বিণ. ঢাহি মুহি খোৱা, অত্যাচাৰী ruining, oppressing.

**ঢ** বি. মাটিৰ সীমা boundary দাগ, বেলেগে জোখা একখণ্ড মাটি a plot of land measured and bounded separately, বৰষুণৰ পানীৰ পৰিমাণ a measure of rainfall.

**ঢক** বি. ভোক বা পিয়াহৰ দ্বাৰা অভিভূত হৈ হোৱা মূৰ্চ্ছা, তাপৰ পৰা হোৱা মূৰ্চ্ছা a swoon brought on by hunger or thirst & heat, fainting caused by fatigue. **ঢক্ ছুট** অতিশয় চিন্তিত হ, বিহ্বল হ to be very much tired or exhausted.

**ঢক** বি. ঢোলৰ শব্দৰ দৰে বৰকৈ ওলোৱা সম্বাদ, ৰৌঢ়ি a rumour. অক. ধা. **ঢক উঠ, ঢক ফুট** বৰকৈ সম্বাদ ওলা to be noised abroad.

**ঢক্‌ঢক্** ( অনুকাৰ শব্দ ) সৰু ডিঙিৰে পাত্ৰৰ পৰা পানী ওলোৱাৰ নিচিনা শব্দ an imitative sound used to express that of water, pouring out of a narrow-necked vessel. বি. **ঢক্‌ঢকনি**— অক. ধা. **ঢক্‌ঢকা**—ক্রি. বিণ. **ঢক্‌ঢক্ কৰে**।

**ঢকঢকী লোটা, ঢগঢগী-লোটা** এবিধ সৰু ডিঙীয়া লোটা।

**ঢকা** বি. চাপৰ, মেলা হাতেৰে কৰা আঘাত a slap.

**ঢকা-চমকা, ঢকা-ঢমকা** বিণ. মেঘৰ পৰা অলপ ওলায়েই মাৰ যোৱা breaking out through the cloud and disappearing again as sunshine.

**ঢকা-ডিঙৰা, ঢকা-ডিঙৰীয়া** বি. জন্তুৰ পেট উথহা ৰোগ a disease of cattle in which the belly is swollen.

**ঢকিয়া** সক. ধা. ঢকা মাৰ, গাত চাপৰ মাৰ to strike with the open hand.

**ঢকুৰা, ঢকুনা** বি. বাঁহ আৰু তামোল জাতিৰ গছৰ বোখা the sheath of the betel nut tree etc.

**ঢঙ** বি. বিলাস, ধেমালি pleasure, mirth ছলনা, প্ৰতাৰণা deceipt, fraud.

**ঢঙা** বিণ. বিলাস প্ৰিয়, ওখ ডাঙৰ কিন্তু কামিলা নোহোৱা, ঢিলা fond of pleasure, stout but weak, easy going, ৰসাল কিন্তু সোৱাদ নথকা tasteless.

**ঢটি** বি. কঁকালত পিন্ধা কাপোৰ, চুৰিয়া loin-cloth.

**ঢঢ়েয়া** বিণ. গোটেই মুকলি, কোনো আৰ বেৰ নথকা wide open, শূন্য, বেয়া ( কপাল ) ill, as fortune.

**ঢপলা** বি. তিৰোতাই দ্বন্দ কৰোতে দুয়ো হাত মেলি নিজৰ কৰঙনৰ ওপৰত মৰা চাপৰ। ক্রি. **ঢপলা পিট, ঢপলা মাৰ, ঢপলিয়া**।

**ঢপলীয়া** অক. ধা. জঁপিয়াই লৰি ফুৰ, ঢাপলি মেল to run about, as an animal.

**ঢৰা** বি. ঢাকৰ, কাঠিৰে সজা মাটিত পতা আসন a mat.

**ঢৰাই মৰাই পৰ** দুখ বা ভাগৰৰ গতিকে ঢৰা বা মাটিত মেৰথাই, বাগৰি বা কাতি হৈ পৰ to drop or lie down with fatigue.

**ঢৰা-খাৰ** বি. তেল লোণ একো নিদিয়াকৈ শুদা খাৰ দি ৰন্ধা আঞ্জা food seasoned with alkali only.

**ঢৰা-চাপৰ** বি. বৰ বলেৰে মৰা চাপৰ বা ঢকা a violent slap.

**ঢৰা-লঘোন** বি. একোকে নেখাই কৰা উপবাস, কঠোৰ উপবাস a rigid fast, abstinence from every sort of food and drink.

**ঢঁৰিয়া** বি. 'শলিয়া' চোৱা। **ঢঁৰিয়া বাজ** বিণ. শলিয়াৰ নিচিনা টেঙৰ very cunning.

**ঢৰীয়া** বিণ. ডাঙৰ মিহি নোহোৱা coarse, as thread or cloth.

**ঢল্** বি. দল, জাক, সমূহ a flock, a multitude.

**ঢল্** অক. ধা. হল, হলি যা to incline, to lean.

**ঢলকুচিয়া** অক. ধা. মৰিবলৈ ধৰা প্ৰাণীৰ দৰে কাতি হৈ পৰি থৰকৈ উশাহ ল, কাপ কাপ কৰ to roll and gasp for breath like an animal about to die.

**ঢলঢলীয়া** বিণ. জ্বলি বা জিলিকি থকা burning, glaring.

**ঢলং পলং** বি. টলং ভটং, অস্থিৰ, থৰক বৰক rolling or rocking as of a boat, a sense of inability to stand erect owing to weakness.

**ঢলা** সক.ধা. হলা, এঢলীয়া কৰ, কাত্তি কৰ to cause to incline, গুৰি কাটি মাটিত পেলা to fell as a tree.—বি. **ঢলাওঁতা**। স্ত্ৰী. **ঢলাঁতী**। **ঢলা বিছনা** বহিবলৈ মাটিত পাৰি দিয়া বহল বিছনা a wide cloth spread on the ground to sit on.

**ঢলিয়া** অক. ধা. ঢাল ল lean to one side.

**ঢলুৱা** বিণ. সাঁচত ঢালি গঢ়া, ঢলা cast, founded, ঢালি পাত্ৰ গঢ়োতা a founder.

**ঢাঁচ** (অনু. শব্দ.) হঠাৎ গধুৰ বস্তু মাটিত পৰিলে হোৱাৰ নিচিনা শব্দ—ক্ৰি. বিণ. **ঢাঁচ কৰে**।

**ঢাঁহি ঢুঁহি** ক্ৰি. বিণ. টানি-আজুৰি by drawing and pulling.

**ঢাঁহিমুহি** ক্ৰি. বিণ. একেবাৰে নাইকিয়া কৰি, ভাঙি-ছিঙি totally ruining or laying waste, বলেৰে আৰু ছলেৰে by force and fraud.

**ঢাক** বি. এবিধ ডাঙৰ ঢোল a kind of large drum.

**ঢাক** সক. ধা. আচ্ছাদন কৰ, লুকা, আঁৰ কৰ to cover, to hide, to screen. **ঢাক-খা** আচ্ছাদিত হ, আঁৰ হ। **ঢাকন, ঢাকনী** বি. আচ্ছাদন, সাঁফৰ a lid, a cover.

**ঢাক ঢুক** বি. কথাৰ টিপটাপ,

**ঢাকলি** বি. ফাঁকি, প্ৰবঞ্চনা।

**ঢাকুৰ** সক. ধা. বৰকৈ কন্দা, বুকুত চপৰিয়া to cry very loudly, to beat on the breast.

**ঢাচা** বি. কথা বা কাৰ্য্যৰ ছেও বা গঢ় mode of speaking or doing a thing.

**ঢাট্ কপাল** বি. দুৰ্কপাল ill luck.

**ঢাণ্ডী** বিণ. খকুৱা, ৰাক্ষসী greedy.

**ঢাপ** বি. বাৰীৰ চাৰিওকালে মাটিৰে কৰা গড় an embankment or wall of earth.—বিণ. **ঢাপত্ত**

গজা এনেই গজা বা হোৱা, খিলঞ্জীয়া নোহোৱা।

**চাপৰ** বি. নাৱ আদিৰ ছৈ বা ঢাকনি the root or cover of a boat.

**চাপলি** বি. চেকুৰ, জন্তুৰ লৰ the running of an animal.—অক. ধা. **চাপলি মেল** to run fast, as an animal.

**চাপলি, চাপলিকা** বি. খেৰেৰে কৰা ঢাকনী a screen covering of coarse grass.

**চাপলিকা** বি. চাপৰ পৰ্ব্বত a low hill, a hillock.

**ঢামা** বি. ঢোলৰ আকৃতিৰ পিপা a barrel

**ঢাৰি** বি. চটাই ঢৰা, বাঁহৰ কাঠীৰ আসন a bamboo mat. **ঢাৰিপাটী** বি. শয্যা, যাৰ ওপৰত শোৱা যায় a bed.

**ঢাল** সক. ধা. বাক, লাহীকৈ তললৈ পেলা to pour out, গলোৱা ধাতু সাঁচত বাকি গঢ় to mould.

**ঢাল** বি. খেলৰ গুটি বুলোৱা মাটিত আঁকি লোৱা বা কাপোৰ আদিত চিন দি লোৱা ঘৰ সমূহ a board for a game, এবাৰৰ সম্পূৰ্ণ খেল a complete play.

**ঢাল** বি. পোন, ফাল, দিশ direction, side, tendency. **ঢাল খা** কাতি হ to lean. **ঢাল ল** কোনো এক বিশেষ দিশলৈ গতি কৰ to incline or move towards a particular direction.—ক্রি. বিণ. **ঢালে** ফালে, পোনে in the direction of.

**ঢালী** বি. ঢাল লৈ যুঁজোতা soldier armed with a shield.

**ঢালুৱা** বিণ. আদ ধতুৱা alloyed, লোকৰ লগত মিলিব নোৱৰা, অজীণ পাতেকী unable to live in harmony with others.

**ঢিপ** বি. মাটিৰ হাঁফলু a mound of earth.

**ঢিপিং ঢিপিং, ঢিপ্লিং ঢিপ্লিং** উশাহ লওঁতে বুকু লৰাত যেনে শব্দ হোৱা যেন বোধ হয়, তেনে শব্দ বুজোৱা মাত an imitative word used to express the palpitation of the heart.

**ঢিমা** অক. ধা. কম পৰ, শাম কাট to become mild, to be slow.

**ঢিমিক্-ঢামাক্** বি. অলপকৈ জলিছেই আকৌ মুমাব খোজা glimmering or flickering, as light or fire.

**ঢিমিকি-ঢিমিকি** ক্রি. বিণ. অতি কম পৰিমাণে, অতি দুৰ্ব্বল বা ধীৰে ধীৰে in very faint manner.

**ঢিল,ঢিলা** বিণ, উজু, সহজ easy, কোমল soft, লাগি নধৰা loose.—অক. ধা. কমহ to abate.—সক. ধা. শিথিল কৰ to make loose.

**ঢিলা-সোলকা, ঢিলা-সোলোকা**

নিচেই ঢিলা বা লোল্লা very loose or slack.

**ঢুক** অক. ধা. প্ৰৱেশ কৰ, সোমা to enter.—অক. ধা. প্ৰৱেশ কৰা, সুমোৱা to be entered.

**ঢুকা** অক. ধা. অন্ত হ, নাইকিয়া হ, শেষ হ to be exhausted, to come to an end, মৰ to die.—সক. ধা. অন্তকৰ, নাইকিয়া কৰ, শেষ কৰ to exhaust, to finish. **ঢুকি পা** হাতেৰে লগ পা to reach by the hand, বুজি পা to understand.

**ঢুল** অক. ধা. আগফালৰ পৰা, পাচ ফাললৈ আৰু পাচ ফালৰ পৰা আগ ফাললৈ গা সঞ্চালিত কৰ, বা লৰা to rock the body to and fro. বি. **ঢুলন, ঢুলনি**।

**ঢুলঢুলীয়া** বিণ. শোকেৰে চকুলো ভৰি থকা, কান্দো কান্দো হৈ থকা full of tears, ready to shed tears.

**ঢুলা** সক. ধা. লাহে লাহে চোৱঁৰেৰে বিচ, চোৱঁৰেৰে বা দে to fan mildly with a chowry.

**ঢুলীয়া** বি. ঢোল বজোৱা মানুহ a drummer. স্ত্ৰী. **ঢুলীয়ানী**।

**ঢেংঢেঙীয়া** বি. পনীয়া, বহুত প'নী থকা watery. ক্ৰি. বিণ. **ঢেংঢেং কৰে**।

**ঢেঁকৰ** বি. দোলাৰ দুই মূৰত থিয়কৈ লগোৱা কেকোঁৰা বা ঘোৰ খোৱা ধাতুৰ মাৰি one of the two crooked metallic rods attached to each end of dola, এবিধ দলনিত চৰা **চৰাই** a kind of water bird.

**ঢেঁকী** বি. ধান বনা আৰু শস্য খুন্দা পৰিষ্কাৰ কৰা কাঠৰ যতন a pedal for cleaning or pounding rice etc., **ঢেঁকী থোৰা** বি. ঢেঁকীত খুন্দিবলৈ লগোৱা কাঠৰ শজুলি a pedal tooth. **ঢেঁকীদি** ঢেঁকীৰে খুন্দা বা পৰিষ্কাৰ কৰ।

**ঢেঁকীয়া** বি. ছিৰলী পাতেৰে এবিধ বন a species of fern used as a pot-herb.—বিণ. **ঢেঁকীয়া পতীয়া** গাত ঢেঁকীয়াৰ পাতৰ নিচিনা আঁচ থকা এবিধ ডাঙৰ বাঘ a species of large tiger.

**ঢেঁকা-শাল** বি. ঢেঁকীৰে ধান-বন ঘৰ a shed where a pedal is worked.—বিণ. **ঢেঁকী শাল টোকা** অ'ৰ ত'ৰ বুটলি খোৱা, মাগি খুজি খোৱা living by begging **ঢেকী সাপ** বি. এজাতি ঢেঁকীৰ নিচিনা বৰ ডাঙৰ আৰু দীঘল সাপ the python.

**ঢেঁকেৰ** বি. উগাৰ আহোঁতে হোৱা নিচিনা শব্দ a sound like that produced by belching.

**ঢেঁকেৰী** বি. আহোম ৰজাই কামৰূ

অধিকাৰ কৰাৰ পাছত উজনীৰ মানুহে কামৰূপৰ মানুহবিলাকক ঢেঁকেৰী বুলিছিল an inhabitant of Kamrup ( used in ridicule. )

**ঢেঁকেৰীয়া, ঢেঁকেৰুৱা** বি., ফুট নথকা কঠাল a jack fruit having no pulp.

**ঢেঁট্** বিণ. দুষ্ট, ধূৰ্ত্ত wicked, cunning.

**ঢেঁৰা** বি. ডাঙৰ পেট থকা, এলেহুৱা মানুহ a pot-bellied or a fat lazy man. স্ত্রী· **ঢেঁৰী** এবিধ পানীত চৰা চৰাই a pelican.

**ঢেক্** বি. সুৰ ধৰি পুথি পঢ়া বা গীত গোৱা ৰাগিণী।

**ঢেক্‌ঢেক্** ( অনুকাৰ শব্দ ) উচ্চ হাঁহিৰ দৰে শব্দ an imitative sound used to express that of loud laughter.—বি. **ঢেক-ঢেকনি** ঢেক ঢেক কৰি হঁহা কাৰ্য্য। অক. ধা. **ঢেকঢেকা**।

**ঢেঙা** বিণ. পনীয়া, ঢেং ঢেঙীয়া watery.

**ঢেঙাকাৰ** বিণ. উখহি বৰ ডাঙৰ হোৱা very much swollen or inflated.

**ঢেপ্‌ঢেপ্** ( অনুকাৰ শব্দ ) ভালকৈ পাগ নুঠা মাটিৰ পাত্ৰৰ শব্দ, সোপোকা an imitative sound used to express that of a half-backed earthen pot when struck,

**ঢেপ্‌ঢেপীয়া** বিণ. ঢেপা, পাগত টান নোহোৱা ভালকৈ নবজা।

**ঢেপা** বিণ. কনকনীয়া নোহোৱা, ভালকৈ পাগত নুঠা half-backed, ঢিলা flaccid, শেঁতা pale.

**ঢেপেৰা** বিণ. ৰাহুৰা, ধাৰ নথকা blunt.

**ঢেপেলা** বিণ. বৰ বহল ( পাত আদি) very wide or broad, as a leaf.

**ঢেমনি** বি. ৰক্ষিতা তিৰোতা, বিয়া নকৰাকৈ ভাৰ্য্যা স্বৰূপে ৰখা তিৰোতা ( সাধাৰণতে বিধবা ) a kept woman, a widow kept as a wife.

**ঢেৰ্** বিণ. অনেক, বহুত, প্ৰচুৰ much, many, abundant.

**ঢেৰা** সক. বহুত গোটা বা আৰ্জ্জি, সৰহকৈ সচা to earn in heaps, to accumulate.

**ঢেৰুৱা** বি. এবিধ মূলা জাতিৰ শাক a kind of pot herb.

**ঢেৰেক** ( অনুকাৰ শব্দ ) ডাঙৰকৈ হোৱা চেৰেক শব্দ an imitative word used to express a violent bursting noise.

**ঢেৰেকনি** বি. বজ্রপাতৰ শব্দ, বিজুলী মৰাৰ পাছত আকাশত হোৱা শব্দ a clap of thunder.

**ঢেল** বি. চকুৰ মণিৰ চাৰিওফালৰ বগা অংশ the white portion of the eye round the pupil. বিণ. **ঢেল**

**ঢেলীয়া** নিস্তেজ, তেজ নাইকিয়া pale-coloured. **ঢেল ওপঙা দি** মৰাৰ নিচিনা হৈ পানীত উঠ বা ওপঙ্‌।

**ঢেলা** বিণ. শে'তা, নিস্তেজ pale. ৰৰষুণৰ পাছত ৰ'দ নোলোৱাকৈ থকা cloudy. **ঢেলা চকুৱা** বগা ভাগ ৰৰকৈ ওলোৱা চকু থকা having the white of the eye large.

**ঢেলুকা-ঢেলুক** বি. মৰিবৰ সময়ত চকুৰ লুটিয়ালুট robbing of the eye.

**ঢেহকা** বিণ. ঢিলা flaccid.

**ঢোঁৰা-কোৱা** বি. এবিধ ডাঙৰ কাউৰী চৰাইৰ মতা the raven, the rook. স্ত্ৰী. **ঢোঁৰা কাউৰী**।

**ঢোঁৰা সাপ** বি. এবিধ বিষ নথকা সাপ a kind of snake.

**ঢোঁহ** সক. ধা. আঁত নিবিচৰাকৈ এঠাইত ধৰি টানি উলিয়া to draw out in a disorderly manner **ঢোঁহা, ঢোঁহোৰা** আঁত নিবিচৰাকৈ টনাত আউল লগা entangled. **ঢোঁহোৰ মোহোৰ** বিণ. বিশৃঙ্খল, আউল-লগা disordered, tangled. বি. বিমোৰ হোৱা অৱস্থা perplexity.—ক্রি. বিণ. **ঢোঁহোৰ-মোহোৰকৈ**।

**ঢোক** সক. ধা. এবাৰ এবাৰকৈ বৈ বৈ পনীয়া বস্তু গিল to drink draught after draught.

**ঢোক, ঢোকা** বি. একে বাৰতে যিমান দ্ৰৱ বস্তু গিলা যায় a draught of liquid. ক্রি. বিণ. **ঢোকা-ঢোকে** এঢোকাৰ পাছত এঢোকা।

**ঢোকা** বি সন্দেহ, আশঙ্কা doubt, hesitation.

**ঢোকা** বি. কোনো বস্তুক কাতিহৈ নপৰাকৈ ৰাখিবলৈ লগোৱা বাঁহ আদিৰ ঠেকা a prop, আশ্ৰয়, সহায় refuge, support, বঁৰী তিৰোতাত চাপি থকা মানুহ a man living at the house of a widow, as her husband.

**ঢোকোৰ** ( অনু. শব্দ ) পনীয়া বস্তু গিলোঁতে হোৱাৰ নিচিনা শব্দ —ক্রি. বিণ. **ঢোকোৰাই. ঢোকোৰ কৰে**।

**ঢোপ** বি. গোঁসাই সকলে আশীৰ্ব্বাদ কৰি দিয়া তুলসীৰ মালা wreath of sacred leaves.

**ঢোপ** বি. ল'ৰাছোৱালীয়ে খেলিবলৈ কাপোৰেৰে কৰা ঘূৰণীয়া বস্তু বা টোপোলা a ball made of cloth to play with, সূতাৰ বহুত নেচা গোটাই বন্ধা টোপোলা a bundle.

**ঢোপঢুপীয়া** বি. ফোপোলা বস্তুৰ দৰে শব্দ কৰা, বায়ুৰ দ্বাৰা ওফোন্দা, উথহা swelled, inflated, as the belly.

**ঢোপা** বিণ. পকিবলৈ বা ফুলিবলৈ ধৰি উথহা বা ভিতৰে ফোঁপোলা হোৱা about to open as a

flower, about to ripen as a fruit. **ঢোপাকলি** ফুলিবলৈ ধৰা ফুলৰ কলি a flower bud about to open. **ঢোপাপৰ** ফুলিবলৈ ধৰ। **ঢোপা-চালি** মেঘৰ পৰা হোৱা আন্ধাৰ cloudiness. **ঢোপাবড়, ঢোপাবৰ** বটগছ, এবিধ আঠা ওলোৱা গছ a kind of tree.

**ঢোপোকা** বিণ. ঢোপৰ নিচিনা কোমল আৰু সোপোকা fat, fleshy, soft.

**ঢোবোহা** বিণ. ববকৈ ওফন্দা, ওলমি পৰা puffed out, as the belly. **ঢোবোহা পেটা** পেটাল big-bellied.

**ঢোল** বি. কাঠ খুলি দুই মূৰ জন্তুৰ ছালেৰে ছোৱা ডিঙিত ওলমাই বজোৱা এবিধ বাদ্য a drum. **ঢোলৰ লগৰ টেমেকা** বি. ডাঙৰ মানুহৰ লগত বা ডাঙৰ মানুহৰ মতত মত দি ফুৰা সামান্য মানুহ a mean adherent or follower. **ঢোলে লগৰে** ক্রি. বিণ. ধুমধাম কৰি, সমাৰোহেৰে pompously.

**ঢোল** বি. তিনি পুৰা ধান ধৰা পাচি a basket holding three puras of paddy. **ঢোলমাৰ** ঢোলেৰে জোখ।

**ঢোলোক, ঢুলকী** বি. ঢোলৰ নিচিনা এবিধ বাদ্য যন্ত্র a kind of small musical drum.

**ঢোলোকনি** বি. ববকৈ জোকাৰ খোৱাত পাত্ৰৰ মুখেৰে ওলাই পৰা the spilling of liquid out of a vessel shaken violently, ঢৌ বা বতাহৰ কোবত নাৱৰ ভিতৰলৈ সোমোৱা পানীৰ জোলোকা gust of water dashed into a boat by wind or waves.—অক. ধা. **ঢোলোকনি খা** ঢৌ বা বতাহৰ কোবত নাৱে পানী খা।—বি. **ঢোলোকা** ঢৌ বা বতাহৰ কোবত নাৱত এবাৰত সোমোৱা পানীৰ জোলোকা।—ক্রি. বিণ. **ঢোলোকা-ঢোলোকে** জোলোকা-জোলোকে quantity after quantity.

**ঢৌ** বি. উর্মি বতাহৰ বা সোঁতৰ বেগত ওখ হৈ উঠা পানী a wave, a billow, **কোনো পাত্ৰৰ** গাত থকা উঠঙা an embossment, পানী জোলা a blister, **জনৰৱ** rumour.—অক. ধা. **ঢৌ উঠ** তৰঙ্গ উঠ to rise and fall, ববকৈ প্ৰকাশিত হ to be noised abroad. **ঢৌকটা** বিণ. গাত ঢৌ তুলি গঢ়া। **ঢৌছিৰা** এমূৰৰ পৰা আন মূৰলৈ ফটা rent from end to end. **ঢৌ ঢোৱা** বৰ পনীয়া, ববকৈ পানী থকা excessively watery. **ঢৌফুট** ববকৈ প্ৰকাশিত হ, ঢৌ উঠ। **ঢৌবান্ধ** পানী জোলা বান্ধ। **ঢৌতে খঁৰ মাৰ** বহুত বাধাৰ মাজত সুচল

পায়েই কোনো কাম সিদ্ধ কৰ to take the first opportunity to accomplish an object.

**ঢৌৱা** অক. ধা. ঢৌ তোল to be agitated with waves.—সক. ধা. বৰকৈ প্ৰকাশ কৰ to spread or publish widely. বায়ুৰে ওফন্দি পানীৰ ওপৰত উঠা টোপোৰা a bubble.

**ত** ব্যঞ্জন বৰ্ণৰ ষোড়শ আখৰ the sixteenth letter of the consonants.

**তই** সৰ্ব্ব. আপোনাতকৈ বয়সত বা মানত সৰু মানুহক মতা শব্দ thou, অতি মৰমৰ মানুহক মাতোতেও অসমীয়াত 'তই' ব্যৱহাৰ কৰা দেখা যায়।

**তংকৰ** সক. ধা. মনোযোগ কৰ, কাণ কৰ to attend to.

**তঁক** বি. অকস্মাৎ বেছিকৈ উঠা খং, জঁক, প্ৰবল কামভাব a fit of anger or a carnal desire.—অক. ধা. **তঁকউঠ**।

**তকলিফ** বি. কষ্ট, অসুবিধা trouble, difficulty.

**তকৃতকীয়া** বি. খৰতকীয়া, বেগাই কাম কৰা বা কথা কোৱা quick in working or speaking.

**তক্তা** বি. ডাঙৰ কাঠ, ফালি বা চাঁচি কৰা চেপেটা কাঠ, কাঠৰ চলা a plank, **তক্তা-পোচ** তক্তাৰে কৰা খুৰা লগোৱা দীঘল বহল বহা বা শোৱা আসন a platform made of planks for sitting or sleeping.

**তক্তি** বি. মাটি জৰিপ কৰোতে ব্যৱহাৰ কৰা দীঘল খুৰা লগোৱা তক্তাৰ এবিধ সৰু মেজ a plane table.

**তক্র** বি. দৈ গাখীৰত তাৰ চতুৰ্থাংশ পানী দি কৰা ঘোল whey.

**তগৰ** বি. এবিধ বগা ফুল a kind of scented white flower.

**তগুাল** বি. 'তমাল' চোৱা।

**তগুা** সক. ধা. শ্ৰীবৃদ্ধি কৰ, ভাল অৱস্থালৈ আন to improve.

**তঙ্ক** (পু. অ.) বি. অতিপাত খং excessive anger, আতঙ্ক terror. **তঙ্কাৰী** বিণ. বৰ কথীয়া, অহঙ্কাৰী blustering, boastful.

**তঙ্কাল** (পু. অ.) টোক, টোকালি আন to pluck.

**তচোমচো** বিণ. তল ওপৰ, বিশৃঙ্খল, খেলিমেলি disordered, অস্থিৰ restless.

**তজ্‌বজা** অক. ধা. উৎসাহী হ, চট-ফটাই ফুৰ to be brisk, to be restless.—বি. **তজবজ, তজবজনি** বিণ. **তজবজীয়া**।

**তজু** সৰ্ব্ব. তোমাৰ, আপোনাৰ thine, your.

**তঞ্চক** বি. ঠগ্, প্ৰবঞ্চক a cheat —বি. **তঞ্চকি** প্ৰবঞ্চনা, ঠগামি deception, fraud.—বিণ. **তঞ্চকী**।

**তট্** বি. পাৰ, কূল bank as of a river, **তটস্থ** পাৰত থকা।

**তটিনী** বি. নৈ a river.

**তৰাক, তৰাগ** বি. ডাঙৰ পুখুৰি, বৃহৎ জলাশয় a big tank.

**তৰিৎ, তড়িৎ** বি. বিদ্যুৎ, বিজুলী lightning.

**তণ্ডুল** বি. চাউল rice.

**তত, ততক** সৰ্ব্ব. সেই পৰিমাণ, সিমান that much.

**ত'ত** সৰ্ব্ব. সেইজনা, তেখেত ( অতি মান্যাৰ্থত ) he, সেই ঠাইত at that place, there.

**তত্** বি. জ্ঞান, চেতনা, বোধ consciousness, sense, সাৱধান care, ধৈৰ্য্য patience, মৰ্ম্মস্থান delicate or sensitive part, স্বভাৱৰ দুৰ্ব্বলতা weak point in character, সম্ভেদ, ভু, তত্ত্ব purport, truth, আজ'ৰ, বিশ্ৰাম rest, leisure.—ক্ৰি. **তত কৰ** ভাব বুজ to understand. **তত পা** কষ্ট বা পৰিশ্ৰমৰ পৰা অলপ সকাহ পা to have a little relief from labour, pain or illness, **অলপ ধৈৰ্য্য ধৰ** to have a patience for a while. **ততমত** চেতনা consciousness. **ততমত খা** বিমোৰত পৰা। **ততমূৰ** আগগুৰি, সম্ভেদ। **তত ল** অলপ ধৈৰ্য্য ধৰ, সাৱধান হ। **তত হেৰা** বিবুদ্ধি হ to be confounded.

**ততৰ** বি. জগৰ, লেঠা trouble, a scrape. **তত'ৰয়া** বিণ. অভাৱগ্ৰস্ত, দায়গ্ৰস্ত straitened, troubled.

**ততাতৈয়া** বি. লৰালৰি অৱস্থা, খৰ খেদা haste, hurry.—ক্ৰি. **ততাতৈয়া কৰ** লৰালৰি কৰ to be in a hurry.—ক্ৰি. বিণ. **ততাতৈয়াকৈ**।

**ততাভুকুতা** বি. বৰ লৰালৰি অৱস্থা unusual haste.

**ততালিকতে, ততালিকে, ততালিক** ক্ৰি. বিণ. তৎক্ষণাৎ immediately.

**ততেক** 'ততক' চোৱা।

**ততোধিক** বিণ. তাতকৈ, বা সেইবোৰতকৈ সৰহ, বেছি বা ডাঙৰ more or greater than that or those.

**ততোৱাল** বিণ. সাৱধান careful, cautious.

**তৎকালে, তৎকালতে** ক্ৰি. বিণ. তেতিয়াই, ততালিকে instantly, immediately.

**তত্তুল্য** ( পু. অ. ) বিণ. তেনেকুৱা,

যথাযোগ্য exactly similar, befitting.

**তত্ত্ব** বি. সত্য, স্বৰূপ, যথাৰ্থতা reality, truth, fact, মৰ্ম্ম substance, সাংখ্য দৰ্শনত সৃষ্টিৰ মূল উপাদান পঁচিশটা twenty five elements in the process of cosmic evolution according to the Sankhya philosophy, খা-খবৰ information, বিজ্ঞান, দৰ্শন science, philosophy, ব্ৰহ্ম, মত বাদ theory, তত sense.—বি. **তত্ত্বকথা** আচল বা সত্য সম্বেদ the inward truth.**তত্ত্বজ্ঞাৰ** দৰ্শনশাস্ত্ৰ জনা মানুহ। **তত্ত্বজিজ্ঞাসু** বিণ. যি ব্ৰহ্ম বিষয়ে জানিবলৈ ইচ্ছা কৰে। **তত্ত্বজ্ঞ** বিণ. যাৰ ব্ৰহ্মবিষয়ক জ্ঞান হৈছে, যি কোনো বিষয়ৰ স্বৰূপ জানে। **তত্ত্বজ্ঞান** বি. ঈশ্বৰ বা পৰমাৰ্থ বিষয়ক জ্ঞান knowledge of divine or spiritual truth. **তত্ত্বদৰ্শী** তত্ত্বজ্ঞ। **তত্ত্বনিৰূপণ** বি. স্বৰূপ নিৰ্ণয়, ব্ৰহ্মনিৰূপণ, সত্যনিৰ্দ্ধাৰণ। **তত্ত্বানুসন্ধান** বি. সত্যনিৰূপণ, প্ৰকৃত বিষয়ৰ অন্বেষণ। **তত্ত্বাৱধান** সাৱধান লোৱা কাৰ্য্য, পৰিচালন, পৰিদৰ্শন a looking after, supervision. **তত্ত্বাৱধায়ক** যি তত্ত্বাৱধান কৰে।

**তৎপৰ** বিণ. নিপুণ, ব্যগ্ৰ, যত্নবান, সতৰ্ক, কোনো বিষয়ত বৰকৈ চিন্তা কৰা closely attending to, devoted to.—বি. **তৎপৰতা** পটুতা, ক্ষিপ্ৰতা, সতৰ্কতা। **তৎপৰায়ণ** বিণ. সেই সেই বিষয়ত বা সেই ব্যক্তিত আসক্ত।

**তৎপুৰুষ** বি. পৰম পুৰুষ, (ব্যাকৰণত) সমাস বিশেষ a kind of compound in grammar.

**তৎক্ষণাৎ** ক্ৰি. বিণ. অতি শীঘ্ৰে instantly.

**তৎসদৃশ, তৎস্বৰূপ** বিণ. তাৰ নিচিনা like that.

**তত্ৰাচ** অব্যয়. 'তথাচ' চোৱা।

**তথা** অব্যয়. তেনে, সেই নিচিনা, সেই ৰূপ like that.—বি. সেই ঠাই that place.

**তথাচ, তথাপি** অব্যয়. তেনে হওঁতেও, তেও still, inspite of that, yet.

**তথাকথিত** বিণ. সেই নামেৰে উক্ত so-called.

**তথাস্তু** অব্যয়. সেইৰূপে হক let that be, so it be.

**তথি, তথিয়ে** ( পুঃ অঃ ) ক্ৰি. বিণ. সেই ঠাইত, তাত there, at that ( thing or place ).

**তথেৰ** সৰ্ব্ব. সেই ঠাইৰ, তেখেতৰ।

**তথৈৱ** অব্যয়. তেনেকৈ, সেইদৰে so, just so.

**তথৈবচ** অব্যয়. ঠিক তেনেকুৱাই just like that, just the same.

**তথ্য** বি. সত্যতা, যথাৰ্থতা, আচল কথা truth, reality.

**তদকাৰ** বিণ. যেনে হব লাগে সেই আকৃতিৰ, পৰিপাটি elegant, tidy

**তদ্গত চিত্ত, তদ্গত মন** বিণ. কোনো বিষয়ত ধৰকৈ মনোযোগী, একাগ্ৰপতীয়া, একাগ্ৰ closely attentive to or absorbed in some thought.—ক্ৰি. বিণ. **তদ্গত চিত্তে, তদ্গত মনে।**

**তদনন্তৰ** ক্ৰি. বিণ. তাৰ অন্তৰত বা পাছে thereafter.

**তদনুযায়, তদনুযায়ী, তদনুসাৰে** ক্ৰি. বিণ. সেই দৰে, তেনেকৈ according to that.

**তদনুৰূপ** বিণ. তাৰ নিচিনা like that—ক্ৰি. বিণ. **তদনুৰূপে।**

**তদন্ত** বি. কি হৈছে তাৰ বিচাৰ, অনুসন্ধান enquiry, investigation. ক্ৰি. **তদন্ত কৰ।** বিণ. **তদন্তকাৰী।**

**তদপি** অব্যয়. তথাচ, তথাপি yet, still.

**তদ্বিৰ** বি. তত্ত্বাৱধান a looking after, supervision. ক্ৰি. **তদ্বিৰ কৰ।**

**তদভাৱে** ক্ৰি. বিণ. সেই বস্তু নথকাত in the absence of that.

**তদবাক,তদাৰক** বি. তত্ত্বাৱধান proper care.

**তদৱধি** ক্ৰি. বিণ. সেই কালকে সীমা কৰি, তেতিয়াৰে পৰা from that time, ever since.

**তদানীন্তন** বিণ. সেই সময়ৰ belonging to that time.

**তদুত্তৰে** ক্ৰি. বিণ. তাৰ উত্তৰত in reply to that.

**তদুপৰি** ক্ৰি. বিণ. তাত বাজে, তাৰ বাহিৰেও besides that, moreover.

**তদ্দণ্ডে** ক্ৰি. বিণ. তেতিয়াই instantly.

**তদ্দাৰা** অব্যয়. তাৰ দ্বাৰা, সেই বোৰৰ দ্বাৰা thereby, by those.

**তদ্ধিত** বিণ. হিতকৰ, ব্যাকৰণৰ এবিধ প্ৰত্যয় a nominal suffix.

**তদ্ৰূপ** বিণ. সেই প্ৰকাৰৰ, তেনে so, such. **তদ্ৰূপে** ক্ৰি বিণ. সেইদৰে in that manner, so.

**তধা** বিণ. আচৰিত হৈ একে ঠৰে চাই থকা, বিস্মিত, বিচূৰ্ত্তি lost in wonder, gazing in amazement, perplexed. **তধাউৰি তধামুৰি,** বি. বিমোৰ বা বিতত হোৱা অৱস্থা state of being lost in amazement. **তধা লাগ** বিচূৰ্ত্তি হ, বিস্মিত হ to be amazed, to be lost in wonder.

**তনয়** বি. পুত্ৰ a son. স্ত্ৰী. **তনয়া।**

**তনু, তনূ** বি. শৰীৰ, দেহ the body. বিণ. পাতল, সেৰেঙা not closely

placed, thin লাহী, কৃশ slender.

**তন্তু** বি. সূতা thread, ফুলৰ কেশৰ the filaments of a flower. **তন্তুবায়** তাঁতী a weaver, মকৰা a spider.

**তন্ত্র** বি. শিৱই পাৰ্ব্বতীৰ আগত কোৱা বুলি খ্যাত আৰু নানা দেৱতাৰ পূজাৰ নিয়ম থকা কিছুমান পুথিৰ নাম, এই পুথিৰ সংখ্যা বহুত আৰু সেই বিলাক বৰ পুৰণি নহয় a religious treatise, তাঁত a loom, শাসন rule, government, ভাগ, অংশ a part, section. **তন্ত্রধাৰক** বি. যি কৰ্ম্ম কাণ্ডৰ পদ্ধতি অনুসাৰে কৰ্ম্মকৰ্ত্তাক মন্ত্রপাঠ কৰায়।

**তন্ত্রী** বি. বাদ্য যন্ত্রৰ গুণা বা তাঁৰ a string of a musical instrument, বীণ a lute, তাঁতী a weaver.

**তন্দ্রা** বি. বৰ ভাগৰ বা দুৰ্ব্বলতাৰ কাৰণে কলা-ঘুমটীয়া হৈ পৰি থকা অৱস্থা weariness caused by weakness or fatigue, চিল্-মিলীয়া টোপনি a slight sleep.

**তন্ন-তন্ন** বিণ. অতি সূক্ষ্মৰূপে বিচাৰ কৰা, চালি-জাৰি বিচৰা minute and exhaustive, as a search. —ক্রি. বিণ. **তন্ন-তন্নকৈ**।

**তন্ময়** বিণ. তদ্গত চিত্ত, যাৰ তাৰ বাহিৰে আৰু অন্য চিন্তা নাই।—বি. **তন্ময়তা**।

**তন্মাত্র** বি. মূল পদাৰ্থ, যি বস্তুৰ পৰা আন কোনো বস্তুৰ উৎপত্তি হয়, ৰূপ, ৰস, স্পৰ্শ, শব্দ, আকাশ এই কেইটা সূক্ষ্ম বস্তুৰ একোটা the subtle rudiment of elementary matter.

**তন্বী** বিণ. সুন্দৰী, কৃশাঙ্গী a beautiful woman.

**তপ** বি. তপস্যা শৰীৰক কষ্ট দি কৰা দেৱতাৰ উপাসনা religious austerity, penance. **তপশীল** তপস্যা-পৰায়ণ। **তপস্বী** তপ কৰা লোক, ঋষি। স্ত্রী. **তপস্বিনী**।

**তপচিল** বি. বিস্তাৰিত বিবৰণ, তালিকা a schedule, a detailed description.

**তপত** বি. গৰম, উষ্ণ hot, warm.—সক. ধা. **তপতা** তপত কৰ to heat. ক্রি. বিণ. **তপতে** গৰমে, তপত অৱস্থাত in a warm state. **তপতে তপতে** গৰমে গৰমে while yet hot, পোনে পোনে, পলম নকৰাকৈ without delay, immediately.

**তপ্তি** বি. এবাৰত বন্ধা ভাত আঞ্জা আদি as much as is cooked at a time.

**তপতিয়াৰ** বিণ. হুচিয়াৰ, পৰিপাটি, ঠিকঠাক careful, skilled, tidy.

**তপন** বি. সূৰ্য্য, বেলি the sun. **তপন-তনয়** যম the regent of

death, শনি the planet of Saturn, কর্ণ Karna.

**তপ-লোক** বি. ওপৰে সাত স্বৰ্গৰ একস্বৰ্গ one of the seven regions above.

**তপস্যা** বি. তপ, শৰীৰক দুখ দি কৰা দেৱতাৰ সাধনা devotion, austerity.

**তপস্বী** বি. যি. তপস্যা কৰে, তাপস, যোগী a man engaged in the practice of rigorous and devout penance. স্ত্ৰী. **তপস্বিনী**।

**তপা** বিণ. তালুত বা গোটেই মূৰত চুলি নথকা bald, bald-headed. পুং. **তপামূৰা** স্ত্ৰী. **তপামূৰী**।

**তপাল** সক. ধা খোৱা বস্তুৰ সোৱাদ লওঁতে মুখ বা ওঠেৰে তপ্ তপ্ শব্দ কৰ to smack the lips after tasting something.—ক্ৰি. বিণ. **তপালি তপালি**।

**তপিনা** বি. কৰঙনৰ বাজ ফাল the outside of the thigh.

**তপোধন তপোনিধি** ঋষি তপসী a sage, a devotee.

**তপোনিষ্ঠ** বিণ. তপস্যাত ৰত engaged in religious austerities.

**তপোবন** বি. ঋষি সকলে তপস্যা কৰা বন, ঋষিৰ আশ্ৰম a hermitage.
**তপোবল** বি. তপস্যাৰ পৰা হোৱা অদ্ভুত ক্ষমতা extra-ordinray power derived from religious devotion.

**তপ্ত** বিণ. তপত, তাপ যুক্ত hot or warm.

**তফাৎ** বি. প্ৰভেদ, দূৰত্ব difference, distance.—বিণ. বেলেগ different.

**তব** সৰ্ব্ব. তয়্, তোমাৰ your.

**তবধ** বিণ. তধা, আচৰিত হৈ অমাত lost in amazement.—**তবধ লাগ** অক. ধা. তধা লাগ।

**তবলা** বি. এফালে চামৰা লগোৱা হাতেৰে চপৰিয়াই বজোৱা বাদ্য a musical instrument.

**তবে** ( পুঃ অঃ ) ক্ৰি. বিণ. তেতিয়া, তেনে অৱস্থাত then, in that case.

**তবছু** ( পুঃ অঃ ) ক্ৰি. বিণ. তথাপিও still.

**তবাজ** বিণ. দুষ্ট, দগাশাজ naughty, wicked.

**তবিয়ৎ** বি. স্বাস্থ্য, মেজাজ health.

**তভক** বিণ. স্তব্ধ, তধা amazed and motionless. অক. ধা. **তভক মাৰ**।

**তম্, তম** বি. প্ৰকৃতিৰ তিনি গুণৰ শেষৰটো যাৰপৰা, মোহ অহঙ্কাৰ আদি ইহকালৰ পাপৰ ইচ্ছা আৰু পৰকালত নৰক হয় the dark principle in human character, the evil propensities.

**তম** ( প্ৰত্যয় ) সকলোতকৈ বেছি বা কম ( ক্ষুদ্ৰতম, বৃহত্তম, লঘুতম )।

**তমক্** অক. ক্রি. বৰকৈ শব্দ বা হাই কৰা। বিণ. **তমক তমক** চোকা, চেংচেঙীয়া very hot, burning, অস্থিৰ perplexed, **ৰমক জমক** showy.

**তমগম্** বি. মনোযোগ, সাৱধানতা artention, heed.

**তমচুক** বি. খত a bond.

**তমতমি** বি. ধমকী, অহঙ্কাৰ প্ৰকাশ display of arrogance.—অক. ধা. **তমতমা**।

**তমলুৱা** বিণ. কুমলীয়া immature ( said of bamboo ).

**তমস্কাৰ** বিণ. পৰিপাটি, পৰিষ্কাৰ tidy, well-dressed.

**তমাম** বিণ. সমস্ত all, entire.

**তমাল** বি. জৰীৰ দৰে ব্যৱহৃত আপইতা বাঁহৰ কাঠী a strip of green bamboo prepared to use as string, এবিধ ফুল, এবিধ গছ a kind of flower, a kind of tree.

**তমিস্ৰ** বি. অন্ধকাৰ, অজ্ঞান-অন্ধকাৰ, কোপ, ক্ৰোধ deep darkness, anger. স্ত্ৰী. **তমিস্ৰা**।

**তমোগুণ** বি. 'তম' চোৱা—বিণ. **তমোগুণীয়া** খঙাল, অহংকাৰী proud, wrathful, অজ্ঞান ignorant.

**তমোময়** বিণ. অন্ধকাৰময় very dark, প্ৰবল, উগ্ৰ fierce, violent.

**তম্বু** বি. লৈ ফুৰাব পৰা কাপোৰৰ ঘৰ a tent.

**তম্বুৰা** বি. এবিধ ঢোল a kind of musical drum.

**তম্ভ** অক. ধা. জিৰা, শান্ত হ, বিশ্ৰাম ল to rest, stop, to stop a while.

**তয়** ক্রি. বিণ. সেই ঠাইত, তাত there, at that place. **তয়নাচ কৰ** ক্ষতি কৰ, হানি কৰ to cause loss, ruin.

**তয়ঁাতোকা, তয়ঁাহ য়া** বি. অমান্য কৰি কৰা মাত, অপমানজনক মাত act of addressing a person disrespectfully or with incivility.

**তয়াময়া** বিণ. প্ৰবল, বৰ ডাঙৰ, ঘোৰ তুমুল violent, furious, fierce.—বি. প্ৰবল বিবাদ, ডাঙৰ দন্দ a hard fight or quarrel.

**তৰ্** অক. ধা. উদ্ধাৰ পা, ৰক্ষা পা to be saved, to escape. সক. ধা. পাৰ হ to pass over.—বি. স্থল, বাম, কুল land as opposed to water.—বিণ. **তৰ, তৰং** অগভীৰ, অনায়াসে পাৰ হব পৰা shallow.—অক. ধা. **তৰ পৰ** পানী শুকাই কম হ; to become shallow, **শেষ হ** to

come to an end. **তৰ পা** বাম পা, অন্ত পা to come to the shore, to come to an end.

**তৰ** সক. ধা. মেল, বহলাই বা ফিন্দ খুৱাই মেল to open, to spread as a curtain or net.

**তৰ** উত্তম গুণ বুজাবৰ কাৰণে বিশেষণৰ পাছত যোগ কৰা তদ্ধিত প্ৰত্যয় :— গুৰুতৰ, ঘোৰতৰ ইত্যাদি।

**ত'ৰ** সৰ্ব্ব. সেই ঠাইৰ of that place, তেখেতৰ his.

**তৰকাৰি** বি. পাচলি vegetables used as food.

**তৰঙা** সক. ধা. থিয় কৰ, প্ৰকাশ কৰ to erect, to show.

**তৰঙ্গ** বি. উৰ্ম্মি, ঢৌ a wave.

**তৰঙ্গমি** বি. চোকা, খঙাল fierce, ferocious.

**তৰঙ্গ-বৰঙ্গ** ( পু. অ. ) বিণ. লৰচৰ, তৰবৰ sprightful.

**তৰঙ্গায়িত** বিণ. তৰঙ্গৰ নিচিনা গতিশীল undulatory.

**তৰঙ্গিনী** বি. নৈ a river.

**তৰঙ্গী** বিণ. তৰং, শুকাই যোৱা shallow.

**তৰণ** বি. পৰিত্ৰাণ হোৱা বা পাৰ হোৱা কাৰ্য্য the act of passing over or being saved.

**তৰণি** বি. ৰক্ষাৰ উপায় means of deliverance, উদ্ধাৰ, পৰিত্ৰাণ delivery.—ক্ৰি. **তৰণি পা**।

**তৰণি, তৰণী** বি. যাৰ দ্বাৰা পাৰ হোৱা যায়, তৰি, নাও, নৌকা boat.

**তৰণি** বি. কাছাৰিত দৰখাস্ত লিখা উকীলৰ মহৰী, আৰ্জি মহৰী petition writer.

**তৰপ্** বি. জঁাপ, খলপ, থাপ a layer, a grade, একেবাৰেই হোৱা বা কৰা বস্তুৰ সমূহ, চাম জাউৰি a batch, a crop.—ক্ৰি. বিণ. **তৰপা-তৰপে, তৰপে তৰপে**। —বি. **তৰপা-তৰপি** অনেক তৰপ হৈ থকা অৱস্থা the state of being in many layers.—বিণ. **তৰপীয়া** অনেক তৰপ বা খলপা থকা having many folds or layers.

**তৰফ** বি. পক্ষ, ফাল side, party.— ক্ৰি. বিণ. **তৰফে** কোনো পক্ষ বা ফালৰ হৈ on behalf of.

**তৰমুজা** বি. ছিঁৰাল জাতিৰ এবিধ বাৰিষা খেতিত হোৱা লতা আৰু তাৰ ফল the watermelon.

**তৰল** বিণ. পাতল, জুলীয়া liquid, fluid, চঞ্চল, অস্থিৰ unsteady, fickle. বি. **তৰলতা**।

**তৰস** ( পু. অ. ) অক. ধা. ত্ৰাস লাগ, ভয় পা।

**তৰস্ত** বিণ. ভীত, ভয়যুক্ত afraid.

**তৰহ** বি. প্ৰকাৰ, বিধ a kind, a sort. ক্ৰি. বি. **তৰহে তৰহে** বিধে বিধে one kind after another.

**তৰা** বি. নক্ষত্ৰ a star, এবিধ গছ the wild cardamom.

**তৰা** সক. ধা. উদ্ধাৰ কৰ, মুক্তি দে, নিস্তাৰ কৰ to save, to deliver, to give salvation to. কৃদ. বি. **তৰাওঁতা**। স্ত্ৰী. **তৰোঁতী**।

**তৰাং** বিণ. 'তৰং' চোৱা।

**তৰাতৰি** ক্রি. বিণ. বেগাই, খৰকৈ quickly, hastily.

**তৰা-নৰা ছিঙি** বৰ বেগাই breathlessly, যিমান পাৰে সিমান বেগাই with utmost speed.

**তৰাস** বি. ত্রাস, ভয় fear.

**তৰাহি** বি. পিতলৰ থাল a small brass dish.

**তৰি, তৰী** বি. তৰণি, নাও a boat.

**তৰু** বি. গছ, বৃক্ষ a tree. **তৰুৰাজি** গছৰ শাৰী a row of trees.

**তৰুণ** বি. ডেকা, যুবা young.—স্ত্ৰী.

**তৰুৱা** বিণ. সামান্য অনুষ্টুপীয়া small, little.

**তৰুৱা কদম** বি. এবিধ গছ আৰু তাৰ ফুল a kind of tree and its flower.

**তৰে** ক্রি. বিণ. বাটেদি, বাম বাটে by land.

**তৰে** অব্যয় কাৰণে, নিমিত্তে for.

**তৰোঁতা** বি. যি মানুহ তৰে a man who is saved. স্ত্ৰী. **তৰোঁতী**।

**তৰোৱাল** বি. এবিধ ঠেক আৰু দীঘল কটা অস্ত্ৰ a sword.

**তৰ্ক** সক. ধা. চকুৰে মন, দেখ to discern with the eye, বুজ to comprehend, বিবেচনা কৰ to consider. বি. বিচাৰ, আলোচনা reasoning, discussion, বিচাৰ শাস্ত্ৰ logic, science of reasoning. **তৰ্কশাস্ত্ৰ** ন্যায় শাস্ত্ৰ। **তৰ্ক-বিতৰ্ক** বাদানুবাদ argumentation. **তৰ্কবিদ্যা** বিচাৰ বিজ্ঞান। **তৰ্কাতৰ্কি** বাচ্যাবাচ্যি altercation.

**তৰ্চি** বি. ফুল আদি ৰখা পিতল বা তামৰ সৰু কাঁহি a small plate of brass or copper.

**তৰ্জন** বি. গৰ্জন, ডাবি দিয়া কাৰ্য্য a threat.

**তৰ্জ্জনী** বি. বুঢ়া আঙুলিৰ ওচৰত থকা আঙুলিটো the forefinger.

**তৰ্জমা** বি. অনুবাদ translation. ক্রি. **তৰ্জমা কৰ**।

**তৰ্জু** বি. এডাল ধাতুৰ শলাৰ দুমূৰে দুটা সৰু বাটি ওলোমাই দি সজা এবিধ সৰু তুল a pair of scales.

**তৰ্ণাস্তি** বিণ. উচ্ছন্ন, লণ্ডভণ্ড laid waste, হাৰাশাস্তি harassed.

**তৰ্তৰীয়া, তৰ্‌তৰীয়া** বিণ. চঞ্চল, মন পাতল shallow, fickle.

**তৰ্দ্ধনি** বি. টানত পৰি বিবুদ্ধি হোৱা অৱস্থা perplexity.

**তৰ্পণ** বি. দেৱতা বা মৃতকৰ সন্তোষৰ

কাৰণে তিল জল দিয়া কাৰ্য্য a libation offered to the manes or gods. ক্রি. **তৰ্পণ কৰ**। বিণ. **তৰ্পিত** যাৰ উদ্দেশে তৰ্পণ কৰা হৈছে।

**তৰৰটীয়া** বিণ. বাম বাটে যোৱা travelling by land.

**তৰৰৰ্** বি. চক্‌মক্, জল্‌মল্ brilliance, lustre.—অক. ধা. **তৰৰৰা**। বিণ. **তৰৰৰীয়া** জিলিকা, জলমলীয়া।

**তল** বি. নাম ভাগ, অধোভাগ the bottom, অধীন অৱস্থা subordination.—বিণ. অধোভাগৰ, নামৰ lower, inferior, তলতীয়া subordinate.

**তল যা, তলত পৰ** ঢকা হ to be submerged. **তল নিয়া, তলকৰ** ঢাক, বুৰা, নষ্ট কৰ to submerge, to ruin.

**তলওপৰ** বিণ. তোল পাৰ, হুলস্থূল confused, tumultuous.— অক. ধা. **তল ওপৰ লাগ** তোলপাৰ লাগ, হুলস্থূল হ to be greatly agitated or confused. **তলওপৰ কৰ** ৰৰকৈ ধুমধাম কৰ to greatly agitate.

**তলকাচ** বি. পোন্ধ, তলপোন। **তল খুচৰীয়া** তলে তলে লোকৰ অহিত কথা কোৱা back biting. **তলগৰীয়া** নোপঙা, পানীত তল যোৱা।

**তলচা** বি. তুলী বা আন কোনো বস্তুৰ তলত পাৰি দিয়া কাপোৰ আদি a cloth spread under a mattress or seat.

**তলত পৰা, তলপৰা** বি. শয্যাৰ ওপৰত পাৰি দিয়া আৰু শোঁওতাৰ তলত থকা কাপোৰ a bed sheet.

**তলতীয়া** বিণ. তলৰ, অধীন, বশবৰ্ত্তী subordinate, younger.

**তলনি** বি. জুলীয়া বস্তুৰ তলত থকা ভাগ, গেদ dregs, তলত থকা remaining at the bottom.

**তলব** বি. হুকুম, আদেশ order, summons, বেতন pay.

**তলমুৰা** বি. তললৈ মুৰ বা মুখকৈ থকা with the face or head downwards. **তলসৰা** গছৰপৰা সৰি তলত পৰা, কম মূল্যৰ। **তল সুঁতীয়া** মাটিৰ তলে তলে সোঁত বৈ থকা। **তল-সুৰীয়া** সৰুকৈ কোৱা বা গোৱা spoken or sung in a low voice.

**তলা** বি. কোনো পাত্ৰৰ তলি the bottom of anything মনৰ গুপ্ত কথা বা ভাব a secret, মহল a storey of a house, সঁচাৰ a padlock, গাৰুৰ চক an embroidered end of a round pillow. **তলা-উদী** ধনবিত্ত নথকা, হাত খালী poor, devoid of any means. **তলা-ওপৰা** ওলট-পালট হোৱা,

এটা তলত আনটো ওপৰত।—অক. ধা. **তলা ওলা** গুপ্ত কথা বাহিৰ হ to be revealed, একো নাইকিয়া হ, দুখীয়া হ to be reduced to poverty. **তলা পা** গুপ্ত কথাৰ বুজ পা to be acquainted with any secret.

**তলাতল** বি. পাতাল, অনেক থলপা থকা ঘৰ one of the seven regions below the earth, a house of several stories

**তলামলা** বি. অনুসন্ধান, উৰাদিহ a knowledge of a secret thing, a clue.

**তলি** বি. পাত্ৰৰ বা কোনো বস্তুৰ তলৰ ভাগ, অধোভাগ the bottom.

**তলিচা** 'তলচা' চোৱাঁ।

**তলিয়ৰি** বিণ. তলত থকা remaining at the bottom.—বি. পিন্ধা কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ the lining of a garment.

**তলী** বি. খেতি কৰা মাটি যেনে মাহতলী, সৰিয়হতলী land on which a particular crop is cultivated.

**তলুৱা** বি. হাতৰ ভিতৰৰ ফাল, ভৰিৰ পতাৰ তলৰ ফাল the palm of the hand, the sole of the foot.

**তলে, তলেদি** অব্যয়. তলফালে below, under.

**তলে** ক্রি. বিণ. অধীনে, তলতীয়া হৈ in subordination to. **তলে তলে** গুপ্তৰূপে, আনে নজনাকৈ secretly, তল ফালেৰে below, **তলে পুতল দি** ষড়যন্ত্র কৰ, আনে গম নোপোৱাকৈ কোনো কাৰ্য্য কৰ to conspire secretly.

**ত'লৈ** ক্রি. বিণ. সেই ঠাইলৈ to that place, তেখেতলৈ for that person.

**তল্প** বি. শয্যা a bed.

**তস্কৰ** বি. চোৰ, ডকাইত a thief, a robber.

**তহচিল** বি. পৰগণা a part of a district larger than a Mouza. **তহচিলদাৰ** তহচিলৰ খাজনা আদায় কৰা বিষয়া।

**তহঁত** সৰ্ব্ব. তোমালোক ( তুচ্ছাৰ্থত ) you.

**তহবন** বি. লুঙি।

**তহবিল** বি. জমা, পুঁজি cash deposit.

**তহিত, তহিতে** ( পুঃ অঃ ) সেই ঠাইত।

**তহিলং** বিণ. গুৰি কৰা বা খণ্ড খণ্ড কৰা, নষ্ট কৰা reduced to powder or pieces, destroyed.

**তা, তা দি** সক. ধা. ভাতীৰে তাপ দে, ভাতী মাৰ to blow fire with bellows.

**তাই** সৰ্ব্ব. সেইজনী তিৰোতা she.

**তাইন** বি. নিশ্চয়তা certainty.

**তাই-লুকীয়া** বিণ. গোপনে এজনৰ দুৰ্ণাম আন এজনক কোৱা, লগনীয়া back biting, অবিশ্বাসী untrustworthy.

**তাও, তায়** বি. তাপ heat এবাৰত ৰন্ধা ভাত rice cooked in a pot at a time.

**তাও** বি. একখণ্ড চেপেটা জঁাপি থোৱা বস্তু a sheet (as of paper). —সক. ধা. **তাও কৰ**—বি. **তাও কাপোৰ** কপাহী উকা থান কাপোৰ a piece of plain cotton cloth. **তাওকিন** পেটত নাল লগোৱা চাপৰ মুখ বহল পানী থোৱা পাত্ৰ। **তাওবান** বি. বান-কাহী।

**তাঁত** বি. কাপোৰ বৱৰ কাৰণে শালত লগোৱা দীঘৰ সূতা বিলাক, শালত থকা বোৱা কাপোৰ a warp in the loom, a cloth in the course of being woven.

**তাঁত বাটি কৰ** কাপোৰ বৱৰ কাৰণে শালত লগাবলৈ দীঘৰ সূতা বিলাক মেলি যুগুত কৰ। **তাঁতশাল** তাঁত বোৱা ঘৰ। কাপোৰ বোৱা যতনৰ সঁজুলি a loom.

**তাঁতী** বি. কাপোৰ বৈ জীৱিকা নিৰ্ব্বাহ কৰা লোক a weaver. স্ত্ৰী. **তাঁতীয়নী**।

**তাইকাই** বি. ধৰ্ফৰণি painful feeling.

**তাক** সৰ্ব্ব, সেইটোক him or that.

**তাকৰ** বিণ. অলপ, কম a little, insufficient. ক্ৰি. বিণ. **তাকৰকৈ**—সক. ধা. **তাকৰা**।

**তাকৰীয়া** বিণ. কম থকা, তাকৰ বা অলপমান থকা small in quantity or number, অলপ, কম a little, inadequate.

**তাকেৰি** ( পু অ ) সৰ্ব্ব. তেওঁৰ his.

**তাগজ** বি. সাহ, পিত courage.

**তাগিদ** বি. কোনো কাৰ্য্য কৰিবলৈ মনত পেলাই দিয়া আদেশ বা কাকত a reminder.—ক্ৰি. **তাগিদ কৰ**। —বি. **তাগাদা, তাগিদা** তাগিদ কৰা কাৰ্য্য।

**তাঙৰ** সক. ধা. উৎকৰ্ষ কৰ, আগতকৈ ভাল কৰ to improve. **তাঙৰণ** তাঙৰা কাৰ্য্য the act of improving, সংশোধন কৰি পুনবায় ছপা কৰণ, সংস্কৰণ an improved edition ( of a book ).

**তাঙ্** ( পু. অ. ) সক. ধা. টোক, একেবাৰে তাকৰ বা নাইকিয়া কৰ।

**তাচ** বি. খেলিবৰ কাৰণে কাটি লোৱা ডাঠ কাকত playing cards.

**তাচ্ছল্য, তাচ্ছিল্য** বি. বিদ্ৰূপ, ইতিকিং the act of belittling one.

**তাজনা** বি. নানা ৰকমৰ কঠোৰ শাস্তি severe punishment.

**তাজমহল** বি. আগ্ৰা নগৰৰ যমুনা

ৰজা ভাঙিবৰ চেষ্টা rebellion ১ ৰাজদ্ৰোহী যি ৰজাৰ দ্ৰোহ বা অনিষ্ট আচৰণ কৰে, ৰজা ভাঙিবলৈ যত্ন কৰা মানুহ a rebel বিণ ৰজা ভাঙিবলৈ চেষ্টা কৰা rebellious, seditious. বি. ৰাজদ্ৰোহিতা।

ৰাজধৰ্ম্ম ৰজাৰ কৰ্ত্তব্য কৰ্ম্ম। ৰাজধানী প্ৰধান নগৰ, ৰজা নাইবা তেওঁৰ প্ৰতিনিধি থকা ঠাই a capital, a metropolis. ৰাজনীতি ৰাজ্য শাসন নীতি, ( সম, দান, দণ্ড, ভেদ) the principles of Government. ৰাজনীতিজ্ঞ ৰাজনীতি জনা আৰু চৰ্চ্চা কৰা লোক a politician.

ৰাজনৈতিক ৰাজনীতি সম্বন্ধীয় political. ৰাজন্য সামন্ত ৰজা, তলতীয়া ৰজা। ৰাজপথ ডাঙৰ ৰাস্তা। ৰাজ-পাট ৰাজ সিংহাসন a throne. ৰাজপুত ৰাজপুতনাৰ মানুহ। ৰাজপুত্ৰ ৰজাৰ পুতেক।

ৰাজপুৰুষ ৰাজকৰ্ম্মচাৰী। ৰাজপ্ৰাসাদ ৰজা থকা ঘৰ। ৰাজবংশ ৰজাৰ কুল royal family. ৰাজবন্দী ৰাজদ্ৰোহ কৰা দোষত ফাটকত পৰা মানুহ a political prisoner. ৰাজবাট ৰাজ আলি। ৰাজবংশী ৰজাৰ বংশৰ, হিন্দু জাতি বিশেষ।

ৰাজবিপ্লৱ প্ৰচলিত ৰাজ্যশাসন প্ৰণালীৰ বিপৰ্য্যয়। ৰাজভগন ৰাজবিপ্লৱ। ৰাজভাষা ৰাজকাৰ্য্যত ব্যৱহৃত ভাষা। ৰাজভোগ ৰজাৰ যোগ্য ভোগবিলাস। ৰাজভোগ্য ৰজাৰ উপভোগ যোগ্য। ৰাজমাও ৰজাৰ মাক the mother of a king. ৰাজমিস্ত্ৰী ইটাৰ কাম কৰা মিস্ত্ৰী a mason. ৰাজমুকুট ৰজাই পিন্ধা মুকুট বা কিৰিটি crown. ৰাজমাৰ্গ ৰাজপথ। ৰাজমেধি বহুত মেধিৰ ওপৰৰ্ত্তি বিষয়া। ৰাজযক্ষ্মা ক্ষয় ৰোগ, যক্ষ্মা। ৰাজযোৰা দৰা কন্যাৰ ৰাশিৰ উত্তম মিল। ৰাজৰ্ষি ৰজা কিন্তু ঋষিৰ তুল্য, ক্ষত্ৰিয় ঋষি। ৰাজলক্ষণ ৰজা হবৰ যোগ্য বুজোৱা গাত থকা স্বাভাৱিক চিন।

ৰাজলক্ষ্মী ৰাজ্যৰ অধিষ্ঠাত্ৰী দেৱী, ৰাজশ্ৰী। ৰাজবল্লভ ৰজাৰ প্ৰিয় বা ভালপোৱা মানুহ, ৰজাই ভাল পোৱা। ৰাজ-ৰাজেশ্বৰ চক্ৰবৰ্ত্তী ৰজা an emperor। স্ত্ৰী. ৰাজৰাজেশ্বৰী.

ৰাজশ্ৰী ৰজাৰ শ্ৰী বা শোভা, ৰজাৰ ঐশ্বৰ্য্য বিভূতি। ৰাজসিক ৰজোগুণ সম্বন্ধীয়। ৰাজসভা ৰজাৰ দৰবাৰ royal court, ৰজাই পাত্ৰমন্ত্ৰী আদিৰে সৈতে আলোচনা কৰা সভা।

ৰাজসূয় এবিধ যজ্ঞ। ৰাজসেৱক ৰজাৰ ভৃত্য। ৰাজস্থান ৰাজপুতনা। ৰাজস্ব ৰাজকৰ royal revenue.

ৰাজহংস, ৰাজহাঁহ এজাতি ডাঙৰ হাঁহ gander ( goose ), swan. ৰাজহাড় পিঠিৰ সোঁমাজৰ ঘাই হাড় the back-bone. ৰাজহ 'ৰাজস্ব' শব্দৰ অপভ্ৰংশ। ৰাজহ-ভৰুহ.

ৰাজহি-তত্তহি ৰাজহুৱা বা চৰ্কাৰী লেঠা। ৰাজহন্তা ৰজাক বধ কৰা মানুহ a regicide. ৰাজহী বেশ্যা a prostitute. ৰাজহুৱা ৰাইজ বা অনেক লোকে গোট খাই কৰা done or held by the people, ৰাজ্য সম্পৰ্কীয় pertaining to the state. ৰাজা বি. ৰজা, দেশৰ গৰাকী a king. ৰাজাজ্ঞা ৰজাৰ আজ্ঞা বা হুকুম। ৰাজাধিৰাজ ৰাজৰাজেশ্বৰ।

ৰাজতু অক. ধা. সাজপাৰ পিন্ধি শোভিত হ to be adorned.

ৰাজি, ৰাজী বি. শ্ৰেণী।

ৰাজী বি. মান্তি, সন্মত agreeable, ৰাজীনামা সন্মতি পত্ৰ a deed of agreement.

ৰাজীৱ বি. পদুম a lotus.

ৰাজেন্দ্ৰ, ৰাজেশ্বৰ ডাঙৰ ৰজা, চক্ৰবৰ্ত্তী ৰজা।

ৰাজ্য বি. কোনো ৰজাৰ অধীন দেশ kingdom, এক শাসনৰ অন্তৰ্গত দেশ a state. ৰাজ্যচ্যুত, ৰাজ্যভ্ৰষ্ট ৰাজ্যৰ শাসনৰ পৰা বঞ্চিত dethroned. ৰাজ্যময় গোটেই দেশ বিয়পা।

ৰাজ্ঞী বি. ৰজাৰ ভাৰ্য্যা, কুঁৱৰী a queen.

ৰাণী বি. ৰজাৰ ভাৰ্য্যা, কুঁৱৰী a queen.

ৰাণ্ডী বি. বিধৱা।

ৰাতা বি. ৰঙা। ৰাতাৰাতি ৰাতিৰ ভিতৰতে।

ৰাতি বি. এটা লাতুৰ মণিৰ সমান গধুৰ, এক অনাৰ ছভাগৰ এভাগ।

ৰাতি বি. ৰাত্ৰি, নিশা night. ৰাতিপুৱা প্ৰভাত, প্ৰাতস কাল morning. ৰাতিপুৱাই নিচেই পুৱা বেলাতে early in the morning. ৰাতি-ফুৰা পৰীয়া, প্ৰহৰী night watch. ৰাতি বঞ্চা ৰাতি নোশোৱাকৈ থকা passing night without sleep.

ৰাতুল বিণ. ৰঙা red.

ৰাত্ৰি বি. ৰাতি night. ৰাতমাল লৰাৰ মুৰত হোৱা এবিধ ঘা। ৰাত্ৰিচৰ ৰাতি ওলাই ফুৰা, ৰাতি আহাৰ বিচৰা। ৰাত্ৰি-জাগৰণ ৰাতি সাৰে থকা কাৰ্য্য।

ৰাধা, ৰাধিকা কৃষ্ণৰ বৰ প্ৰিয় এজনা গোপীৰ নাম। ৰাধাকান্ত, ৰাধানাথ কৃষ্ণ।

ৰাধেয় বি. ৰাধাৰ তোলনীয়া পুতেক কৰ্ণবীৰ।

ৰান্ধ সক. ধা. সিদ্ধ কৰ, খাবলৈ সিজা to cook, to boil, ৰান্ধনবাৰন বি. ৰন্ধা-বঢ়া কাৰ্য্য। ৰান্ধনি ৰন্ধা মানুহ, পাক কৰোঁতা a cook. স্ত্ৰী. ৰান্ধনী।

ৰান্ধনি-মাছ বি. এবিধ মাছ a kind of fish.

ৰান্ধনি-ঘৰ, ৰান্ধনিশাল বি. পাক ঘৰ kitchen.

ৰাপ বি. অনুৰাগ, স্পৃহা, মনোযোগ attachment, attention.

ৰা-ৰা বি. জঞ্জাল, চিন্তা ভাৱনা anxiety, care, trouble. ৰা-বাঁহ দোষীক গুৰুতৰ শাস্তি দিবলৈ মাটিত পেলাই হেঁচি ধৰা বাঁহ।

ৰাম বি. বিষ্ণুৰ তিনটা অৱতাৰ, দশৰথৰ পুত্ৰ ৰাম, কৃষ্ণৰ ককায়েক বলৰাম আৰু জমদগ্নিৰ পুতেক পৰশুৰাম। ৰাম-কল এবিধ কল। ৰাম চৰ বৰ ডাঙৰ চৰ a violent slap. ৰাম-ছাগল এবিধ ডাঙৰ জাতিৰ ছাগল। ৰাম-টাঙোন ডাঙৰ ভয় লগা টাঙোন। ৰাম-তাল দুচটা ফলীয়া বাঁহ লৈ বজোৱা বাদ্য। ৰাম-তুলসী তুলসী জাতিৰ এবিধ গছ। ৰামধেনু, ৰামধনু, ৰাম শৰ ইন্দ্ৰ-ধনু rainbow. ৰাম-নৱমী ৰাম চন্দ্ৰৰ জন্ম হোৱা চ'ত মাহৰ শুক্লা নৱমী তিথি। ৰাম-পাৰ কুকুৰা (ভকতীয়া মাত) a fowl. ৰামৰাজ, ৰামৰাজ্য প্ৰজাৰ সুখ আৰু শান্তিপূৰ্ণ ৰাজ্য। ৰামলীলা ৰামৰ লীলা গাই কৰা ভাৱনা। ৰাম-শিয়াল নেজাল নোম থকা এবিধ সৰু শিয়াল। ৰাম-সেতু ৰামে লঙ্কালৈ যাবৰ কাৰণে লঙ্কা আৰু ভাৰতৰ মাজত বন্ধা সাঁকো।

ৰামায়ণ বি. ৰামৰ জন্মৰ পৰা সকলো লীলা বৰ্ণাই বাল্মীকি ঋষিয়ে কৰা হিন্দুৰ প্ৰসিদ্ধ কাব্য পুথি, মাধৱ কন্দলী, অনন্ত কন্দলী প্ৰভৃতিয়ে অসমীয়ালৈ ভাঙে। ৰামাৰলী ৰাম নামৰ ছাপ মৰা এবিধ কাপোৰ।

ৰায় বি. প্ৰধান লোক, ৰজা leader, king, বিচাৰকৰ হুকুম, বিচাৰকৰ সিদ্ধান্ত judgment.

ৰায়ত বি. প্ৰজা, ৰজা বা আনৰ মাটিত ঘৰ দুৱাৰ কৰি থকা মানুহ a subject, a tenant.

ৰাৱ বি. আৱাৰ, শব্দ, মাত a sound.

ৰাৱণ বি. ৰামে বধ কৰা দহোটা মূৰ থকা লঙ্কাৰ ৰাক্ষস ৰজা Ravana. ৰাৱণৰ নাড়ী আকাশী লতা। ৰাৱণৰ চিতা সদাই জ্বলি থকা ৰাৱণৰ চিতাৰ জুইৰ শব্দ।

ৰাৱণা, ৰাওণা বি. যাত্ৰা, খোজ a start, commencement of a journey. সক. ধা. ৰাৱণা কৰ। অক ধা. ৰাৱণা হ।

ৰাৱণাৰি বি ৰাৱণৰ শত্ৰু ৰাম Rama.

ৰাৱণি বি. ৰাৱণৰ পুতেক ইন্দ্ৰজিত।

ৰা-শালিকা বি. এবিধ চৰাই a kind of bird.

ৰাশি বি. সমূহ, দম a heap, a large quantity, সংখ্যা a number, ৰাশি চক্ৰৰ একোটা ৰাশি a sing of the zodiac. ৰাশি চক্ৰ ক্ৰমান্বয়ে ৰাশি বিলাকৰ চিন থকা

বৃত্তৰ আকৃতি the zodiac ৰাশীকৃত স্তূপীকৃত, দমকৰি থোৱা।

**ৰাষ্ট্ৰ** বি. ৰাজ্য, এক শাসনৰ অন্তৰ্গত সমুদায় দেশ country, nation বিণ. ৰাষ্ট্ৰীয় জাতীয়, সমস্ত দেশ সম্পৰ্কীয় national. ৰাষ্ট্ৰবিপ্লৱ বি. ৰাজবিদ্ৰোহ, প্ৰচলিত শাসন প্ৰণালীৰ আমূল পৰিবৰ্ত্তন।

**ৰাষ্ট্ৰপতি** দেশপতি। ৰাষ্ট্ৰ কৰা দেশময় প্ৰচাৰ কৰা।

**ৰাষ্ট্ৰ** বিণ. জনাজাত, প্ৰচাৰ made public.

**ৰাস, ৰাসক্ৰীড়া, ৰাসলীলা** বি. বৃন্দাবনত কৃষ্ণই গোপী সকলৰ সৈতে কৰা নৃত্য লীলা the amorous sport of Krishna with the milk-maids of Vrindavana ৰাস যাত্ৰা কাতি মাহৰ পূৰ্ণিমাত কৃষ্ণৰ ৰাসক্ৰীড়াৰ উপলক্ষে পূজা, নাচ, গান আদি।

**ৰাসায়নিক** বিণ. ৰসায়ন সম্বন্ধীয়, ৰসায়ন শাস্ত্ৰ সম্বন্ধীয় chemical.

**ৰাস্তা** বি. বাট, পথ road.

**ৰাহ** বি. নিয়ম, গতি manner, method.

**ৰাহাক** বিণ অধিক, প্ৰচুৰ abundant. ক্ৰি. বিণ ৰাহাক কৈ।

**ৰাহি** বি 'ৰাশি' চোৱা। ৰাহি আহ দৰাকন্যাৰ যোৰা বা ৰাশি মিল, ভাল লাগ, মিল হ to be agreeable, to be liked. ৰাহি যোৰা জ্যোতিষৰ মতে এক ৰাশিয়ে আন ৰাশিয়ে বিবাহৰ মিল।

**ৰাহি** বিণ. সঞ্চিত হোৱা, খৰচ নহৈ গোটাই থকা accumulated, saved.

**ৰাহিয়াল** বিণ. গোটাই থোৱা, ৰাহি কৰা sparing, frugal, ধনী, চহকী rich, prosperous.

**ৰাহু** বি. হিন্দু জ্যোতিষৰ মতে এটা গ্ৰহ the ascending node. ৰাহুগ্ৰস্ত ৰাহুৱে গিলা বা আচ্ছাদন কৰা eclipsed.

**ৰাহুত** বি. অশ্বাৰোহী সৈন্য a horseman.

**ৰাক্ষস** বি দেৱতাৰ শত্ৰু আৰু মানুহ খোৱা এবিধ বনৰীয়া মানুহ a demon, ভাল বেয়াৰ বিচাৰ নকৰি পেটত ধৰে মানে খোৱা মানুহ a glutton. স্ত্ৰী. ৰাক্ষসী। ৰাক্ষসেন্দ্ৰ ৰাক্ষসৰ ৰজা ৰাৱণ।

**ৰিং** বি. চিঞৰি মতা শব্দ, উকি a loud call. ক্ৰি ৰিংমাৰ, ৰিঙা, ৰিঙীয়া চিঞৰি মাত to call out loudly. ৰি ৰিঙীয়া গহীন নোহোৱা, পাতল বোধ হোৱা, উজ্জ্বলিত নোহোৱা।

**ৰিকাপি** বি ধোঁৱা খোৱাৰ আধাৰ a support for the hooka.

**ৰিকাপি** বি. ঘোঁৰাত উঠোতাই ভৰি দিয়া আধাৰ a stirrup.

**ৰিক্ত** বিণ. শূন্য, উদং empty. বি. ৰিক্ততা।

**ৰিঙা** বিণ. পাতল, গহীন বা ডাঠ নোহোৱা lonely, not grave or sonorous.

**ৰিঙা, ৰিঙিয়া** 'ৰিং' চোৱাঁ। **ৰিঙা ৰোৱা** হাই কোৰ্হাল a loud noise.

**ৰিজা** সক. ধা. তুলনা কৰ to compare. বি. **ৰিজনি**।

**ৰিঠা মাছ** বি. এবিধ বাকলি নথকা মাছ। **ৰিঠা দগৰা** বৰকৈ প্ৰহাৰ কৰা কাৰ্য্য।

**ৰিণি-ৰিণি, ৰিণিকি-ৰিণিকি** ক্ৰি. বিণ. অলপ অলপ কৈ, অস্পষ্ট বা অসম্পূৰ্ণৰূপে ( দূৰৈৰ বস্তু দেখাত বা শুনাত খাটে ) indistinctly or imperfectly (seen or heard).

**ৰিপু** বি. শত্ৰু an enemy, কাম, ক্ৰোধ আদি মনৰ অনিষ্টকৰ প্ৰবৃত্তি passions। **ৰিপুঞ্জয়** বিজয়ী, জয়যুক্ত victorious. **ৰিপুৱা** গুপ্তচৰ, চৰিয়া a secret informer or spy. ক্ৰি **ৰিপুবা ধৰ, ৰিপুৱা মেল** গুপ্তচৰ নিযুক্ত কৰ।

**ৰিব্‌ৰিবা** অক. ধা. লাহে লাহে ব, মৃদু আৰু শীতলভাৱে চল ( বতাহ ) to blow gently, as wind. বি. **ৰিব্‌ৰিবনি**। বিণ. **ৰিব্‌ৰিবীয়া** ফিৰফিৰীয়া।

**ৰিম** বি. কুৰি দিস্তা কাকত ream.

**ৰিম্‌বিমি** বি. সদাই মনত জাগি থকা প্ৰতিশোধৰ ইচ্ছা a lingering desire for revenge.

**ৰিষ্ট** বি. জীৱনৰ কোনো সময়ত নৰিয়া বা মৃত্যু-জন্মাব পৰা গ্ৰহ নক্ষত্ৰাদিৰ যোগ, মন্দ অদৃষ্ট, দুৰ্ভাগ্য an evil combination of stars supposed to injure a person at a certain period of his life, ill-luck.

**ৰিহা** বি. এবিধ গছ, ইয়াৰ ছালৰ সূতাৰে জাল গোঁঠা হয়।

**ৰিহা** বি. তিৰোতাই গাত মেৰোৱা এবিধ দীঘল কাপোৰ a kind of scarf worn by females. **ৰিহাকুৰীয়া** এলেহুৱা lazy. **ৰিহাধৰ** বাগিধৰ, অইনে নকৰিলে, নকৰিব খোজা।

**ৰীতি** বি নিয়ম, দস্তুৰ a custom or usage. **ৰীতিয়া** কোনো ৰীতিত প্ৰৱৰ্ত্তা, বিশেষকৈ বেয়া ৰীতিত।

**ৰুক্মিণী** বি. কৃষ্ণৰ এজনা ভাৰ্য্যাৰ নাম। **ৰুক্মী** ৰুক্মিণীৰ ককায়েক।

**ৰুখাৰী** বিণ. খংযুক্ত angry.

**ৰুগীয়া** বিণ. ব্যাধিযুক্ত, নৰিয়া sickly. বি. ৰোগী মানুহ a sick-man.

**ৰুগ্ন** বিণ. ৰুগীয়া, নৰিয়া sick.

**ৰুচ্‌** অক. ধা. ৰুচিকৰ হ to be palatable. বিণ. **ৰুচক** ৰুচিকৰ। **ৰুচনী** বি. ৰুচি জন্মোৱা।

**ৰুচি** বি. খাদ্য বস্তু মুখত ভাল লগা গুণ relish for food, ইচ্ছা, স্পৃহা liking, desire, দীপ্তি brilliance. **ৰুচিকৰ** বিণ. ৰুচি জন্মোৱা গুণ

থকা appetizing, মনোহৰ, মনত সুখ দিয়া pleasing, beautiful. ৰুচিৰ শুৱনি, সুন্দৰ beautiful, charming.

ৰুজ বি. ৰোগ বা ঘুণ bodily defect.

ৰুজিমাৰ জীৱিকা নষ্ট কৰ।

ৰুজীয়া বিণ. দৈনিক সিধা পোৱা, ৰোজ পোৱা receiving a daily provision of raw food.

ৰুজু বিণ. বিচাৰকৰ আগত দাখিল কৰা filed, as a law suit, সমুখা সমুখিকৈ সোধা।

ৰুটী বি ঘেঁহুৰ গুড়িৰে কৰা এবিধ পিঠা bread.

ৰুঠা বিণ. শুকান, নীৰস, সোৱাদহীন dry, tasteless, কৰ্কশ, টান harsh.

ৰুণ বি. উকমি, কপৌ বা পাৰ চৰাইৰ মাত the cooing of pigeons or doves, প্ৰথম প্ৰকাশ first appearance, 'বেলিয়ে পূবে ৰুণ দিছে'। অক. ধা. ৰুণ দি, ৰুণিয়া।

ৰুণুক-জুনুক, ৰুণ-জুন বি. অলঙ্কাৰ বা নেপুৰ আদি জোকাৰিলে হোৱাৰ নিচিনা শব্দ।

ৰুদ্ধ বিণ. আবদ্ধ, কেউফালে বেৰি থোৱা shut up, confined.

ৰুদ্ৰ বি. প্ৰলয়ত সৃষ্টি নাশ কৰিবলৈ সদাশিৱই ধৰা ঘোৰ মূৰ্ত্তি। বিণ. উগ্ৰ, ভীষণ। স্ত্ৰী. ৰুদ্ৰাণী।

ৰুদ্ৰমূৰ্ত্তি, ৰুদ্ৰৰূপ সদাশিৱৰ সংহাৰক মূৰ্ত্তি, খঙত হোৱা ভয়ঙ্কৰ মূৰ্ত্তি। ৰুদ্ৰৰূপে ৰুদ্ৰৰ আকৃতি ধৰি।

ৰুদ্ৰাক্ষ বি. এবিধ, গছৰ গুটি, তাৰে মালা কৰা হয়।

ৰুধিৰ বি. তেজ, ৰক্ত, শোণিত blood.

ৰুন্দি-খুন্দি ক্ৰি. বিণ. পেট পূৰাই, হেঁপাহ পলুৱাই to satiety, gluttonously.

ৰুপিত বি. ধান ৰোৱা মাটি low rice-land. বিণ. ৰোৱতী, ধান ৰুবৰ যোগ্য fit for planting.

ৰুমাল বি. মুখ মচা সৰু কাপোৰ a handkerchief.

ৰুলমাৰি বি. কাকতত পোনকৈ আঁক টনা মাৰি a ruler.

ৰুৱা বি. ঘৰৰ চালৰ ধৰণী স্বৰূপ a rafter of a roof.

ৰুষ্ট বিণ. ক্ৰুদ্ধ, খঙাল angry.

ৰুসা বিণ. কম, তাকৰ deficient, insufficient. ৰুসাপৰ কম হ, নোজোৰা হ।

ৰুক্ষ বিণ. খহতা, কৰ্কশ rough, নীৰস আৰু টান dry and hard. বি. ৰুক্ষতা।

ৰূঢ় ৰূঢ়ি বি. প্ৰসিদ্ধ, প্ৰকৃতি প্ৰত্যয়ৰ অৰ্থ ভিন্ন অন্য অৰ্থ প্ৰকাশ কৰা শব্দ, মূলৰ নিশ্চয় নথকা।

ৰূপ বি. ৰজত, এবিধ বগাধাতু silver,

ধন, বিত্ত money. **ৰূপ মাৰ ৰূপৰ মোহৰ কৰ** to coin.

**ৰূপ** বি. আকাৰ, মূৰ্ত্তি form, shape, সৌন্দৰ্য্য beauty, বিভক্তি বা প্ৰত্যয় যোগ কৰিলে শব্দ বা ধাতুৰ হোৱা বেলেগ ৰূপ, প্ৰকাৰ, ৰকম।

**ৰূপক** বি. অৰ্থালঙ্কাৰ, এটা বস্তুক অন্য বস্তুৰূপে কৰা বৰ্ণনা metaphor, দৃশ্য কাব্য drama. **ৰূপ-কথা** উপকথা fairy tale.

**ৰূপতা** বি. এবিধ সৰু বগা মাছ।

**ৰূপ-লাৱণ্য** বি. সুন্দৰ ৰূপ, মাধুৰ্য্য আৰু শুৱনি গুণ loveliness, grace and beauty.

**ৰূপৱন্ত, ৰূপৱান** বিণ. সুন্দৰ, শুৱনি beautiful. স্ত্ৰী **ৰূপৱতী**।

**ৰূপহ** বিণ. শুৱনি, উত্তম, সুন্দৰ beautiful, good-looking, excellent. স্ত্ৰী. **ৰূপহী** সুন্দৰী তিৰোতা, এবিধ ধান।

**ৰূপান্তৰ** বি. সলনি হৈ হোৱা আন আকাৰ a change of form, ৰূপ সলোৱা changed in form. **ৰূপান্তৰিত** এক ৰূপ গুচি আনৰূপ ধৰা changed in form.

**ৰূপালী** বিণ. ৰূপ বৰণীয়া, বগা white like silver.

**ৰূপী** বিণ. কোনো এক ৰূপ বা আকৃতি ধৰা having a certain form. স্ত্ৰী **ৰূপিণী**।

**ৰূপে** ক্ৰি. বিণ. প্ৰকাৰে in a certain manner, আকৃতি ধৰি having a form, দৰে, ভাবে in the shape.

**ৰূপোৱালি** বিণ. ৰূপৰ বন কৰা, ৰূপ খটোৱা inlaid with silver, ৰূপেৰে গঢ়া made of silver.

**ৰূৰুৱা** অক. ধা. বাধা পোৱা, প্ৰবল সোঁত বা জ্বলা জুইৰ দৰে শব্দ কৰ to roar like a blazing fire or strong current, বৰকৈ পীড়া কৰ, জ্বালা কৰ। বি. **ৰূৰুৱনি**।

**ৰে** (সম্বো. অব্যয়.) তুচ্ছভাবে সম্বোধন কৰা মাত a particle used in addressing a low person.

**ৰেং** বি. ডাঙৰ পানীত মাছ ৰাখিবলৈ বাঁহেৰে সজা এবিধ সজা a cage for keeping fish alive in water.

**ৰেংৰেঙী** বিণ. বৰকৈ চিঞৰি দন্দ কৰা (তিৰোতা)।

**ৰেংৰেঙীয়া** বিণ. সেৰেঙা, পাতল thin, as a wall.

**ৰেকৰেকা** অক. ধা. টেক্-টেকা, টান আৰু ডাঙৰ মাতেৰে কথা ক to talk loudly and harshly. বি. **ৰেকৰেকনি**।

**ৰেখ** বি. আঁক, আঁচ a line, বাখৰ পতা বস্তুৰ দুখন বাখৰৰ মাজৰ ওখ সিৰ, যি সূতাৰে কাপোৰ বোৱা যায় তাতকৈ ডাঙৰ বা আন বৰণীয়া সূতাৰে দিয়া ৰেখা। **ৰেখ কৰ** লক্ষ্য কৰ, নিৰীক্ষণ কৰ।

**ৰেখা** বি. আঁক, আঁচ a line.

**ৰেঘা** বি. কপালত পথালিকৈ দিয়া দীঘল বহল ফোঁট।

**ৰেঙনি** বি. অলপকৈ ওলোৱা ৰঙা ৰ'দ the slight reddish light of the sun.

**ৰেঙনী** বিণ. কেংকেঙাই থকা মাইকী কুকুৰ।

**ৰেঙা** অক. ধা. অলপ জিলিকি বা ৰঙা হৈ ওলা (ৰ'দ)।

**ৰেঙা** অক. ধা. ভালকৈ নিমিলা হ, আন কোনো কথাৰে সৈতে অমিল হ।

**ৰেচ্** বি. কোনো অস্ত্র বা জোঙা বস্তুৰে দিয়া আঁক a line or long mark.

**ৰেচক** বিণ. পেট চলোৱা purgative, এটা নাকেদি শৰীৰৰ ভিতৰত গোটোৱা বায়ু উলিয়াই দিয়া প্ৰাণায়াম যোগৰ কাৰ্য্য।

**ৰেচন** বি. পেট চলা কাৰ্য্য act of purging.

**ৰেছম** বি. পাট silk. বিণ. **ৰেছমী**।

**ৰেণু** বি. পদাৰ্থৰ অতি সূক্ষ্ম অংশ, কণিকা a very small particle, ধূলি dust.

**ৰেণুকা** জমদগ্নি মুনিৰ ভাৰ্য্যা পৰশুৰামৰ মাক।

**ৰেতস** বি. বীৰ্য্য the seminal fluid. **ৰেতঃপাত** বিন্দুপাত।

**ৰেন্দা** বি. এবিধ কাঠ নিমজ কৰা যতন a carpenter's plane.

**ৰেপ** অক. ধা. অস্ত্রৰ মুখেৰে হেঁচি ঘঁহ। বি. অস্ত্রৰ মুখেৰে মৰা ঘঁহা। সক. ধা. পুনঃ পুনঃ ক to harp upon. **ৰেপ মাৰ** চোকা অস্ত্রৰ মুখেৰে হেঁচি ঘঁহ।

**ৰেপনি** বি. দীঘল চেপেটা কামীৰে কৰা এবিধ বাদ্য যন্ত্র।

**ৰেফ** বি. ব্যঞ্জনৰ ওপৰত দিয়া ৰকাৰৰ চিন ( ́ )।

**ৰেবাব** টেঙা 'ৰবাব' চোৱা।

**ৰেল, ৰেলগাড়ী** বি. লো-ৰ গড় পাতি কলেৰে চলোৱা গাড়ী Railway train.

**ৰেৱতী** বি. ২৭ সংখ্যাৰ বা শেষ নক্ষত্র the last lunar asterism.

**ৰেৱা** বি. অলঙ্কাৰ আদিত মিহি গুণাৰে কৰা সৰু সৰু বেণু বা টোপোৰা যুক্ত জালৰ নিচিনা কাম filigree work, নৰ্ম্মদা নৈ।

**ৰেহ, ৰেহৰূপ** বি. গঢ়-গতি, মনৰ ভাব, আচৰণ behaviour, tendency.

**ৰেহাই** বি. মুক্তি, ৰক্ষা, মাফ help, protection, exemption.

**ৰেহান** বি. বন্ধক mortgage. **ৰেহানবন্ধ বন্ধকী** mortgaged.

**ৰৈখিক পৰিমাণ** বি. কোনো মাটি বা বস্তুৰ দীঘৰ পৰিমাণ a lineal measure.

**ৰৈ ৰৈ** ক্রি. বিণ. ব্যাপি, প্ৰচাৰ হৈ, অধিক পৰিমাণে spreading far

and wide. overflowing. অক. ধা. বৈবৈ যা। বিণ. বৈবৈ যোৱা।

বৈয়ত বিণ. হাবি নথকা আৰু সমান, পৰিষ্কাৰ, ডুষ্টক দমন কৰি সুস্থিৰ কৰা।

বৈ-ৰমণী আনন্দত হাঁহি মাতি ফুৰা কাৰ্য্য।

বৈৰত বি. বিন্ধ্য পৰ্ব্বতৰ পূৰভাগ, তাৰ পৰা ৰেৱা নদী ওলাইছে।

ৰো় সক. ধা. ৰোপণ কৰ, এঠাইৰ পৰা নি আন ঠাইত বাঢিবলৈ দে to plant, to transplant. কৰ্ত্তা. ৰোওঁতা। স্ত্ৰী ৰোৱঁতী।

ৰোক সক. ধা. জোঙা বস্তুৰে খুঁচি এৰুৱা, ঘোঁক to scoop out.

ৰোকনী বি. নাৰিকল আদি ৰুকি উলিওৱা মৈদাৰ আকৃতিৰ দাঁত লগোৱা অস্ত্ৰ।

ৰোকৰ্ বি. দৈনিক জমা-খৰচ লিখা বহী বা কাকত record of daily transaction, a cash-book.

ৰোকা বি. সৰু চিঠি a short letter.

ৰোগ বি. বেমাৰ, নৰিয়া disease. ৰোগগ্ৰস্ত বিণ. ৰোগে ধৰা, নৰিয়া, ৰুগীয়া diseased, sick. ৰোগ-শান্তি বি. ৰোগৰ উপশম cessation of disease.

ৰোগন বি. সোণাৰিয়ে অলঙ্কাৰ ঘহি চকচকীয়া কৰা শিল a goldsmith's stone for cleaning ornaments.

ৰোগাৰ্ত্ত বিণ. ৰোগগ্ৰস্ত। ৰোগাৰিষ্ট বিণ. ৰোগগ্ৰস্ত।

ৰোগী বিণ. নৰিয়া, পীড়িত, ৰুগীয়া diseased. বি. নৰিয়া মানুহ a sick man. স্ত্ৰী. ৰোগিণী।

ৰোচন বি. ৰুচি লগোৱা, উজ্জ্বল কৰা।

ৰোচোকা বি. আঁচোৰ লাগি হোৱা ঘা a wound caused by scratching.

ৰোজ বি. দৈনিক সিধা, প্ৰতিবাৰে যিমান খোৱা যায় daily allowance of raw food, ration. ৰোজ দি, ৰোজ ধৰ দৈনিক সিধা যোগা।

ৰোজগাৰ, ৰোজকাৰ বি. জীৱিকা অৰ্জ্জন earnings.

ৰোজা বি. ৰমজান ব্ৰতৰ সময়ত মুচলমানে দিনত কৰা উপবাস।

ৰোদন বি. কন্দা কাৰ্য্য the act of weeping.

ৰোধ বি. বাধা দিয়া কাৰ্য্য, বন্ধ কৰা কাৰ্য্য act of stopping or obstructing. ক্ৰি. ৰোধ কৰ।

ৰোন্দা বি. পকা ঘাৰ ভিতৰে ভিতৰে হোৱা বিন্ধা, মুখ ঠেক কিন্তু ভিতৰে বহল আৰু দ হৈ হোৱা পকা ঘা।

ৰোপণ বি. 'ৰোৱণ' চোৱাঁ।

ৰোপিত এঠাইৰ পৰা খানি বা উঘালি নি আন ঠাইত ৰোৱা planted, transplanted.

**ৰোমন্থ** বি. ঘাঁহ পাগুলা কাৰ্য্য act of ruminating. বি. **ৰোমন্থন।**

**ৰোমহৰ্ষ** বি. ৰোমাঞ্চ horrification.

**ৰোমাঞ্চ** বি. আচৰিত কথা শুনি বা অতিশয় আনন্দ লাভ কৰি নোম থিয় হোৱা কাৰ্য্য horrification. বিণ. **ৰোমাঞ্চিত, ৰোমাঞ্চকৰ** বিস্ময়কৰ, গাৰ নোম শিয়ৰি উঠা।

**ৰোল** বি. কোৰ্হাল, ডাঙৰ হাই an uproar, খ্যাতি, নাম reputation.

**ৰোৱণ** বি. ৰোৱা কাৰ্য্য, ৰোপণ act of planting or transplanting. **ৰোৱণী** বি. ধান ৰোৱা মাইকী a woman transplanting paddy seedlings.

**ৰোৱা** বি. পথাৰত ৰোৱা ধানৰ পুলি transplanted seedlings of paddy. **ৰোৱা** সক. ধা. আনৰ হতুৱাই ৰোপণ কৰা। বিণ. **ৰোৱাতী** কপিত।

**ৰোষী** বিণ. খঙাল, অলপতে খং উঠা irritable.

**ৰোহ** বি. খং, ঠেহ, অসন্তোষ পাই মনত কৰা খং a sullen displeasure **ৰোহধৰ, ৰোহপাত** অভিমান কৰ। **ৰোহঘৰ** ৰাজকোঁৱৰ বা কুঁৱৰীয়ে অভিমান কৰি মনে মনে সোমাই থকা ঘৰ।

**ৰোহিণী** বি. চতুৰ্থ নক্ষত্ৰ the fourth lunar asterism, লৱৰামৰ মাক, চন্দ্ৰৰ ভাৰ্য্যা।

**ৰোহিত** বি. ৰৌ মাছ a kind of fish.

**ৰৌ** বি. এবিধ ডাঙৰ মাছ a kind of big fish.

**ৰৌকে ঢৌ-কৰ** তিলকে তাল কৰ, অলপ কথাকে ডাঙৰ কৰি ক to exaggerate, make mountain of a mole hill.

**ৰৌজাল-ৰৌজাল** বি. বৰকৈ কৰা চিঞৰ বাগৰ, বৰ খঙেৰে কৰা দন্দ হাই uproar,noise.

**ৰৌঢ়ি** বি. বৰকৈ প্ৰকাশ পোৱা কথা anything widely rumoured. বিণ. বৰকৈ জনাজাত হোৱা spread widely. **ৰৌঢ়ি উঠ ৰৌঢ়ি ফুট** বৰকৈ জনাজাত হ, বৰকৈ ব্যক্ত হ বা প্ৰকাশ হ।

**ৰৌদ্ৰ** বি. বৰ তাপ, সূৰ্য্যৰ তাপ, ৰ'দ sunshine. বিণ. প্ৰচণ্ড, ভয়ানক, ৰৌদ্ৰ ৰস।

**ৰৌমুৰিয়লি** বি. ৰৌ মাছৰ ডাঙৰ পোৱালি।

**ৰৌৰৱ** বি. এখন নৰক a division of hell.

**ৰৌ ৰৌ** বি. কুকুৰে বৰকৈ ভুকাৰ নিচিনা শব্দ, বৰকৈ জলা জুই নাইবা বৰকৈ বোৱা পানীৰ শব্দ। অক. ধা. **ৰৌবোৱা** বৰকৈ ভুক। বি. **ৰৌৱৰনি।**

**বোৰা চোৰা** বি. বৰ হাই, বৰ উচ্চ শব্দেৰে কোৱা আপোনাৰ দুখ বা হানিৰ কথা loud noise, grievance expressed loudly.

# ল

**ল** ২৮ সংখ্যাৰ ব্যঞ্জন আখৰ the twenty eighth letter of the consonants.

**ল** সক. ধা. গ্ৰহণ কৰ, খা, পান কৰ, বহন কৰ to receive, to take, to eat, to drink, to carry. বি. **লওন**। কৰ্ত্তা, **লওঁতা**। স্ত্ৰী. **লঁতী**।

**লং** এবিধ মচলা, এবিধ মচলা গছৰ শুকান ফুল।

**লং-কেৰু** বি. লঙৰ আকৃতিৰ এবিধ কাণত পিন্ধা অলঙ্কাৰ a kind of ear ornament.

**লংক্লথ** বি. এবিধ মিহি বগা থান কাপোৰ longcloth.

**লংফুল** বি. লঙৰ আকৃতিৰ ফুল ধৰা এবিধ সৰু গছ আৰু তাৰ সুগন্ধি ফুল।

**লকচি** বি. লেকেচি, কুমলীয়া লাহী দীঘল বাঁহ বা তাৰ এছাৰি।

**লকমা** বিণ. ডাঙৰ (শুকণী) big.

**লকৰ থকৰ** বিণ. থৰক বৰক, লৰক ফৰক unsteady. ক্ৰি. বিণ. **লকৰ থকৰ কৰে, লকৰ-থকৰকৈ**।

**লকৰ পকৰ** বিণ. অনিশ্চয়, অঠিক uncertain.

**লকৰি** বি. খিউ পগোৱাৰ পাছত তলত পৰা গেদ।

**লকৃলক্** বৰকৈ লোভ লগা ভাব বুজাবলৈ ব্যৱহৃত অনুকাৰ শব্দ। **লকলকনি** বি. বৰ লোভ craving. **লকৃলকীয়া** লোভ সামৰিব নোৱৰা। ক্ৰি. বিণ. **লকৃলক্ কৰে**।

**লগ্ন** বিণ. যুক্ত, সংলগ্ন connected.

**লখ** বি. অতি অলপ বস্তু a very small portion of anything.

**লখ** অক. ধা. লক্ষ্য কৰ, দেখ।

**লখাই, লখিন্দৰ** বি. চান্দ সদাগৰৰ পুতেক, বেউলাৰ স্বামী।

**লখিমী** বি. 'লক্ষ্মী' শব্দৰ কোমল ৰূপ। **লখিমী আন** প্ৰথমে দোৱা ধানৰ এটা মুঠি উৎসৱ কৰি ঘৰলৈ আন।

**লগ** বি. সঙ্গ companionship, মিলন যোগ union, contact, **লগৰীয়া** a companion. **লগ দি** সঙ্গী কৰ। **লগ ধৰ** পাছত গৈ কাৰো সঙ্গ ল, একেলগে যাবলৈ মাত। **লগ নেৰা** সদায় লগত থকা। **লগ পা** দেখাদেখি হ। **লগ ল** সঙ্গী হ, সঙ্গীৰূপে লগত থ। **লগ লগা** একত্ৰ কৰ। **লগ লাগ** যোগ হ। **লগ হ** সঙ্গী হ। **লগ-ভাগ** সঙ্গী, লগৰীয়া campanion. **লগ ভাত** বহুত লোকে লগ লাগি খোৱা ভোজ a feast.

**লগতে** ক্রি. বিণ. বেগাই, শীঘ্রে, চাই থাকোঁতেই quickly.

**লগনিয়াৰ** বি. টুটকীয়া a back-biter.

**লগনী, লগনী খৰি** বি. প্ৰথমে জুই লগোৱা শুকান খৰি kindling wood.

**লগনীয়া** বিণ. আগত নথকা লোকৰ অহিতে কোৱা, টুটকীয় back-biting. বি. টুটকীয়া লোক a back-biter.

**লগৰীয়া** বি. সঙ্গী, লগত থকা বা ফুৰা মানুহ a companion. বিণ. লগত থকা বা ফুৰা associating closely with one another.

**লগা** বি. জামিন হোৱা মানুহ, প্ৰতিভূ a security.

**লগা** সক. ধা. সংযোগ কৰ, মিলা to join, নিযুক্ত কৰ, স্থাপিত কৰ to engage, to fix, গুটি ধৰা to caues to bear fruit, টুটকীয়া কথা ক to back-bite, নৈৰ দাঁতিলৈ অনা to bring-near the bank, জুই জ্বলা to kindle, বস্তুৰ মূল্য স্বৰূপে আগধন দে to advance, ঘটা cause, to happen, আসক্তি জন্মা to draw attention. কৰ্ত্তা. **লগাওঁতা**। স্ত্ৰী. **লগাঁতী**। বি. **লগাওন**।

**লগাই-ভগাই** ক্রি. বিণ. লগনীয়া কথা কৈ back-biting.

**লগা-ভগা** বি. অলপ সম্বন্ধ থকা a distant relation.

**লগালগি** বিণ. এটাৰ গাত আনটো লাগি থকা contiguous. বি. ছোৱাছুই contiguity.

**লগি** বি. তিৰোতাৰ গৰ্ভত সন্তানক মেৰাই থকা আৰু প্ৰসবৰ পাছত বাজ হোৱা থপ্‌থপীয়া বস্তু the human placenta.

**লগী** বি. নাও চলোৱা দীঘল বাঁহ a bamboo pole used in pro-pelling a boat.

**লগীয়া** বিণ. প্ৰয়োজনীয়, উচিত necessary.

**লগুণ** বি. যজ্ঞসূত্ৰ। **লগুণ দিয়নি** বিধিমতে লৰাক প্ৰথমে লগুণ পিন্ধোৱা কাৰ্য্য the ceremony of investing a boy with sacred thread. **লগুণ গাঁঠি** বিয়াত দৰা-কন্যাক লগ লগোৱাৰ চিন স্বৰূপে এখন কাপোৰেৰে দুয়োৰে কাপোৰৰ আঁচলত দিয়া বান্ধ।

**লগুৱা** বি. আল পৈচান ধৰোঁতা, ভৃত্য, চাকৰ a personal attendant, menial servant. **লগুৱালি** লগুৱাৰ কাম বা বৃত্তি।

**লগেভাগে** ক্রি. বিণ. একেলগে along with.

**লগ্ন** বিণ. লাগি থকা, সংযুক্ত joined, কোনো এক ৰাশিত সূৰ্য্যই সোমোৱা কাল।

**লঘন, লঘনীয়া** 'লঘোন' চোৱা।

**লঘিমা** বি. নিজৰ ইচ্ছামতে শৰীৰক পাতল কৰিব পৰা যোগীৰ শক্তি।

**লঘিষ্ঠ** বিণ. একেবাৰে সৰু least.

**লঘু** বিণ. পাতল, শাম কটা, কম হোৱা, সামান্য light, abated, low, বেগাই জীণ যোৱা easily digestible. **লঘুকৰ** লাজ বা অপমান দে to put to shame. **লঘুপৰ** কম হ to abate. **লঘু হ** লাজত পৰ to be insulted. **লঘুকৰণ** এক মূল্যৰ ৰাশিক অন্য মূল্যৰ ৰাশিত পৰিণত কৰা কাৰ্য্য reduction.

**লঘোন** বি. লঘন, উপবাস fast, abstinence from food, কোনো ধৰ্ম্ম কাৰ্য্যৰ আগদিন কৰা উপবাস। ক্রি. বিণ. **লঘোনে**। বিণ. **লঘোনীয়া** উপবাসী fasting, উপবাসৰ পাছত খোৱা eaten after fasting. **লঘোন লাগ** অপবিত্র কাৰ্য্যৰ পাপ ক্ষয়ৰ নিমিত্তে লঘোন কৰিব লগা হ, ছুব নোৱৰা হ।

**লঙ্কা** বি. ৰাৱণৰ ৰাজ্য, এটা উপদ্বীপ Ceylon.

**লঙ্কামৰিচ** বি. বৰ জলা নিচেই সৰু জলকীয়া।

**লঙ্কেশ, লঙ্কেশ্বৰ** বি. লঙ্কাৰ ৰজা ৰাৱণ Ravana.

**লঙ্গৰ** বি. শিকলিত লগাই দ-পানীত পেলাই নাও বন্ধা লোৰ সঁজুলি anchor.

**লঙ্ঘ** সক. ধা. জঁাপ মাৰি পাৰ হ, ডেই যা to step or cross over, অৱজ্ঞা কৰ, তুচ্ছজ্ঞান কৰ to disobey, to abuse. বি. **লঙ্ঘন**।

**লঙ্ঘন** বি. উপবাস, লঘোন a fast.

**লঙ্ঘনীয়** বিণ. মানিব নলগীয়া, অৱজ্ঞা কৰিবৰ যোগ্য।

**লচ্‌পচ্‌** ৰঙেৰে বন বাৰি কৰি ইফাল সিফাল কৰি ফুৰা ভাব বুজোৱা শব্দ a word expressing joyous and restless activity। অক. ধা. **লচ্‌পচা**। বি. **লচপচনি**। বিণ. **লচপচীয়া**। স্ত্রী. **লচপচী**। ক্রি. বিণ. **লচপচকৈ, লচ পচ কৰে** আনন্দ মনেৰে আৰু উদ্যোগেৰে with joyful haste.

**লচবাই, লচৰ কৰে** ক্রি. বিণ. অকস্মাৎ, হঠাৎ আগগুৰি নোচোৱাকৈ suddenly, hastily.

**লজুৱা** বিণ. লাজুক, লাজকুৰীয়া bashful, modest.

**লজ্জা** বি. অপমানৰ ভয় dread of insult, অচিনাকি লোকৰ আগত কথা কবৰ বা ওলোৱাৰ সময়ত জন্মা সঙ্কোচ bashfulness, লাজ shame. **লজ্জাকৰ, লজ্জাজনক** লাজ লগোৱা shameful. **লজ্জান্বিত** লাজ পোৱা ashamed স্ত্রী. **লজ্জান্বিতা, লজ্জাৱতী** লাজুকী

bashful, আদৰ মালতী, নিলাজী বন a sensitive plant. **লজ্জাশীল** লাজুক, লজুৰা bashful. বি. **লজ্জাশীলতা**, লজ্জিতা লাজ পোৱা, লাজত পৰা put to shame.

**লগ্ন** বিণ. শাৰী হৈ থকা ranged in a row, লগালগি contiguous.

**লটংপটং** বিণ. লৰচৰ কৰি থকা, অস্থিৰ shaking, unsteady. বি. লৰি থকা অৱস্থা, লৰচৰ unsteadiness.

**লটক** বিণ. পাষণ্ড, বদমাইচ wicked.

**লটকন** বি. ধুনৰ নিমিত্তে অলঙ্কাৰত আঁৰি লগোৱা মুকুতা আদি।

**লটুক পটুক** বিণ. ইফাল সিফাল, সাল সলনি turn to this side and that.

**লটঘট** বি. জোকাৰণি act of shaking. বিপত্তি, দুৰ্গতি trouble, harassment. সক. ধা. **লটুঘটা**। বি. **লটঘটনি**।

**লটুপটু** বিণ. অস্থিৰ, চঞ্চল shaking, unsteady. স্ত্ৰী. **লটুপটী**। বি. সঞ্চালন, লৰচৰ। ক্ৰি. **লটুপটা**। বি. **লটুপটনি**। বিণ. **লটুপটীয়া** অস্থিৰ, চঞ্চল।

**লটুপটী** বি. খুৰ আদি মোহাৰি চোকা কৰা ছাল বা শিল a strop.

**লটিঘটি** বি. এঠাইৰ পৰা আন ঠাইলৈ নি দুখ দিয়া কাৰ্য্য, ঘূৰি ঘূৰি অস্থিৰ হোৱা অৱস্থা।

**লঠঙা** বিণ. টাঙনৰ দৰে দীঘল আৰু শতক, যিহি নাইবা পাতল নোহোৱা stout.

**লঠৰা** বিণ. নোম বা পাখি নথকা devoid of hair or feathers, মঙহাল, নোদোকা plump, fleshy. **লঠৰামূৰা**, **লঠৰামুড়া** মূৰৰ চুলি বা আবৰণ নথকা bald-headed or bareheaded.

**লঠৰিয়া** বি. ছোৱালীৰ আশাত লোকৰ ঘৰৰ কাম কৰি থকা মানুহ।

**লঠৰু** বিণ. নিচেইকৈ চুলি নথকা bald-headed, ল'ৰা-তিৰোতা নথকা, ডঙৰা destitute of wife and children. স্ত্ৰী. **লঠৰী**।

**লঠা** বিণ. ডাল পাত নথকা having no foliage or branches, উদং, ঘাঁহ বন আদি নথকা bare, ল'ৰা তিৰোতা নথকা, মূৰত চুলি নথকা 'লঠা মানুহ', 'লঠা মূৰা'।

**লঠীয়া** বি গধুৰ কাঠ আদি দাঙিবলৈ তাৰ তলেদি সুমাই উচালি দিয়া ডাং। **লঠীয়া দি** বাধা দে, বিঘিনি বা প্ৰতিবন্ধক জন্মা to obstruct.

**লড়বড়** (পু. অ.) লৰচৰ কৰা, অস্থিৰ।

**লড়াই, লৰাই** বি. যুঁজ, ৰণ fight.

**লণ্ডভণ্ড** 'বণ্ডভণ্ড' চোৱা।

**লণ্ডাটিকা** গালি শপনি।

**লণ্ডাশ্ৰমী** বিণ. ল'ৰা-তিৰোতা নথকা উদাসীন।

**লভৱা** বিণ. সোৱাদ বা ইন্দ্ৰিয় সুখ প্ৰিয়, লুভীয়া covetous. স্ত্ৰী. **লাভৱী**।

**লতা** বি. এবিধ বগাই উঠা তৃণ a climbing plant. **লতাকোৱা** লতাৰ দৰে বগাই যা। **লতা পা, লতালাগ** সোৱাদ পাই এৰিব নোৱৰা হ। **লতা আমাৰি** এবিধ ডাঙৰ গছ a kind of timber tree। **লতা ছাল** জন্তুৰ ঘাই ছালৰ তলত মঙহ ঢাকি থকা এবিধ লতাৰ দৰে বিয়পি থকা ছাল। **লতাজৰি** এবিধ আন গছৰ ওপৰত গজা জৰি জাতিৰ গছ a kind of parasitic plant.

**লতানি** বি. বহুত লতা থকা হাবি a place full of creeping plants.

**লতা পতা** বি. লগা ভগা, নিলগ সম্বন্ধীয় মানুহ slight relationship.

**লতা-পনীয়াল** বি. দ্ৰাক্ষালতা আৰু তাৰ গুটি a grape vine and its fruit.

**লতাফুটুকি, লতামাকৰি** বি. এবিধ গছত উঠা সৰু বাঘ a small animal like a leopard.

**লতাৰ** বি. অনুসন্ধান, খবৰ clue, information, হাবিৰ মাজৰ ঠেক সুৰ সুৰীয়া বাট a narrow path in a jungle.

**লতাসিৰ** বি. গাৰ তেজ চলা লতাৰ দৰে বিয়পা সৰু সিৰ a small vein or artery.

**লতি** বি. সৰু লতা, কাণৰ তলৰ অলঙ্কাৰ পিন্ধা ভাগ a small creeping plant, the lobe of the ear.

**লতীয়া** বিণ. ঘাই গছৰ পৰা ওলাই মাটিত বগাই ফুৰা পাণৰ লতা a sucker of the betel vine. **লতীয়া-পাণ** পাণৰ লতীয়াত ধৰা পাণ।

**লথিয়া** সক. ধা. লাথি মাৰ, ভৰিৰে প্ৰহাৰ কৰ to kick.

**লদা** বি. চপৰা, দলিৰ নিচিনা একখণ্ড a lump. **লদালদ** অনেক লদা কৰা divided into many lumps, ক্ৰি. বি **লদালদে**।

**লনা** বি. দীঘল হৈ ওলমি লগা ফলৰ জোঁটা বা সমূহ a long bunch or cluster. **লনালন** বহুত লনা হোৱা। ক্ৰি. বিণ. **লনালনে**।

**ল-নি** বিণ. সমান জোখৰ, মানী, সকলো ভাগ সমান, শুৱনি well proportioned, handsome.

**লনি-ফনি** বিণ. কোমল mild, polite, লেতু-সেতু pliable.

**লনী** বি. লৱনু, মাখন butter.

**লপ্‌থপ্, লপথপীয়া** বি. কোমল

আৰু মঙহাল, বোকাৰ নিচিনা, লেউ সেউ soft and shapeless, lumpy.

**লপ্ লপ্** বি. খৰকৈ ওঁঠ, জিভা লৰাই খাওঁতে হোৱা শব্দ। **লপলপ কৰে** ক্রি. বিণ. খৰকৈ ওঁঠ, জিভা লৰাই আৰু শব্দ কৰি। **লপলপনি** বি. লপ্ লপ্ কৰা কাৰ্য্য। **লপলপা** অক. ধা সঁচা মিছা নিবিচাৰি বহুত কথা ক।

**লপলপীয়া** বিণ. বাদ বিচাৰ নোহোৱা বহু কথা কোৱা talkative. স্ত্রী. **লপলপী**।

**লপ্ লপী** বি. হিলৈৰ ঘোঁৰা ওফৰোৱা হাঁকোটা, ফৰিঙা, খিলিকি the trigger.

**লপা** বিণ. সোলা, দাঁত নথকা toothless, বাদ বিচাৰ নকৰি কথা কোৱা speaking much without regard to truth, নির্ব্বোধ foolish.

**লপাথপা** বি. হাতৰ তলুৱাৰে লাহেকৈ কৰা আঘাত, সৰু চাপৰ slight slap given with the open hand.

**লফা** বি. এবিধ খিজলীয়া শাক a kind of vegetable. **লফা দোৱা** দি তেনেই কাটি বা খাই নষ্ট কৰ।

**লবেজান** বিণ. কণ্ঠগত প্রাণ, মৰোঁ মৰোঁ হোৱা about to die.

**লব্ধ** বিণ. লাভ কৰা, পোৱা got, ভাগফল a quotient.

**লভ্** সক. ধা. পা, লাভ কৰ to gain, to get, লভ্য, পাবলগীয়া, পোৱাৰ যোগ্য fit to be gained. বি. **লভ্য** লাভ, প্রাপ্তি profit, gain.

**লম্‌লমীয়া** বিণ. ওলমি থকা hanging down.

**লমা** বি. লনা, থোপাবান্ধি ওলমি থকা গছৰ গুটি a long bunch.

**লম্পট** বি. পৰস্ত্রীত আসক্ত মানুহ a libertine. বিণ. পৰস্ত্রী আসক্ত lewd. বিণ. **লম্পটীয়া**। বি. **লম্পটতা** পৰস্ত্রীত ৰতি lewdness.

**লম্ব** বি. এডাল ৰেখাৰ ওপৰত আন এডাল ৰেখা থিয় হৈ থাকিলে যদি তাৰ দুয়োফালৰ কোণ দুটা সমান হয় তেনেহলে ৰেখা দুডালৰ প্রত্যেককে প্রত্যেকৰ লম্ব বোলে a perpendicular.

**লম্বা** বিণ. দীঘল long. **লম্বিত** ওলমি থকা hanging down.

**লম্বোদৰ** বি. গণেশ a name of Ganesh. বিণ. পেটাল, ডাঙৰ পেট যুক্ত having a large belly.

**লম্ভ** অক. ধা দেৱে ধৰ to possess one, as an evil spirit.

**লম্ভা** বিণ. অতিৰঞ্জিত, মনে সজা fabricated.

**লয়** বি. গীত বাদ্যৰ তালমান আৰু নাচৰ পৰস্পৰ মিল harmony in singing and dancing, নাশ, ধ্বংস destruction, আশ্রয়, আস্থা,

rest. বিণ. লীন যোৱা, একেলগ হোৱা absorbed. **লয় পা** নষ্ট হ! **লয় যা** লীন হ, মিল হ to be absorbed.

**লয়ন** বি. হজুৱা বা চিপাহী থকা ঘৰৰ শাৰী a row of houses for labourers.

**লয়লস্কৰ** বি. সৈন্যৰ লগত যোৱা হজুৱা মানুহ camp-followers, চাকৰ-নাকৰ attendants.

**লয়লাস** বি. তালেৰে মিলাই কৰা নাচ, ৰং ধেমালি dance, sport. **লয়লাসে** ক্রি. বিণ. তালে সুৰে মিলাই, ছেওধৰি in musical harmony, charmingly.

**লৰ** অক. ধা জোকাৰ খা, কঁপ to move, to be shaken, আগৰ অৱস্থা এৰ, সলনি হ to be changed, অলপ গেলা (মাছ) to rot slightly, বেগাই যা to run, খোজ ল to move. বি. শীঘ্রগতি a run,। প্রভেদ difference. বিণ. বিভিন্ন, অমিল different.

**লৰচৰ** বি. সঞ্চালন, ইফাল সিফাল act of moving to and fro, এঠাইৰ পৰা আন ঠাইলৈ যোৱা act of changing place, পৰিবৰ্ত্তন, প্ৰভেদ change, different, বিণ. বিভিন্ন, পৰিবৰ্ত্তিত changed, different, সঞ্চালিত, লৰা shaking. ক্রি. বিণ. **লৰি চৰি, লৰ দি, লৰমাৰ, লৰ ধৰ** বেগাই যা to run. **লৰা ধৰা, লৰা ঢাপৰা** খৰখেদা haste, hurry. ক্রি. বিণ. **লৰি-ঢাপৰি**।

**লৰফৰ** লৰচৰ act of moving, বিভিন্ন changing.

**লৰলৰীয়া** বিণ. আথৰ very old.

**লৰক-ফৰক** বিণ. লৰি থকা, সোলোক-ঢোলোক unsteady or loose, অনিশ্চয়, টগৰবগৰ changeful, uncertain. বি. ইফালৰ পৰা সিফাললৈ সঞ্চালন shaking.

**লৰণী** বি. খোলাত বস্তু ভাজোঁতে লৰোৱা মাৰি বা শোটা anything for stirring grain when parching.

**লৰ-বৰুৱা, তৰ-বৰুৱা** বি. দীঘল পাতেৰে এবিধ বনৰীয়া শাক।

**লৰা** সক. ধা. সঞ্চালিত কৰ, অলপকৈ জোকাৰ বা ঘোঁটা,কঁপা to shake or stir, পৰিবৰ্ত্তিত কৰ, সলা to be changed, স্থানান্তৰিত কৰ to remove. বিণ. অলপ গেলা (মাছ) slightly putrid.

**ল'ৰা** বি. মতা সন্তান, বালক male child, সন্তান a child. **ল'ৰা কাল** বাল্যকাল, ল'ৰা হৈ থকা সময় childhood. **ল'ৰাধামুৰি লৰালৰি** কোনো লোকৰ সতি-সন্ততি বা ল'ৰা-ছোৱালী বিলাক। **ল'ৰা-তিৰোতা** ভাৰ্য্যা আৰু ল'ৰা-ছোৱালী। **ল'ৰা-মতীয়া** দেখাত ল'ৰাৰ নিচিনা, অলপ

বয়সীয়া। ল'ৰা-মাইকী লগত সন্তান থকা তিৰোতা a woman having a living child. লৰালি বি. ল'ৰাৰ স্বভাৱ childish conduct. ল'ৰালুৰি লৰা দামুৰি।

লৰালৰি বি. ততাতৈয়া, খৰখেদা hurry, এজনে আন এজনৰ সৈতে লৰ দিয়া কাৰ্য্য a running race.

লৰাযম বেগাই হোৱা মৰণ sudden death.

লৰি বিণ. মানত সৰু junior. লৰি মাতৃ মাহী আই।

লৰি বি. মাল অনা নিয়া কৰা মটৰ lorry.

লৰিচৰি ক্রি. বিণ. লৰচৰ কৰি, ইফালে সিফালে গৈ moving about. লৰি-ঢাপৰি ক্রি. বিণ.

লৰিয়লি বি. পানীৰ দাঁতিত চৰি ফুৰা এবিধ সৰু চৰাই, তিতিয়নি a snipe.

লৰু বি. গৰু খেদা এছাৰি a stick for driving cattle.

লৰুৱা সক. ধা. লৰ মৰা, বেগেৰে গতি কৰা to cause to run.

লৰ্কচা বি. নৰিয়া বা খোজ কাঢ়িব নোৱৰা মানুহক নিয়া কাপোৰৰ চাঙি a stretcher.

লৰ্বাং তৰ্বাং, লৰ্বাং লাখুটি বিণ. বিশৃংখল কৰা, ছিন্নভিন্ন confused, scattered.

ললনা বি. তিৰোতা a woman.

ললন্তিকা বি. নাভিলৈকে ওলমি থকা হাৰ।

ললাকলা বিণ. বৰ ভাগৰ লগা, দুখভাগৰত শক্তিহীন হোৱা, শ্রান্ত exhausted, fatigued.

ললাট বি. কপাল forehead, ভাগ্য fate, কপালত থকা দুখ বা যাতনা predestined suffering. ললাট-ৰেখা কপালৰ পথালি আঁক, বিধাতাই কপালত লিখা সুখ দুখৰ কথা। ললাটী কপালত থকা দুখভোগ কৰা।

ললিত বিণ. মনোৰম, সুন্দৰ, সুকোমল beautiful, tender. ললিত কলা সুকুমাৰ কলা fine arts.

লৱ বি. ৰামচন্দ্ৰৰ ডাঙৰ পুতেক the eldest son of Rama, ভগ্নাংশৰ ওপৰৰ অংকটো the numerator of a fraction.

লৱঙ্গ বি. লং, লংফুল।

লৱজ, লজ্ঞ বি. কথাৰ লাল, অতিৰিক্ত কথা, অযুক্ত কথা।

লবণ বি. নিমখ, লোণ salt. লবণ সাগৰ পুৰাণ মতে সাতোটা সাগৰৰ এটা। লবণাক্ত বিণ. লুণীয়া saline.

লৱণু বি. মাখন butter. লৱণু চোৰ কৃষ্ণ।

লৱৰ বি. লৰ, শীঘ্রগতি a run.

লৱলেশ বি. সামান্য, নিচেই কম। বি. অলপো, কিছুমাত্ৰ।

লহং, লহঙা বি. তিৰোতাই পিন্ধা ঘূৰি a petticoat.

**লহঙা** বি. দীঘল আৰু নিপোটল tall and plump. স্ত্রী. **লহঙী**।

**লহন** বি. 'লোহন' চোৱা।

**লহৰি** বি. ডাঙৰ ঢৌ a big wave.

**লহপহ** 'লহপহ' চোৱা। লহপহীয়া বিণ. শ্ৰীধৰা, ডালপাতেৰে শুৱনি হৈ বঢ়া thriving, growing luxuriantly. ক্রি. বিণ. **লহ্ পহ্ কৰে**।

**লহ্ লহ্** বি. উজ্জল বা কান্তিযুক্ত অবস্থা, লহপহ, ডালপাতেৰে শুৱনি হৈ বেগাই বঢ়া অবস্থা। ক্রি. বিণ. **লহলহ কৰে**। বিণ **লহলহীয়া**।

**লহুলহু** ক্রি. বিণ. লাহেলাহে, ধীৰে ধীৰে softly, mildly, slowly.

**লহুন** বি. নহৰু garlic.

**লক্ষ** সক. ধা. দেখ্, চকুৰে মন to see, to perceive.

**লক্ষ** বি. এক লাখ, এক হাজাৰ one lakh.

**লক্ষ্য** বি. যালৈ পোনাই অস্ত্র প্রহাৰ কৰা যায় a mark to be shot at, উদ্দেশ্য aim, purpose, অনুমান, মনেৰে বুজ ল supposition, inference, মনা বা দেখা কাৰ্য্য the act of seeing. সক. ধা. **লক্ষ্য কৰ**।

**লক্ষণ** বি. চিন, যাৰ দ্বাৰাই কোনো কাৰ্য্য হব বুলি বুজিব পৰা যায় a sign or symptom, মানুহৰ গাত থকা শুভাশুভ বুজোৱা কোনো স্বাভাৱিক চিন a natural mark on the human body indicating good or evil, স্বভাৱ character.

**লক্ষণা** বি. শব্দবিলাকৰ পোন অর্থতকৈ বেলেগ ভাব বুজোৱাক লক্ষণা বোলা যায় যেনে—সি বাঘ অর্থাৎ বাঘৰ দৰে ভয়ানক a figure of speech.

**লক্ষিত** বিণ. যি বস্তুলৈ লক্ষ্য কৰা হয় মন মেলা যায় aimed at.

**লক্ষ্মণ** বি. সুমিত্রাৰ গর্ভজাত দশৰথৰ পুত্র।

**লক্ষ্মী** বি. ধনসম্পদ দিয়া দেৱী the goddess of wealth, ঐশ্বর্য্য বিভূতি wealth and riches. বিণ. লক্ষ্মীৰ দৰে সকলো গুণ থকা তিৰোতা well-qualified, ধান, চাউল, লখিমী rice **লক্ষ্মীকান্ত, লক্ষ্মীনাথ, লক্ষ্মীপতি** বি. বিষ্ণু Vishnu. **লক্ষ্মীমন্ত, লক্ষ্মীমান** বিণ. ঐশ্বর্য্য বিভূতি থকা, ধন-সম্পত্তি থকা prosperous, wealthy.

**লা** বি. এবিধ পোকে গছৰ ডালত বাহ সজা ৰঙা বৰণীয়া আঠা lac.

**লাই** সক. ধা. ( পু. অ. ) লৈ।

**লাই** বি. চেনেহ কৰি ইচ্ছামতে চলিব দিয়া কার্য্য indulgence. **লাই পা** বৰ চেনেহ পাই ইচ্ছামতে চল to get indulgence.

**লাই, লাইশাক** বি. এবিধ সৰিয়হৰ নিচিনা গুটিৰে শাক ইয়াৰ কেঁচা

বিধো আছে—বৰলাই, সৰুলাই, পেঙলাই, মানলাই ইত্যাদি।

**লাই** ( পু. অ. ) লৈ, লৈকে, ফালে।

**লাইখুঁটা** বি. ঘৰ সাজোঁতে প্ৰথমে পোতা ঘাই খুঁটা।

**লাইজাবৰি** বি. এবিধ দবৰত দিয়া বন।

**লাইজুলীয়া** বিণ. লাই শাকৰ জোলৰ নিচিনা, কলপতীয়া।

**লাই পো** বিণ. মৰমৰ পো, প্ৰিয়তম পুত্ৰ a favoured son.

**লাই-লেঠীয়া** বিণ. অকল শৰীয়া not burdened with wife and children.

**লাউ** বি এবিধ লতা আৰু তাৰ আঙ্গা খোৱা ডাঙৰ ফল gourd. জাতি-লাউ বা পানীলাউ, ৰঙালাউ।

**লাউ ওলোৱা** বিণ. ক্ষীণ, শুকান lean, emaciated.

**লাউখোলা** বি. লাউৰ ওপৰৰ শাহ নথকা শুকান ডাঠ আবৰণ a gourd-shell, মূৰৰ হাড় the skull.

**লাউপানী** বি. আধা সিজোৱা ধান, বা চাউল গেলাই কৰা দেশীমদ fermented rice beer.

**লাউমুৰা** বিণ. শিং নথকা hornless. স্ত্ৰী লাউমুৰী।

**লাউলোৱা** বিণ. ধাতুৰ পাত্ৰ কিনিবলৈ ধন নথকাত পানী খাবলৈ লাউখোলা ব্যৱহাৰ কৰা, বৰ দুখীয়া very poor.

**লাং** বি. নঙলা মাৰি the bar of a gateway, হাতীশালৰ বা বনৰীয়া হাতীৰ গঁৰালৰ ডাং the bar for closing the door of an elephant stockade, কোনো বস্তুৰ দীঘ এটুকুৰা a long piece of anything.

**লাং খাই পৰ** মাটিত দীঘল হৈ পৰ to fall down on the ground at full length.

**লাংখা লিংখি** বি. অ'ত ত'ত পৰি থকা, লাকটি পাকটি বস্তু odds and ends, knick-nacks. **লাংখা লিংখিকৈ** ক্ৰি. বিণ. বিশৃঙ্খলভাৱে lying in disorder.

**লাংচিং** বি. হাতী চলোৱা আঁকোৰা, গজাকোঁহ an iron goad for driving elephants.

**লাংপাট** বি. বনৰীয়া হাতী ধৰিবলৈ মৰা গড়।

**লাংফা** 'বাংফা' চোৱা।

**লাংলাং থাংথাং** বিণ. বিশৃঙ্খল, সিঁচৰতি confused, scattered.

**লাক্-পাক্** বিণ. অনিশ্চয়, অকামিলা uncertain, worthless, টানি নবন্ধা loose.

**লাকটি পাকটি** বি. যেনিতেনি পৰি থকা অকামিলা বস্তু odds and ends.

**লাকিলুকা** বি. চুচুক চামাক, লুকা

ভুমুকা hesitation or shyness in doing anything.

**লাখ** বি. এশ হাজাৰ a lakh। **লাখ-টকীয়া** বহুমূলীয়া। **লাখপতি** এক লাখ টকা থকা মানুহ, বৰ চহকী মানুহ।

**লাখুটি** বি. লাঠী, হাতত লৈ ফুৰা মাৰি a walking stick

**লাখেৰাজ** বিণ. নিষ্কৰ revenue-free.

**লাগ** অক. ধা. সংযুক্ত হ স্পৰ্শ কৰ, ছো to touch, আটিধ ই ধৰ adhere, আঘাত কৰ to hit, উৎপন্ন হ, গুটি ধৰ to occur, to bear fruit, ভাল বা বেয়া বোধ জন্মা to be felt, প্ৰয়োজন হ to be needful to, necessary, নিযুক্ত হ to be engaged, জ্বলি উঠ to be kindled, সম্পৰ্কীয় হ to be related.

**লাগ দি** লগ ল, সঙ্গী হ, উপাৰ্জ্জিত হ।

**লাগ বান্ধ** বি. নিশ্চিত নিয়ম, শৃঙ্খল, পদ্ধতি order, method.

**লাগতিয়াল, লাগতীয়া** বিণ. আৱশ্যকীয়, দৰকাৰী needful, necessary.

**লাগবুলিলে** ক্ৰি. বিণ. বিচৰা মাত্ৰকতে immediately on demand.

**লাগনী** বি প্ৰয়োজনীয় হওন।

**লাগনী** বিণ. ফলবান (গছ) bearing fruits.

**লাগনী, লাগনী খৰি** বেগাই জুই লগা অৰ্থাৎ শুকান খৰি।

**লাগভাগ** বি সহায় help. **লাগি ভাগি দে** সহায় কৰ।

**লাগাম** বি ঘোৰাৰ মুখত লগাই তাক চলোৱা চালৰ জৰী a bridle.

**লাগি** ( অব্যয় ) কাৰণে, লৈ।

**লাগী** বিণ. গিৰিয়েকে বেছিকৈ লগধৰা বা মৰম কৰা ( ঘৈণী ) beloved.

**লাগু** ( পু. অ. ) লাগ, নিযুক্ত হ, মন লগা।

**লাঘৱ** বি. কম বা লঘু হওন, উপশম, হ্ৰাস diminution, abatement of disease.

**লাঙনি-কাণনি** বি. নানা দুখ দি আগৰ আখেজ পুৰোৱা কাৰ্য্য act of taking revenge by causing various troubles.

**লাঙনি-পাঙনি** বি সৰুসুৰা গৃহস্থালি কাম, লাচনি-পাচনি trifle domestic work.

**লাঙি** বি. পানীত এফালৰ পৰা চুঁচি আনি মাছ ধৰা দীঘল জাল a drag net. **লাঙে লাঙে** ক্ৰি. বিণ. দীঘল টুকুৰা কৰি in long pieces.

**লাঙে-পাতে** ক্ৰি. বিণ. দালে মূৰে, কোনো বস্তুৰ সমূলি নেৰাকৈ entirely, wholly.

**লাঙল** ( পু. অ. ) নাঙল।

**লাঙ্গুল** বি. নেগুৰ, নেজ tail.

**লাচ** বি মৰা শ dead body.

**লাচ** বি. লেকেটা বা লেহুকা বস্তুৰ

নিচিনা দোঁ খাই পুনৰ পোন হওন act of springing, an elastic thing খোজ কাঢ়োঁতে বা কথা কওঁতে হাতৰ জোকাৰণি act of shaking the arms when walking or talking. **লাচ খা,** **লাচ ল** দোঁ খাই আকৌ পোন হ, ভিৰ খাই আকৌ আগৰ অৱস্থালৈ আহ to spring like an elastic body.

**লাচনি-পাঁচনি** বি. ইফাল সিফাল কৰা ঘৰুৱা সাধাৰণ কাম, লাওনি-পাওনি light domestic work.

**লাচাৰ** বিণ শক্তিহীন হৈ পৰি থকা, লালকাল, অচেতন insensible, fainted, senseless.

**লাচিম** বি. ভাঙন মাছৰ নিচিনা এবিধ মাছ a kind of fish.

**লাজ** বি. 'লজ্জা' শব্দৰ অপভ্ৰংশ। **লাজকথা** যি কথা শুনিলে লাজ লাগে, লাজ লগা কথা obscene speech or word. **লাজ কাজ** লাজৰ বোধ, অপমানৰ ভয় feeling of shame, self-respect. **লাজ কুৰীয়া** বি. লাজুক, অচিনাকি লোকৰ আগত ওলাব বা কবলৈ সঙ্কোচ কৰা bashful, shy. **লাজ লাগ** অক. ধা. লাজ বোধ কৰ to feel ashamed. **লাজ পা** অক. ধা অপমান পা, লঘু হ to be insulted **লাজ-বিজ** লাজ কাজ। **লাজ ভোগ** বি. আখৈৰে কৰা নৈবেদ্য **লাজ হোম** বিয়াত আখৈৰে কৰা হোম।

**লাজতবি** অক. ধা. লাজ পা।

**লাজুক** বিণ. লাজ কৰা, লজ্জাশীল, লাজকুৰীয়া bashful, modest. **লাজেলাজে** ক্রি. বিণ. লাজ ৰাখি, মান ৰাখি।

**লাঞ্ছনা** বি. অপমান, তিৰস্কাৰ insult, reproach. **লাঞ্ছিত** বিণ. অপমানিত put to shame.

**লাঞ্জ** বি. নেজ, নেগুৰ a tail.

**লাট** বিণ. পুৰণি আৰু মলিন worn out and shabby.

**লাট** বি. পাট সূতাৰ জোঁঠা the coarse part of pat-silk.

**লাট** বি. দেশ বা প্ৰদেশৰ সৰ্ব্বপ্ৰধান শাসনকৰ্ত্তা a governor.

**লাট** বি দফা, চিঠি লিখিবলৈ বেলেগ বেলেগ কৰা বস্তুৰ ভাগ, এজন মণ্ডলে কাম চলোৱা দেশৰ এক খণ্ড lot.

**লাটবন্দী** বি. ৰায়তে দখল কৰা মাটিৰ বিবৰণ লিখা তালিকা, ভাগ ভাগকৈ লিলাম কৰা মালৰ আৰু মূল্যৰ তালিকা।

**লাটবি** বি. মুগা সূতাৰ জোঁঠা বা বাছ coarse muga silk.

**লাটি-পুটি** বি. লাকি-লুকা, ল'ৰাৰ খেমালি childish play.

**লাটিম, লাটুম** বি. ল'ৰাই ওমলা কাঠৰ ঘূৰণীয়া বস্তু a child's top.

**লাটুক-চন্দন** এবিধ গছ।

**লাটুমা** বিণ. লাটুমৰ দৰে ঘূৰণীয়া round like a top. বি. লাটুমৰ আকৃতিৰ বস্তু a thing round like a top, টেমুনা a tumor. লাটুমা বান্ধ টেমুনা বান্ধ। লাটুমা-লাটুম অনেক লাটুমৰ নিচিনা হোৱা।

**লাঠী** বি. টাঙন, লাখুটি a staff, a walking stick.

**লাঠুৱা** বিণ. দুষ্ট wicked.

**লাড়ু** বি. মিঠৈ, গাখীৰ গুড় পিঠাগুৰি আদিৰে কৰা গোলাকাৰ খাদ্য বস্তু a ball of confection.

**লাঢ়নী** বি. কাঠীৰে সাজি নাল লগোৱা পানী-সিচা সঁজুলি।

**লাঢ়ো** বি. অলপীয়া বন, ঢিলা কাম light work.

**লাতুৰমণি** বি. মূৰ ক'লা, গা বঙা এবাতি জোখৰ এবিধ মণি।

**লাথ** ( পু অ. ) লাথি, গোৰ। লাথি বি. গোৰ, ভৰিৰে কৰা আঘাত a kick.

**লাদ** বি. জন্তুৰ পিঠিত দিয়া বোজা। অক. ধা. জন্তুৰ পিঠিত বোজা দে to load.

**লাদ** বি. জন্তু বা চৰাইৰ বিষ্ঠা ordure voided by animals or birds. অক. ধা. গোটা টান বিষ্ঠা ত্যাগ কৰ।

**লান, লান্দ** বি. পাট নাদ a well of earthen rings.

**লান, লানি** বি. লানী, শাৰী a row, a series. লান লাগ শাৰী পাত।

**লা-পৰুৱা** বি. লা উৎপন্ন কৰা এবিধ ক'লা পৰুৱা the lac insect.

**লাপি-লুপা** বি. লাম-লাকতি।

**লাপুং** বি. সোলা toothless.

**লাফ** বি. ওপৰলৈ মৰা জাপ a leap or bound.

**লাব-ভাব** বি. লাকটি-পাকটি things of little value.

**লাভ** বি. প্ৰাপ্তি, পোৱা বস্তু gain, profit.

**লাম্-লাকতি, লাম্-লাকটু** বি. অকামিলা বস্তু trifles.

**লামা** তিব্বত দেশৰ প্ৰধান বৌদ্ধগুৰু the chief Buddhist priest of the Tibetans.

**লায়ক, লায়েক** বি. উপযুক্ত fit.

**লাৰ** সক. ধা. জোকাৰ, সঞ্চালিত কৰ, লৰা to move, to stir, ছো to touch, স্থানান্তৰ কৰ to remove. বি. লাৰণ। কৰ্ত্তা. কৃদ. লাৰোঁতা।

**লাৰা** বি. শুদা, অলঙ্কাৰ আদি নথকা, নাল নথকা, bare, without handle.

**লাৰু** 'লাড়ু' চোৱা।

**লাল, লালটি** বি. মুখৰ পৰা ওলোৱা

বিজলীয়া পানী saliva running from the mouth.

**লাল কাল** বিণ. টোপনি বা পীড়াৰ দ্বাৰা অচেতন insensible, exhausted. অক. ধা. **লাল কাল দি**।

**লালপৰ** শ্ৰেষ্ঠ হ, বৰকৈ লাভ কৰ।

**লাল পৰ, লালটি পৰ** ভাল খাদ্য বস্তু দেখি বৰকৈ লোভ লাগি মুখৰ পৰা লাল ওলা।

**লালচ, লালচা** বি. লোভ, হেপাহ longing, eager, desire, ষড়যন্ত্ৰ conspiracy. বিণ. **লালচী**। ক্ৰি. **লালচ কৰ**।

**লাল-বন্দী** বি. এক দেশৰ ৰজাই আন দেশৰ ৰজাক দিবলৈ নিৰ্দ্ধাৰিত কৰ a tribute.

**লালনা** বি বৰ মৰম, আতোলতোল, মৰমৰ ল'ৰা বা লোক।

**লালন-পালন** বি. পোহ-পাল, মৰমেৰে কৰা প্ৰতিপাল।

**লালসা** বি. বাসনা, হেপাহ, আকাঙ্ক্ষা ardent desire, longing.

**লালিচ** বি. নালিচ, মকৰ্দ্দমা a law suit.

**লা-লিগিৰা, লা-লিগিৰি** বি. লিগিৰা আদি attendants.

**লালিত** বিণ. আল পৈচান ধৰা served.

**লালিত্য** বি. মধুৰতা, সৌন্দৰ্য্য, কান্তি sweetness, beauty.

**লালি-পালি** অস. ক্ৰি. লালন-পালন কৰি।

**লালী** বি. জুলীয়া গুড় treacle or molasses, লান, শাৰী a row, a series. **লালী নিছিগা** একে লালীয়ে বৈ বা চলি থকা continuous। **লালালাগ শাৰী হ**।

**লাল, লালু** বি. প্ৰিয়, স্বামী beloved, husband.

**লালুং** বি. আসামৰ এজাতি আদিবাসী মানুহ।

**লালুক, লালুকী** বি. বেঙৰ নেজ নসৰা পোৱালি a tadpole.

**লালৈ-ভাদৈ** কাচৰ বা মাটিৰ অলপ মূল্যৰ কোতমণি।

**লালোডিঙি** বিণ. গলগ্ৰহত পৰা troubled.

**লালোৱা-শিঙৰা** বি. এবিধ ডাঙৰ জাতৰ শিঙৰা।

**লাৱণ্য** বি. কোমলতাৰে পূৰ্ণ সৌন্দৰ্য্য, কান্তি loveliness, graceful beauty.

**লাৱণ্যৱতী** বিণ. সুন্দৰী graceful, lovely.

**লাস** ( পু. অ. ) লাহ, ধুন পেচ।

**লাসবেশ** বি. নাচিবৰ কাৰণে কৰা শৰীৰৰ শোভা, ধুন পেচ।

**লাসে** ( পু. অ. ) ক্ৰি. বিণ. লাহে লাহে।

**লাহ** বি. ধুন-পেচ adornment of the body.

**লাহ-লোটন** বি. ধুন-পেচ, ৰং ধেমালি।

**লাহতী** বি. বৰকৈ ধুন-পেচ মাৰি গা দেখুৱাই ফুৰা তিৰোতা a very foppish woman.

**লাহন** বি আহোম সকলৰ এটা ফৈদ।

**লাহ-বিলাহ** বি. ধুন-পেচ বিলাসিতা luxury.

**লাহৰ** বি. ধুনীয়া বস্তু, মৰমৰ লোক a beautiful or lovely person or thing. **লাহৰি** বিণ. সাদৰি, ধুনীয়া। বি. চেনেহি, সোণাই।

**লাহী** বিণ. গা-পাতল, লেহুকা flexible, কোমল, মিহি, সৰু tender, slender, fine.

**লাহী, লাহী ধান** বি. মিহি সৰু শালি ধান।

**লাহেকৈ** ক্রি. বিণ. মৃদুৰূপে, আল-ফুলকৈ, হেঁচা বা ঠেলা নমৰাকৈ gently, softly, slowly, সৰু মাতেৰে in a low voice.

**লাহে-ধীৰে** ক্রি. বিণ. লাহে লাহে, ধীৰে শাঁতে slowly, quietly.

**লাহে-লাহে** ক্রি. বিণ. ধীৰে ধীৰে slowly. অলপ অলপকৈ আগ বাঢ়ি step by step, সৰু সৰুকৈ in a low voice.

**লাক্ষণিক** বিণ লক্ষণাৰ দ্বাৰা প্ৰকাশ কৰা, পোন অৰ্থ এৰি ভাবৰ দ্বাৰা বুজোৱা figurative.

**লাক্ষা** বি. লা lac.

**লিংলিঙীয়া** বিণ. পাতল আৰু ক্ষীণ, লাহী, শ্ৰী-নথকা thin, long, thin and sparse.

**লিক** বি. মাটিৰ ওপৰত বহা গাড়ীৰ চকাৰ লোৰ a rut.

**লিক্লিকীয়া** বিণ. গা সৰু আৰু দীঘল slender and long. ক্রি. বিণ. লিক লিক কৰে।

**লিকটা** বিণ. চিকটা, সহজে নিছিগা বা নভগা tough, elastic, tenacious, কৃপণ, চিকটা stingy. ক্রি. লিকটা মাৰ, লিকটা হ।

**লিকচৌ** বি. অসম ৰজাই বিষয়াক দিয়া হজুৰা।

**লিক্লিকা** 'লক্লকা' চোৱা।

**লিখ্** সক ধা. আখৰৰ দ্বাৰা ব্যক্ত কৰ, লিপিবদ্ধ কৰ to write, চিত্ৰকৰ to paint. বিণ. **লিখিত**। **লিখক** বি. লিখোঁতা one who writes. **লিখন** বি. লিখা কাৰ্য্য act of writing. **আখৰ** handwriting, লিপি, দলীল a written paper, a document. **লিখনাৰ্থে** ক্রি. বিণ. লিখিবৰ কাৰণে। **লিখনি** লিখিত প্ৰবন্ধাদি writings. **লিখনী, লেখনী** বি. এমূৰে সূতা বা নোম বান্ধি লোৱা কাপৰ নিচিনা যতন a painter's brush.

**লিখা** সক. ধা আনৰ দ্বাৰা লিখা বা আখৰ দিয়া কাৰ্য্য কৰা to cause to be written, cause to be printed. বিণ. লিখিত written.

বি. লিখি উলিওৱা কাকত a written paper. লিখাৰু বি লিখোঁতা a writer. লিখিত্ত বি. কপালত লিখিত কথা fate. লিখোঁতা বি. যি লিখে a writer স্ত্রী লিখতী।

**লিগিৰা** বি. ৰজা, মন্ত্রী আদিৰ লগুৱা a personal attendant on a noble man. স্ত্রী. লিগিৰী। লিগিৰী খোপা গলধনত ওলমাই বন্ধা খোপা।

**লিঙ্গ** বি. পুৰুষাঙ্গ, মানুহৰ ঘাই অঙ্গ the penis, পুৰুষাঙ্গৰ নিচিনা সজা শিৱৰ মূৰ্ত্তি, শিৱলিঙ্গ the phallus image of Shiva, (ব্যাকৰণত) মতা-মাইকী আৰু এই দুইত বাজে আন বস্তু পৃথক কৰা চিন a gender ( in grammar ).

**লিঙ্গদেহ** বি. সূক্ষ্ম শৰীৰ, পঞ্চভূতৰ বাজে মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ থকা শৰীৰ।

**লিচি, লিচু** বি. বগৰিৰ আকৃতিৰ বাকলিত খল থকা এবিধ বিদেশী ফল আৰু তাৰ গছ litchi.

**লিজএও** ( পু অ. ) সক. ধা. লোৱা।

**লিটিকৰি, লিটিকাই, লিটিকা** বি. বামু ৰ লগুৱা ল'ৰা।

**লিটিকা, লিটিকাই** বি. লগুৱা ল'ৰা an attendant.

**লিটিকা** বি. বাঢ়িব নোৱৰা, চুটি-চাপৰ of stunted growth.

**লিতা** বিণ. এসোপা ফটাকানিৰ নিচিনা লেৰেসেউ, পুৰুষশক্তি হীন impotent, ক্ষীণ আৰু দুৰ্ব্বল thin, not strong and stiff.

**লিপ** সক ধা. বোকা বা তাৰ নিচিনা আন বস্তুৰে মাজ, লেপ লোৱা বস্তু লগা to plaster or besmear with. বি. লিপন।

**লিপা পোঁচা** বিণ. লিপি মচি নিকা বা পৰিষ্কাৰ কৰা plastered and cleansed.

**লিপি** বি চিঠি a letter, লিখা কাকত a writing paper, লেখা writing, বৰ্ণমালা alphabet. লিপিবদ্ধ যি কথা লিখি ৰখা হয়, লিখিত writing.

**লিপিচ** বি ছিদ্ৰ, হিংসা কৰিবৰ সুচল an opportunity of doing an injury.

**লিপিত** বিণ. টানকৈ খাই ধৰা, ভালকৈ মিলি পৰা fitting tightly. ক্রি. লিপিত খা।

**লিপ্ত** বিণ. যোগ থকা, সংসৰ্গ থকা connected with, concerned.

**লিপ্সা** বি. পাবৰ ইচ্ছা, লোভ, স্পৃহা eager desire, covetousness.

**লিপ্সিত** বিণ. বাঞ্ছিত, অভিলষিত coveted eagerly, anxiously desired. লিপ্সু বিণ. লুভীয়া anxious to have.

**লিয়ে** ( পু. অ. ) লয়, লৈ।

**লিৰিক** সক. ধা. ঘনে ঘনে হাতেৰে

ছো বা লাৰ to handle frequently. লিৰিকি-বিদাৰি ক্রি. বিণ. হাতেৰে ইলুটি সিলুটি কৰি।

**লিলাম** বি. অনেক লোকৰ মাজত কোনো বস্তু দেখুৱাই সকলোতকৈ অধিক মূল্য যচা মানুহক বস্তু বেচা কার্য্য an auction. ক্রি. লিলাম ডাক।

**লিষ্টি** বি. তালিকা, ফৰ্দ্দ list.

**লিহ্‌লিহীয়া** বিণ দীঘল কিন্তু গা সৰু long and slender. লিহিৰা বিণ ক্ষীণ thin, slender.

**লিহিৰী-খোপা** বি. লিগিৰী খোপা।

**লীন** বিণ. আন বস্তুৰে সৈতে মিলি এক হোৱা absorbed. লীন যা স্থান এটা বস্তুত মিলি লয় পা। লীনমুক্তি বি. ঈশ্বৰত সম্পূর্ণৰূপে লয় পোৱা মুক্তি।

**লীলা** বি. ধেমালি, খেলা, ক্রীড়া play, sport, অৱতাৰ বা অৱতাৰী পুৰুষৰ কাৰ্য্য the deeds of an incarnation, আনন্দপূর্ণ।

**লীলা-অৱতাৰ, লীলাতনু** পৃথিৱীত জন্মি নানা কৰ্ম্ম কৰা ঈশ্বৰৰ নানা অৱতাৰ। লীলা খেলা বং ধেমালি, জীৱনৰ ভিতৰত কৰা কাৰ্য্য বিলাক। লীলাময় ভগৱান। লীলায়ে ক্রি. বিণ. অনায়াসে, ধেমালি কৰা স্বৰূপে easily.

**লীলিয়া** অক. ধা. জোকৰ নিচিনা কেৰমেৰাই বা বগাই ফুৰ to wriggle. বি. লীলিয়নি।

**লুই** বি. জন্তুৰ নোমেৰে কৰা এবিধ গাত লোৱা বিদেশী কাপোৰ a kind of woollen wrapper.

**লুইত** বি. ব্ৰহ্মপুত্ৰ নৈ the Brahmaputra river. বিণ. লুইতীয়া।

**লুংলুং** বি চুলি নোম আদি গাত লাগিলে হোৱা খৰখৰোৱা বোধ বুজোৱা শব্দ। অক. ধা. লুংলুঙা।

**লুংলুঙা** অক. ধা মনে মনে কোনো বস্তু বিচাৰি ফুৰ। ক্রি. বিণ. লুংলুং কৰে গোপনে, মনে মনে।

**লুংলুঙীয়া** বিণ. চোৰৰ দৰে লুকাই লুকাই ফুৰা, হাবিয়ে চেপি ধৰা।

**লুক্‌চুক্** বি. অন্যায়ৰূপে আনৰ ধন-বস্তু গ্রহণ কৰণ misappropriation.

**লুক্ চুক্** বি. 'ঢাক ঢুক' চোৱা।

**লুকুৰা** বি. জুই নিবলৈ বন্ধা জুমুঠি।

**লুকা** সক. ধা. ঢাকি ৰাখ to conceal. অক. ধা. আনে নেদেখা হৈ থাক to lie hidden. বি. লুকাওতা। স্ত্রী লুকাঁতী।

**লুকাওন** বি. লুকাই ৰখা কাৰ্য্য।

**লুকাভাকু, লুকালুকি** ল'ৰাই কৰা এক প্ৰকাৰ ধেমালি।

**লুকাভুমুকা** বি. আঁৰৰ পৰা অলপকৈ দেখা দি আকৌ লুকোৱা কাৰ্য্য।

**লুকি** ( পু. অ. ) বি. লুকাই থাকন।

লুকুমাই বি. ছোৱালীৰ যৌতকত দিয়া বন্দী লবা।

লুকোৱা সক. ধা. আনৰ দ্বাৰাই লুকাই ৰাখ to cause to be concealed. বিণ. লুকাই ৰখা concealed.

লুক্কায়িত বি লুকোৱা, গুপ্ত ৰখা concealed.

লুগুও বি চুৰিয়াৰ পৰিবৰ্ত্তে পিন্ধা মেখেলাৰ নিচিনা কাপোৰ।

লুচি বি. তেলত বা ঘিউত ভজা আটা-গুৰিৰ পিঠা।

লুচ্চা বিণ কামুক, পৰস্ত্ৰী-আসক্ত licentious.

লুট সক. ধা. বলেৰে লোকৰ বস্তু নে, হৰণ কৰ to plunder, বলেৰে বস্তু নি গুদা কৰ to rob. বি বলেৰে হৰণ কৰা কাৰ্য্য plundering. লুটপাত বেছিকৈ লুট কৰা কাৰ্য্য।

বি. গাৰ দাঁতি, কাষ a side of the body, ফাল, দিশ direction. লুটি খা ওপৰৰ ফাল তল হ, বাগৰ to turn upside down. লুটিবাগৰ তলৰ লুটি ওপৰ আৰু ওপৰৰ লুটি তল কৰা কাৰ্য্য। লুটি বাগৰ দি ইকাতিৰ পৰা সি কাতি হ। সক. ধা. ওপৰৰ ফাল তল কৰ to turn upside down, উলটা to turn over. লুটিয়া লুটি বি. ইলুটি সিলুটি, ধৰফৰণি tossing about in pain.

লুটিয়াৰ বি ডকাইত a robber.

লুটি সুটি ক্রি বিণ. বৰ বিনয়েৰে খাটি with servility.

লুঠুং ঠুঙীয়া বিণ দৰিদ্ৰ, ঘৰবাৰী নথকা আৰু অকলশৰীয়া poor and having no dwelling house nor family.

লুণীয়া বি. লোণৰ স্বাদ থকা, লোণ থকা saline, saltish.

লুভুৱা বিণ. ইন্দ্ৰিয় সুখ বা সোৱাদ বস্তুলৈ বৰকৈ লোভ কৰা fond of dainty thing or sensual pleasure.

লুতুৰ-পুতুৰ, লুতুৰি-পুতুৰি বিণ. বোকাত পৰি বা বোকা লাগি লেটি পেটি হোৱা smeared with mud.

লুতপুতা অক. ধা ইন্দ্ৰিয়ক সুখ দিয়া বস্তু পাবৰ কাৰণে ব্যগ্ৰ হ to be eager to enjoy things pleasing to the senses. বি. লুতপুতনি। বিণ. লুত পুতীয়া।

লুথুৰী, লুথৰী বি. মঙহ flesh. বিণ. লুথুৰী মঙহাল, কোমল fleshy, soft.

লুথুৰী-পিঠা বি. পানীত সিজোৱা পিঠাগুৰি cooked flour.

**লুধুৰী** বি. গা শকত তিৰোতা fat woman.

**লুপলুপা** অক. ধা. ঘনে ঘনে খাই থাক to eat frequently in small quantities.

**লুপ্ত** বিণ. নাইকিয়া হোৱা, লোপ পোৱা lost, disappeared.

**লুব্ধ** বিণ লুভীয়া covetous. **লুব্ধক** চিকাৰী, পহুমৰ'ৱা a hunter.

**লুভীয়া** বিণ. লোভ কৰা, লোকৰ বস্তুলৈ বৰকৈ হেপাহ কৰা covetous, eager to enjoy palatable things বি. লোভ থকা মানুহ। স্ত্রী লুভুনী।

**লুম্ফ** সক. ধা. লাফ মাৰ, জপিয়া to leap.

**লুৰফুৰা** অক. ধা. লাহে লাহে হাত ফুৰা to rub gently, ফুচুলা to coax.

**লুৰলুৰা** অক. ধা. চুলি আদি গাত লাগি লৰিলে হোৱা সুৰসুৰণি, লুংলুঙা to produce a slight tickling sensation.

**লুৰলুৰীয়া** বিণ. লৰলৰীয়া, আথৰ very old.

**লুৰি** বি. বাঢ়নী মাৰি।

**লুৰুমা** বিণ. বাঢ়িব নোৱাৰা stunted in growth.

**লুৰ্ব্বুং লুঠং** বি. 'লুঠং ঠুঙীয়া' চোৰা।

**লুল** অক. ধা ওলমি লৰি থাক to hang down.

**লুৰযুৰা, লুফুৰা** অক. ধা. পাতল বা লম্বা বস্তুৰে ওপৰে ওপৰে মাজ, লাহে লাহে হাত ফুৰা।

**লুৰলুৰা, লুলুৰা** অক. ধা. লুংলুঙা, অলপ সুৰসুৰণি জন্মা।

**লুহীয়া** বি. লোহেৰা, লোৰ কেৰাহী an iron pan.

**লুহীয়া** বি নৈৰ দাঁতীত গজা কঁহুৱা জাতিৰ এবিধ বন a kind of grass. **লুহীয়ানি** লুহীয়াৰ হাবি।

**লেই** বি আটাগুৰি সিজাই তৈয়াৰ কৰা কঁৰাল।

**লেই লেই ছেই ছেই** বৰকৈ ঘিণ বা তুচ্ছ জ্ঞান কৰি ওচৰলৈ আহিব নিদিয়া ভাব বুজোৱা মাত।

**লেউ** বি. শৃঙ্খলতা order.

**লেউ লেৱা** বিণ. লেও বা পাতল বোকাৰ দৰে।

**লেউ সেউ, লেউ সেৱা** বিণ. লেতু সেতু, ঠৰঙা নোহোৱা flexible, pliable.

**লেও, লেৱ** বি. কোনো বস্তুৰ ওপৰত লিপি দিয়া পাতল বস্তু।

**লেং** বি. যক্ষা, খেহ consumption, ল'ৰাৰ এবিধ সাংঘাতিক হাগনি a kind of infantile diarrhoea.

**লেংটি** বি. কেৱল গুপ্তাঙ্গ ঢাকি পিন্ধা ঠেক কাপোৰ।

